

প্ৰতিষ্ঠাতা ঃ নৰেন্দ্ৰ চন্দ্ৰ দত্ত, স্থাপিত ঃ ১৯৪৫

**দেৱবালা**

*মণিকুন্তলা ভট্টাচাৰ্য*

**প্ৰকাশক**
শ্ৰীঅজয় কুমাৰ দত্ত
ষ্টুডেন্টচ্‌ ষ্ট'ৰচ্‌
কলেজ হোষ্টেল ৰোড
গুৱাহাটী-৭৮১০০১

**পৰিবেশক**
ভাৰতী বুক ষ্টল
মেইন ৰোড
গোলাঘাট-৭৮৫৬২১

প্ৰথম প্ৰকাশ ঃ নৱেম্বৰ, ২০০৯
দ্বিতীয় সংস্কৰণ ঃ ডিচেম্বৰ, ২০০৯

প্ৰচ্ছদ ঃ দেবেন দেৱান

মূল্য ঃ ১৫০.০০ টকা

**মুদ্ৰক**
আঙ্গিক প্ৰেছ
গোপীনাথ বৰদলৈ পথ
আমবাৰী, গুৱাহাটী-১

# নিবেদন

আমাৰ মাতৃ দেববালা চলিহাৰ জন্ম-শতবৰ্ষত আমি তেওঁৰ পুত্ৰ-কন্যা সকলোৱে মিলি গ্ৰন্থ এখনি প্ৰকাশৰ প্ৰস্তুতি লওঁ— যাতে ইয়াৰ যোগেদি বহুগুণৰ অধিকাৰী, কৰ্মপ্ৰাণ, ঘাত-প্ৰতিঘাতেৰে ভৰা দেববালাৰ জীৱন পৰিস্ফুট হৈ ওলায় আৰু নতুন প্ৰজন্মৰ পাথেয় হয়। এই উদ্দেশ্যৰে অসমীয়া সাহিত্যৰ প্ৰতিষ্ঠিত নবীন লেখিকা মণিকুন্তলা ভট্টাচাৰ্যৰ ওচৰত প্ৰস্তাৱ আগবঢ়াওঁ— আমাৰ মা, দেববালাৰ জীৱনৰ আধাৰত এখন উপন্যাস লিখিবলৈ। তেওঁ আমাৰ এই প্ৰস্তাৱ অতি সাগ্ৰহে গ্ৰহণ কৰি, অতি কম সময়ৰ ভিতৰতে বিভিন্ন ঠাইলৈ গৈ বিভিন্ন ব্যক্তিক লগ ধৰি যাৱতীয় সমল গোটাই, গ্ৰন্থখন সম্পূৰ্ণ কৰি আমাক কৃতাৰ্থ কৰিছে। তেওঁৰ এই মহান অৱদানৰ কাৰণে আমি সদায় কৃতজ্ঞ হৈ ৰলো। এতিয়া পাঠকসকলে গ্ৰন্থখন সাদৰেৰে গ্ৰহণ কৰিলে লেখিকাৰ শ্ৰম আৰু আমাৰ সদিচ্ছা ফলপ্ৰসূ হ'ব। এই কামত আমাক বিভিন্নধৰণে সহায় কৰি উপকৃত কৰা আমাৰ পৰিয়ালৰ সদস্য স্বৰূপ কুলদা কুমাৰ ভট্টাচাৰ্য, গ্ৰন্থখনৰ আগকথা লিখি দিয়া বিশিষ্ট সাহিত্যিক নিৰুপমা বৰগোহাঞিং আৰু প্ৰকাশৰ ক্ষেত্ৰত সকলো ধৰণেৰে সহায় কৰা শিল্পী দেবেন দেৱানক অশেষ কৃতজ্ঞতা জনালো।

১৮ মাৰ্চ, ২০০৯ **মীনাক্ষী চলিহা বসু**

গুৱাহাটী

# আগকথা

মণিকুন্তলা ভট্টাচাৰ্যই দেৱবালা চলিহাৰ জীৱনৰ ওপৰত ভেটি কৰি যি সুবৃহৎ উপন্যাস লিখি উলিয়াইছে সেই উপন্যাসৰ পাতনিখন মোক লিখিবলৈ দিয়া বাবে মই কৃতাৰ্থ মানিছো। আগতেও এনেকৈ দুই-এখন কিতাপৰ পাতনি লিখিছো, কিন্তু এইখন লিখাৰ লগত আগৰ সেই লিখাৰ একপ্ৰকাৰ আকাশ-পাতাল পাৰ্থক্যই আছে বুলি ক'ব পাৰি, কাৰণ দেৱবালা চলিহা আৰু তেওঁৰ পৰিয়ালৰ লগত মই জীৱনৰ ক্ষুদ্ৰ এছোৱা কাল যি কৃতজ্ঞতাৰ বান্ধেৰে বান্ধ খাই আছো সেই বান্ধ সময়ৰ পৰশে আজিও সোলোক-ঢোলোক কৰিব পৰা নাই। ১৯৫২—৫৪ চনত কলিকতাত এম এ পঢ়ি থকা সময়ত আমি থকা ৬৬, বিবেকানন্দ ৰ'ডৰ ছোৱালীৰ প'ষ্ট গ্ৰেজুৱেট হোষ্টেলৰ পৰা বহুত দূৰৈৰ দক্ষিণ কলিকতাৰ টালিগঞ্জৰ গল্‌ফ্ ক্লাব ৰ'ডৰ ঘৰ এটাতে বাস কৰিছিল এই দেৱবালা চলিহাৰ পৰিয়ালটো। কিন্তু এক অভূতপূৰ্ব আন্তৰিকতাই সেই দূৰত্ব চপাই-কোঁচাই তাক হ্ৰস্ব কৰি পেলাইছিল, কোৱা বাহুল্য আন্তৰিকতাখিনি আছিল চলিহা পৰিয়ালৰহে, আমি হোষ্টেলত থকা অসমীয়া ছোৱালীকেইজনীয়ে তাৰ পৰশত ধন্য হৈছিলো, কৃতাৰ্থ মানিছিলো। আজি প্ৰথমতেই সেই কাহিনী বৰ্ণাই লওঁ, তেতিয়া এই গ্ৰন্থৰ পাঠকসকলে গম পাব কি বাবে আমি তেওঁলোকৰ ওচৰত কৃতজ্ঞতা পাশত আবদ্ধ হৈ আছো আৰু কি বাবে মই এই গ্ৰন্থৰ পাতনি লিখিব পাই কৃতাৰ্থ মানিছো। হয়, এই পাতনিৰ যোগেদি তেওঁলোকৰ তাহানিৰ মৰমৰ কথা বৰ্ণাই মই যেন সেই মৰমৰ সামান্য হ'লেও প্ৰতিদান দিয়াৰ সুযোগ লাভ কৰিছো।

আমি কলিকতালৈ এম এ পঢ়িবলৈ যোৱা চাৰিজনী অসমীয়া ছোৱালী আছিলো (দৰাচলতে মোৰ বাহিৰে বাকী তিনিজনীয়ে পদাৰ্থ বিজ্ঞানত এম এছচি পঢ়িবলৈ গৈছিল, মইহে কেৱল ইংৰাজী সাহিত্যত এম এ পঢ়িবলৈ গৈছিলো), অঞ্জলি গগৈ, তুলতুল ভৰালী, সৰোজ দত্ত আৰু মই। সৰোজ দত্ত আৰু মই একে ক্লাছতে পঢ়িছিলো, বাকী দুগৰাকী আমাতকৈ ওপৰৰ ক্লাছত পঢ়িছিল— অঞ্জলি গগৈ দুক্লাছ ওপৰত আৰু তুলতুল ভৰালী এক ক্লাছ ওপৰত। অঞ্জলি গগৈৰ সহপাঠিনী আছিল টালিগঞ্জত থকা বিখ্যাত শিৱসাগৰৰ চলিহা পৰিয়ালৰ দ্বিতীয় পুত্ৰ, অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাৰ ককায়েক, টালিগঞ্জ ৰ'লিং মিল্‌ছৰ মালিক যাদৱপ্ৰসাদ চলিহা আৰু তেওঁৰ পত্নী দেৱবালা চলিহাৰ তৃতীয়া কন্যা ৰেখা চলিহা। (ৰেখা চলিহা বিখ্যাত বঙালী

বেৰিষ্টাৰ তৰুণ বসুৰ লগত বিয়া হোৱাৰ পিছত হ'ল ৰেখা চলিহা বসু, এওঁৰ স্বামী প্ৰয়াত, তুলতুল ভৰালী গীতিকাৰ, সুৰকাৰ বোম্বে নিবাসী নব বৰুৱাৰ লগত বিয়া হোৱাৰ পিছত হ'ল তুলতুল বৰুৱা, এওঁৰ স্বামীও প্ৰয়াত। অঞ্জলি গঁগৈৰ নেভী কম'ডৰ্ পূৰ্ণ ৰাজখোৱাৰ লগত বিয়া হোৱাৰ পিছত তেওঁ হৈছিল অঞ্জলি ৰাজখোৱা, তেওঁৰ স্বামী জীৱিত আছে কিন্তু তেওঁ প্ৰয়াত হ'ল, সৰোজ দত্ত এসময়ত অসমৰ এ. ডি. পি. আই. হৈছিল, তেওঁৰ বিয়া হৈছিল ছিলঙৰ এজন বাঙালী এড্‌ভোকেট্ বিষ্ণু দত্তৰ লগত, সৰোজো প্ৰয়াত হ'ল।)

চলিহা দম্পতীৰ কন্যা ৰেখা বাইদেউ মাজে মাজে অঞ্জলি বাইদেউক লগ ধৰিবলৈ আমাৰ হোষ্টেললৈ আহিছিল আৰু লাহে লাহে আমি বাকী অসমীয়া ছোৱালীকেইজনীৰ লগতো তেওঁৰ ঘনিষ্ঠতা হৈছিল। ইমান সম্ভ্ৰান্ত ধনী-মানী পৰিয়ালৰ অতি মেধাৱী ছোৱালীজনীৰ (তেওঁ পিছত প্ৰথম শ্ৰেণী লৈ এম এছচি পাছ কৰি লেডী ব্ৰেবোৰ্ণ কলেজৰ অধ্যাপিকা হৈছিল) অলপো গপ-অহংকাৰ নাছিল, পিন্ধন-উৰণতো আছিল অতি সাধাৰণ মেখেলা-চাদৰ।

তাৰপিছত আমাক এদিন তেওঁলোকৰ ঘৰলৈ নিমন্ত্ৰণ কৰিছিল, আমি চাৰিওজনী বাছেৰে গৈছিলো। আদৰ-আপ্যায়নেৰে অতি তৃপ্ত হৈ হোষ্টেললৈ উভতিবৰ পৰত চলিহাদেৱৰ বৰপুত্ৰ দীপু চলিহাই আমাক কোনোপধ্যেই বাছেৰে আহিব নিদিলে, নিজেই গাড়ী চলাই হোষ্টেলত থৈ গ'ল আৰু সেই দীঘলীয়া ৰাস্তাটো পুনৰ গাড়ী চলাই উভতিবলগা হ'ল।

আমি নানা কথা-বতৰা কৈ গৈ আছো, কিবা প্ৰসংগত মই ক'লো যে মই তেতিয়ালৈ বিখ্যাত হাওৰা ব্ৰীজখনেই দেখা নাই। মোৰ মুখৰ পৰা কথাষাৰ ওলাবলৈহে পালে, দীপু চলিহাই গাড়ী ঘূৰালেই আৰু এসময়ত গৈ দেখিলো আমি হাওৰা ব্ৰীজত উপস্থিত হৈ সিটো পাৰো পালোগৈ।

কিন্তু কেৱল এয়াইনে? দীপু চলিহাৰ বিয়া হ'ল বঙালী সম্ভ্ৰান্ত পৰিয়াল এটাৰ জীয়ৰী জয়া গোস্বামীৰ লগত। যথাৰীতি আমি নিমন্ত্ৰিত হৈ বিয়াৰ পিছত দৰা-কইনাৰ বাবে পতা অভ্যৰ্থনালৈ গৈছিলো, উভতিবৰ সময়ত ঘৰৰ সকলোৰে লগত দীপু চলিহাকো মাত লগাই আহিবলৈ ওলাওঁতে তেওঁ ক'লে— 'অলপ ৰ'বচোন।' তাৰপিছত তেওঁ সুবেশী, সুদৰ্শন যুৱক এজনক মাতি আনি আমাৰ লগত চিনাকি কৰি দি কৈছিল— 'এওঁ মোৰ বন্ধু অমুক (নামটো আজি আৰু মনত নাই), এতিয়া চিনাকি মানুহ এজনৰ গাড়ীত উঠাৰ আপোনালোকৰ নিশ্চয় আপত্তি নাই।' ইয়াকে কৈ তেওঁ বন্ধুজনক নিজৰ গাড়ীত আমাক হোষ্টেলত থৈ আহিবলৈ অনুৰোধ কৰিলে। বিয়াৰ দৰে উৎসৱ এটাৰ মাজৰ পৰা উঠি আমাক ইমান দূৰলৈ থ'ব যাব— আমি প্ৰবল প্ৰতিবাদ কৰিছিলো, কিন্তু দীপু চলিহাই কোনোমতে আমাৰ কথাত কাণ নিদিলে, আমাক থোৱাইহে এৰিলে।

এনেকুৱা চিন্তা, এনেকুৱা বিবেচনা কোনোবাই কল্পনা কৰিব পাৰেনে? তাৰপিছত এই সমস্ত কথা মোৰ মনৰ মণিকোঠত অগাধ কৃতজ্ঞতাৰে সংৰক্ষিত হৈ নাথাকিবনে, পাহৰিব পাৰিম নে এই একপক্ষীয় মৰম আৰু আদৰ-যত্ন? আজি সেয়ে সুবিধা পাই চলিহা পৰিয়ালৰ, বিশেষকৈ দীপু চলিহাৰ মৰম-বিবেচনাৰ কথাৰ এই পাতনিৰেই কিছু ঋণ পৰিশোধ কৰাৰ চেষ্টা কৰিলো।

এতিয়া যাৰ জীৱনৰ আধাৰত মণিকুন্তলাই এই 'দেৱবালা' নামৰ উপন্যাসখন লিখিলে উল্লিখিত দীপু চলিহা, ৰুবী হাজৰিকা, ৰেখা চলিহা বসু, মীনাক্ষী চলিহা বসু আদিৰ মাতৃ দেৱবালা চলিহাৰ সম্পৰ্কে দু-আষাৰমান থূলমূলকৈ কোৱা যাওক। (মীনাক্ষী-দেৱযানী চলিহা, মণিপুৰী নৃত্য বিশাৰদ নামেৰে খ্যাত।

দেৱবালা চলিহা বিয়াৰ আগতে আছিল দেৱবালা দুৱৰা, তেওঁৰ পিতৃ আছিল গুৱাহাটীৰ চেনিকুঠী নিবাসী স্বনামধন্য ব্যক্তি মেজিষ্ট্ৰেট বিষ্ণুপ্ৰসাদ দুৱৰা আৰু মাতৃ সাবিত্ৰী দুৱৰা। দেৱবালাৰ জন্ম হয় ১৯০৮ চনৰ ৯ মাৰ্চ তাৰিখে। শিক্ষা গ্ৰহণ কৰে কলিকতাৰ ছেইণ্ট্ জনছ্ ডায়'চেছন কলেজিয়েট স্কুলত। স্কুলীয়া শিক্ষাৰ বাহিৰে আন নানা গুণত তেওঁ গুণী আছিল— গান গাব জানিছিল, বিবিধ যন্ত্ৰসংগীতো— যেনে, চেতাৰ, বেহেলা, পিয়ানো আৰু ক্লাৰিওনেট বজাব জানিছিল। খেলা-ধূলাতো তেওঁৰ ৰাপ আছিল— টেনিছ, বেডমিণ্টন আদি খেলিছিল। এনেকি অভিনয়ো কৰিছিল দেৱবালাই। বিয়াৰ পিছত কৰিছিল এই অভিনয়, 'বদন বৰফুকন' চিনেমাত ৰাজমাওৰ ভাও কৰা শক্তিশালী অভিনয় আজিও চকুত ভাহি উঠে। 'বদন বৰফুকন'ৰ বাহিৰেও 'শকুন্তলা' আৰু 'চিক্‌মিক্ বিজুলী'তো তেওঁ অভিনয় কৰিছিল।

১৯২৪ চনত তেওঁৰ শিৱসাগৰৰ চলিহা পৰিয়ালৰ দ্বিতীয় পুত্ৰ যাদৱপ্ৰসাদ চলিহাৰ লগত বিয়া হোৱাৰ পিছত আৰু পিছলৈ স্বামী কৰ্মসূত্ৰে কলিকতাবাসী হোৱাৰ পিছত তেৰোঁ ১৯৪১ চনৰ পৰা ১৯৫২ চনলৈ কলিকতাত বাস কৰে। সেইবাবেই আমি তেওঁলোকৰ টালিগঞ্জৰ ঘৰলৈ আহ-যাহ কৰোঁতে তেওঁক লগ পোৱা নাছিলো, কেৱল এবাৰ মাত্ৰ লগ পাইছিলো। আমি কলিকতালৈ পঢ়িবলৈ গৈয়ে পোৱা এটা পিক্‌নিক্ পাৰ্টিত তেওঁক প্ৰথম দেখা পাইছিলো। সেইটো মাঘ বিহুত কলিকতাৰ এ. এছ. এল. ক্লাবে (Assam Socio-literary Club) ব'টানিকেল গাৰ্ডেনত অনুষ্ঠিত কৰা উৎসৱ আছিল। মোৰ এটা দৃশ্য এতিয়াও মনত পৰে— দেৱবালা চলিহাই কঁকালৰ আগফালে গাৰ আঁচলটো খুঁচি লৈ আমাক খিচিৰি ভাত বিলোৱাৰ দৃশ্যটো, অৰ্থাৎ কৰ্মোৎসাহী মহিলা এগৰাকীৰ ছবি।

সঁচায়ে দেৱবালা চলিহা এগৰাকী অতি কৰ্মোৎসাহী মহিলা আছিল, ছটা সন্তানৰ মাতৃ হৈয়ো, সুবৃহৎ সংসাৰখন চলায়ো বাহিৰৰ জগতৰ নানা কামত তেওঁ ব্ৰতী হৈ

আছিল। সেই গুণৰ তালিকাখন ইমান বৃহৎ হ'ব যে ইতিমধ্যে যথেষ্ট দীঘল হোৱা মোৰ এই পাতনিখনৰ কলেবৰ বৃদ্ধি কৰিব নোখোজো, বিশেষকৈ মণিকুন্তলাই খৰচি মাৰি লিখা তেওঁৰ জীৱন আধাৰিত উপন্যাসখনত যেতিয়া পাঠকে সেইবোৰ পঢ়িবলৈ পাবই।

শেষত গ্ৰন্থখনৰ লেখিকাৰ বিষয়েও দু-আষাৰ কোৱা যাওক। বৰ্তমান অসমত আমাৰ প্ৰজন্মৰ পিছত যিটো প্ৰজন্ম সাহিত্য-কৰ্মত ব্ৰতী হৈছে তাৰ মাজত উপন্যাস লিখোতাৰ সংখ্যা কম নহয় আৰু সেই উপন্যাস ৰচয়িতাৰ ভিতৰত সংখ্যাগত আৰু গুণগতভাৱে মহিলাই আগবাঢ়ি আছে। তেওঁলোকৰ ভিতৰত এগৰাকী ঔপন্যাসিকা হ'ল মণিকুন্তলা ভট্টাচাৰ্য। কম বয়সতে আৰু কম সময়তে তেওঁ কেবাখনো লেখত ল'বলগীয়া উপন্যাস লিখি উলিয়াইছে। অতিশয় পৰিশ্ৰমী এই সুলেখিকাগৰাকী কিন্তু কেৱল ঔপন্যাসিকাই নহয়, তেওঁ এগৰাকী কৃতী গল্পকাৰ আৰু সুকবিও। এই ছেগতে তেওঁৰ উত্তৰোত্তৰ শ্ৰীবৃদ্ধি কামনা কৰিলো। মোৰ বিশ্বাস দেৱবালা চলিহাৰ বিষয়ে লিখিবলৈ মণিকুন্তলাৰ দৰে যোগ্য লেখিকা কমেই ওলালহেঁতেন, তেওঁ কিতাপখনৰ সমল গোটাবলৈ কলিকতাৰ নানা ঠাইত ঘূৰা-পকা কৰিছে, অসমত থকা চলিহাহঁতৰ চাহ বাগানলৈ গৈছে, শিৱসাগৰলৈ গৈছে, নানা ঠাইৰ নানা মানুহৰ ঘৰলৈ গৈ দেৱবালা সংক্ৰান্ত কথা-বতৰা পাতিছে, দেৱবালাৰ কৰ্মজীৱনৰ ঠাইবোৰত যথাসম্ভৱ পৰিভ্ৰমণ কৰিছে। মুঠতে তেওঁ কৰা পৰিশ্ৰম আৰু চিন্তা উপন্যাসখনৰ পাতে পাতে বিদ্যমান। এতিয়া পাঠকসকলে এই অমূল্য গ্ৰন্থখন সাদৰেৰে গ্ৰহণ কৰিলেই লেখিকাৰ শ্ৰম সাৰ্থক হ'ব আৰু দেৱবালাৰ পৰিয়ালৰ সদস্য আৰু শুভাকাংক্ষীসকলেও মণিকুন্তলাক নানাধৰণে সহায়-সহযোগিতা আগবঢ়াই দেখুওৱা শুভেচ্ছাও সফল হ'ব।

কিমধিকমিতি,<br>
ইতি<br>
বিনীতা,<br>
**নিৰুপমা বৰগোহাঞি**

# লেখকৰ একাষাৰ

২০০৭ চনত দেৱযানী চলিহাৰ পৰা এটা প্ৰস্তাৱ আহিছিল। ইতিমধ্যে তেওঁ মোৰ উপন্যাস 'অৰুন্ধতী' পঢ়িছিল। সেইবাবেই তেওঁ এনে অভিনৱ প্ৰস্তাৱ আগবঢ়াইছিল নে অন্য কিবা কাৰণ আছিল নাজানো। কিন্তু প্ৰস্তাৱটো আছিল মোৰ কলমলৈ জনোৱা এক প্ৰত্যাহ্বান। ইতিমধ্যে অসমৰ ভ্ৰাম্যমাণ থিয়েটাৰৰ পটভূমিত উপন্যাস লিখাৰ পৰিশ্ৰমে উদ্দীপনা বঢ়াই তুলিছিল মোৰ, সেয়ে এই প্ৰস্তাৱত স্বাভাৱিকতে আলোড়িত হৈ উঠিলো। প্ৰস্তাৱটো আছিল তেওঁলোকৰ স্বৰ্গগতা মাতৃ দেৱবালা চলিহাৰ জীৱনৰ আধাৰত এখনি উপন্যাস ৰচনা কৰিব লাগে।

দেৱবালা চলিহা, যাৰ জন্ম ১৯০৮ চনত, সেই নাৰীৰ শৈশৱ-কৈশোৰকে ধৰি জীৱনৰ অনেক সময় উপলব্ধি কৰি লিখিবলৈকে পিছুৱাই যাবলগা হ'ল মই গোটেই মানুহজনী।

২০০৮ চনৰ ১৪ জুলাইৰ পৰা গুৱাহাটীত তথ্য সংগ্ৰহৰ কাম আৰম্ভ কৰো। তাৰপাছত ১০ ছেপ্টেম্বৰত কলিকতালৈ গৈ তাৰ পৰা উভতি ২৭ ছেপ্টেম্বৰত কৰঙাণী-আজিজবাগ চাহ বাগিচা-ডিব্ৰুগড়-শিৱসাগৰ ঘূৰি অনেক তথ্য সংগ্ৰহ কৰা হৈ গৈছিল। এই সময়ছোৱাত আহৰণ হ'ল বিচিত্ৰ অভিজ্ঞতা। বিশেষকৈ কলিকতাত প্ৰয়াত দেৱবালা চলিহাৰ কোঠাতে মোৰ থকাৰ ব্যৱস্থা হৈছিল। তেওঁ একালত ব্যৱহাৰ কৰা বিভিন্ন সামগ্ৰী, তেওঁৰ প্ৰতিচ্ছবিসমূহ আৰু কোঠাৰ চাৰিওফালে থকা অনেক গ্ৰন্থৰ সমাহাৰে মোক অভিভূত কৰিছিল। তদুপৰি শান্তিনিকেতনত ঘূৰি ফুৰা, গড়িয়াহাটৰ সত্তৰোৰ্ধ মানুহৰ আড্ডাত ভাগ লোৱা, চলিহা ৰ'লিং মিললৈ কেঁচামাল অহা একালৰ চালতা বাগান বজাৰ অঞ্চলত ঘূৰি ফুৰা ইত্যাদিবোৰ মোৰ বাবে সদায় আনন্দময় স্মৰণীয় অভিজ্ঞতা হৈ ৰ'ব। বাগিচা, শিৱসাগৰৰ বঙলা, গুৱাহাটীৰ ওৱেৰহাউছ আদিকে ধৰি বিভিন্ন ক্ষেত্ৰত কৰা বিচৰণে দেৱবালা চলিহাৰ একেবাৰে ভিতৰলৈ লৈ গৈছিল মোক, যাক এই জীৱনত কেতিয়াও লগেই নাপালো।

এৰা, যাক কেতিয়াও দেখা নাপালো, তেওঁৰে শ্বাস-প্ৰশ্বাসৰ প্ৰতিটো অনুস্বৰ-বিসৰ্গৰ উপলব্ধি লিপিবদ্ধ কৰিবলৈকে ৫ অক্টোবৰত বহি গ'লো হাতত কলম লৈ। তাৰপাছত মুঠ তিয়াল্লিশটা অধ্যায়ত উপন্যাসখন লিখি শেষ কৰিলো ২১ ডিচেম্বৰত।

তথ্য সংগ্ৰহৰ কামত চলিহা পৰিয়ালৰ সহযোগিতাই মোক উপকৃত কৰিলে। বিশেষকৈ শিৱসাগৰৰ সত্যব্ৰত চলিহাৰ প্ৰতি মই কৃতজ্ঞ হৈ ৰ'লো। কলিকতা আৰু উজনি অসমৰ

তথ্য সংগ্ৰহত অহৰহ মোক সন্তানবৎ স্নেহ আৰু অভিভাৱকৰ ছায়াৰে লগত লৈ ফুৰা দেৱযানী চলিহাৰ প্ৰতিও মই কৃতজ্ঞ। কৃতজ্ঞ হৈ ৰ'লো কুলদা কুমাৰ ভট্টাচাৰ্যৰ প্ৰতি তেখেতৰ পৰামৰ্শ আৰু সহায়ৰ বাবে।

কৃতজ্ঞতা প্ৰকাশ কৰিলো মোৰ পৰিয়ালটোৰ প্ৰতি। বিশেষকৈ মোৰ স্বামী পৰাণ কুমাৰ ফুকন আৰু শাহু পাৰুল ফুকনে গৃহস্থী চম্ভালি মোক এই কৰ্মলৈ আগবঢ়াই দিয়াৰ বাবে।

শেষত, এনে এক মহৎ কৰ্মৰ বাবে মোক নিৰ্বাচন কৰা চলিহা পৰিয়ালৰ প্ৰতি জনালো অকুণ্ঠ কৃতজ্ঞতা।

মণিকুন্তলা ভট্টাচাৰ্য
কাহিলীপাৰা, গুৱাহাটী
১ ফেব্ৰুৱাৰী '০৯

## বিশেষ কৃতজ্ঞতা

ৰুবী হাজৰিকা, বাণী বৰুৱা, আৰতি দাস, ৰঞ্জিৎ চলিহা, উপা চলিহা, কুলদা কুমাৰ ভট্টাচাৰ্য, ডাঃ নিলয় দাস, নিৰুপমা দত্ত, ক্ষীৰদা বৰুৱা, নিৰুপমা বৰগোহাঞি, তুলতুল বৰুৱা, কল্পনা বৰুৱা, ৰেখা চলিহা বসু, দীপক ৰায়চৌধুৰী, ধ্ৰুৱ পাল, জয়া চলিহা, হেপী চক্ৰৱৰ্তী, যোগেশ্বৰ হাজৰিকা, সুনীতি ভোচ, অলক বেনাৰ্জী, ৰত্না সৰকাৰ, বন্দনা গুহ, ইন্দ্ৰজিৎ চলিহা, অবিন্দ্ৰজিৎ চলিহা, অশোক ৰাজখোৱা, তিলক বৰুৱা, ৰামহৰি ভট্টাচাৰ্য, গৌতম তাঁতী, দুৰ্লভ, কুলবাহাদুৰ ক্ষেত্ৰী, হেমলতা চলিহা, সত্যব্ৰত চলিহা, জয়শ্ৰী চলিহা, অজিত চলিহা, দিপালী চলিহা, মায়া দাস, দেৱযানী চলিহা, ইপি চলিহা।

# দেৱবালা

## এক

তলমূৰকৈ বহি থকা দেৱবালাৰ মুখখন থুঁতৰিত ধৰি আলফুল হাতেৰে কোনোবাই ওপৰলৈ তুলি ধৰিলে। চকুযুৰি ওপৰলৈ তুলি তেওঁ সমুখলৈ চালে। সাদৰী মুখ এখনি। হাঁহিৰে উপচি থকা প্ৰাণপ্ৰাচুৰ্যৰে ভৰা মুখ এখনি।

দেৱবালা!

হয়, মানুহগৰাকীৰে মাত।

আজি কিছুদিন ধৰি দেৱবালাৰ বুকুৰ ভিতৰত এচটা শিল পৰি ৰৈছে। এই শিল দিন-প্ৰতিদিনৰ প্ৰতিটো মুহূৰ্তই কণা-কণাকৈ সঞ্চিত কৰি গঢ়ি তোলা বিষাদৰ শিলা।

বিষাদৰ শিলা?

বিষ্ণুপ্ৰসাদ দুবৰাৰ দৰে গণ্য-মান্য ব্যক্তি এজনৰ আলাসৰ লাডু দেৱবালাৰ বুকুত শিলা? তাকো বিষাদৰ!

কি হৈছে দেৱবালা?

কোনে সোধে?

কোনেনো সুধিব, দেৱবালাৰ মুখৰ হাঁহিত সেই শিলাৰ ছায়াছবিও অনুমান কৰা নাযায়।

আজিৰ পৰা তুমি আমাৰ চলিহা পৰিয়ালৰ বোৱাৰী হ'লা।

আকৌ মানুহগৰাকীৰ মাত— এতিয়াও তেওঁ দেৱবালাৰ থুঁতৰি এৰি দিয়া নাই। দুই-চাৰিগৰাকীয়ে আদৰ-সাদৰেৰে আঁতৰাইছে দেৱবালাৰ মূৰৰ ওৰণি। চুলিৰ ওপৰত তামোল এটা থিয়কৈ ধৰি কেইবাগৰাকীয়েও ঢালিছে সুগন্ধি তেল।

আৰু এতিয়া?

এতিয়া?

আঃ চকুযুৰি যেন জাপ খাই যাব খুজিছে দেৱবালাৰ! এয়া, এয়া ঠিকেই অনুমান কৰিছে তেওঁ, মহিলাগৰাকীয়ে তেওঁৰ চুলিৰ মাজৰ শুভ্ৰ সেওঁতাৰে চলাই নিছে সেন্দূৰ সনা সোণৰ আঙঠি এটি। একেবাৰে তৰোৱালৰ দৰে চলি গৈছে। সেই আঙঠিয়ে মূৰৰ চৰ্ম কাটি গভীৰৰ পৰা গভীৰতলৈ বখৰাই দিছে বোৱাৰী জীৱনৰ দগমগীয়া স্বাক্ষৰ।

...জাপ খাব খোজা চকুৰ পাহিক অনুশাসনেৰে স্থিৰ কৰি ৰাখিলে দেৱবালাই। কোনো ক্ষেত্ৰতে আবেগত ঢলি পৰাটো জ্ঞানীজনৰ কাম নহয়।

তেওঁ স্বাভাৱিক হৈয়ে বহি ৰ'ল।

শিৰৰ পৰা গুড়ি গুড়িকৈ নাকত সৰি পৰিছিল ৰঙা সেন্দূৰ। দুৱৰা পৰিয়ালৰ নাকত এনেও এক সুকীয়া সৌন্দৰ্য দেখা যায়। সামান্য ঘোৰ খাই পৰিব খোজা ভাটৌৰ ঠোঁটৰ সাঁচত গঢ়া নাক। সেই নাকতে এতিয়া সেন্দূৰৰ লাজকুৰীয়া হাতবুলনি।

দেৱবালাৰ দৃষ্টি পুনৰ তললৈ নামি আহিল। সমুখত ৰং-বিৰঙী প্ৰজাপতি আঁকা জোৰোণৰ মৰল। সৰু সৰু কলপুলি চাৰিটাক বেৰি ওলমি ৰোৱা আমপাত। সৌৱা মৰলৰ পাছফালে দেৱালৰ দৰে ৰখাই থোৱা হৈছে দাপোণ এখনি।

দেৱবালাৰ দৃষ্টি এইবাৰ দাপোণত পৰিল। এয়া, তেওঁৰ গাত নতুন সাজ। মাকৰ ঘৰৰ বিহা-চাদৰ আঁতৰাই থোৱা হৈছে। গাত এতিয়া সিংখাপৰ চাদৰ।

চাদৰৰ গুণাৰ মিহি কামত এইবাৰ তেওঁৰ চকু পৰিল। কেইটামান মুহূৰ্তৰ আগতে চৌপাশে এই সাজযোৰক কেন্দ্ৰ কৰি গুণগুণনি উঠিছিল।

'ভাল বৈছে দেই। বৰ পাকৈত শিপিনী। কোনে বোৱা বুলিছিলা?'

'কেলেই, আমাৰ দৰাৰ বায়েকে বোৱা আকৌ!'

'মানে বাপৰ বায়েকে?'

'অঁতো আকৌ! কমলালয়াই বোৱা।'

'অঁ। শুনিছো, গিৰিয়েকৰ ঘৰৰ পৰা একেবাৰে গুচি আহিছে বোলে!'

'এহ্ কিবোৰনো সোধা!'

'ফোঁট-সেন্দূৰ লয়নে?'

'এহ্ নল'ব কিয়? আকৌ নাযাব নেকি আৰু, যাব, উভতি যাব। তুমিও ক'ৰবাৰ পৰা কথা ক'ৰবালৈ টানা দেই!'

ক্ৰমশঃ কথাবোৰ-মাতবোৰ দেৱবালাৰ কাণে ঢুকি পাব নোৱৰাকৈ তল পৰি আহিছিল। ধীৰে ধীৰে বাঢ়ি আহিছিল আয়তীৰ মুখৰ নাম—

মাৰাৰ অলংকাৰ থোৱা কাতি কৰি
হৰি হে দেউতাৰাৰ অলংকাৰ থোৱা হে ৰাম ৰাম।
ৰামে দি পঠাইছে বিচিত্ৰ অলংকাৰ
হৰি হে কৰযোৰে কৰি লোৱা হে ৰাম ৰাম।।

ধাম্

ধাম্

ধাম্

দেৱবালাৰ বুকুৰ মাজৰ শিলচটাত যেন এই নামে লৌহ অস্ত্ৰৰে প্ৰহাৰহে হানি গ'ল।

কি থাকে শিলাৰ বুকুত?

চটাচটে ভাগি-ছিগি চুৰমাৰ কৰি পেলোৱা শিলৰ বুকুত কি থাকে দেখা যায়নে?

নাই নাই, সেইকথা ভাবিব নোৱৰাকৈ কাতৰ হৈ পৰিছে দেৱবালা। কোনোপধ্যে সম্বৰণ কৰিব পৰা নাই তেওঁৰ বুকুৰ মাজৰ পৰা উদ্গীৰিত হৈ বাহিৰ ওলোৱা চকুৰ পানীক।

এইবাৰ স্থিৰ নেত্ৰৰ পাহি লৰিল।

দেৱবালাৰ কোলাত টোপ্‌কৈ এটোপাল চকুলো সৰি পৰিল। ডায়'চেছন স্কুলৰ মজিয়া ফালি, দেৱাল ফালি বাহিৰ হৈছিল এদিন এক অদ্ভুত বাক্য।

'বিবাহ এখন যুদ্ধৰ দৰেই। যাক আৰম্ভ কৰাটো যিমান সহজ, চলাই নিয়াটোও সিমানেই কঠিন।'

উঠা দেৱবালা।

দেৱবালা লৰিল। কইনাধৰাগৰাকীয়ে দেৱবালাক আঁঠু ল'বলৈ শিকালে। ...এয়া শাহু, এয়া বৰআইশাহু, খুৰীশাহু...। দেৱবালাই প্ৰত্যেকৰে চৰণ চুই সেৱা কৰি গ'ল।

ফাগুন মাহ। জোৰোণৰ ৰভা, দুৱৰাৰ পুৰণি ঘৰৰ পাছচোতালত। ওপৰত কলাপাত, তলত চন্দ্ৰতাপ। বিষ্ণুপ্ৰসাদ দুৱৰা মাটিৰ হাকিম, প্ৰথমা কন্যাৰ বিয়া। মানুহবোৰে ধাৰণাও কৰিব নোৱাৰিছিল কিধৰণৰ আয়োজন চলিব পাৰে। দুৱৰাৰ চাকৰি এতিয়া বৰপেটাত। হ'লেও জীয়ৰীৰ বিয়া পাতিবলৈকে গোলাঘাট পাইছেহি। গোলাঘাটত তেখেতসকলৰ আপোন ঘৰ।

আপোন ঘৰৰ চোতালৰ পৰাই বিদায় দিব দুৱৰাই দেৱবালাক। আগচোতালৰ বিশাল ৰভাৰ তলত কাইলৈ নিশা ঘটিব হোমাগ্নিক সাক্ষী কৰি কন্যা সম্প্ৰদানৰ অনুষ্ঠান। উপযুক্ত পৰিয়ালৰ সুযোগ্য পাত্ৰৰ হাতত কাইলৈ সঁপিব লাগিব নিজৰে বুকুৰ আগমঙহক, কথাষাৰে বিষ্ণুপ্ৰসাদ দুৱৰাৰ দৰে ইমান জ্ঞানী মানুহজনকো সময়ে সময়ে স্তব্ধ কৰি পেলাইছে। তথাপি তেওঁ আগচোতালৰ সমাজখনৰ প্ৰতিজন ব্যক্তিৰে সেৱা-শুশ্ৰূষাত ব্যস্ত হৈ আছে। দেৱবালা কাইলৈ যাবগৈ, এইষাৰ ইমান সহজ কথা নহয়। ইমানকেইটা ল'ৰা-ছোৱালীৰ ভিতৰত এতিয়াও তেওঁ হেমবালা, পূৰ্ণিমা আৰু পুণ্যবালাৰ কন্যা সম্প্ৰদানৰ বাবে সাজু হ'বলৈ আছে, তথাপি এই কথা ইমান সহজ নহয়। সৌৱা, ভিতৰত জাউৰিয়ে জাউৰিয়ে উৰুলি। চুবুৰি আলোড়িত হোৱাকৈ সৌৱা জাত জাত বিয়ানাম। হয়, এই সকলোবোৰ উখল-মাখল তেওঁৰে কন্যাক কেন্দ্ৰ কৰি কাইলৈ যাবগৈ তাই, কাইলৈকে।

মানুহজনৰ চকুৰ কোণ আৰ্দ্ৰ হৈ আহিল।

কোনেও নেদেখাকৈ ৰুমালেৰে টুকিলে সেয়া।

ঠিক তেনেতে আগচোতালৰ সমজুৱা প্ৰতিজনৰে চকু-মুখবোৰ ভিতৰৰ পৰা ওলাই অহা দুৱৰাৰ ফালে গ'ল।

দুৱৰায়ো চালে।

উস্ উস্ সোণৰ প্ৰতিমা।

নিচেই কণমানি প্ৰতিমাক সৌৱা মেৰিওৱা হৈছে সিংখাপৰ সাজেৰে... এহাত ওৰণিয়ে দোঁ খুৱাই পেলোৱা প্ৰতিমা, সৌৱা আগুৱাই আহিছে সমাজত আঁঠু ল'বলৈ...

সৌৰা, সৌজনী তেওঁৰে ঔৰসত ওপজা ছোৱালী... ধৰি ধৰি আনিছে তাইক কেইবাখনো খাৰু পিন্ধা বোৱাৰী হাতে।

বিষ্ণুপ্ৰসাদ দুৱৰাৰ কেনেবা লাগি গ'ল। মাথোন যোল্ল বছৰ বয়স দেৱবালাৰ। জীয়ৰী জীৱনৰ স্বাধীনতাৰ পতাকা যিধৰণে উত্তোলন কৰিবলৈ শিকাইছিল তেওঁ তাইক, আজি সোঁ-সোঁকৈ চুঁচৰি নামি আহিছে নেকি সেই পতাকা?

দুচকু পুনৰ ভৰি আহিল তেওঁৰ।

দেৱবালাই সমাজত আঁঠু ল'লেহি। বিষ্ণুপ্ৰসাদ দুৱৰাই কেৱল জীয়েকৰ হাত দুখনিহে দেখা পালে। সোণৰ গামখাৰু পিন্ধা অকণমানি হাত দুখনি, জেঠীনেজীয়া-শেনপতীয়া আঙঠিৰে ওপচা চুটি চুটি আঙুলি দহোটাৰে ভৰা হাত দুখনি।

দুচকু আকৌ ভৰি আহিল তেওঁৰ।

বুকুৰ ভিতৰৰ পৰা উজাৰখাই উঠিল সমস্ত আশীৰ্বাদ।

আঃ সেই আশীৰ্বাদে যেন দেৱবালাৰ বুকুৰ মাজৰ শিলাখণ্ডত এখনি ফুলাম চাদৰহে মেলি দিলেহি। নিয়ৰসিক্ত কোমল ঘাঁহনি এডৰাত শৰতৰ শেৱালিয়ে মেলি দিয়া চাদৰখনৰ স'তে সাইলাখ একে এই চাদৰ। স্নিগ্ধ-পবিত্ৰ-শুভপ্ৰাৰ্থনা আৰু মংগলময়তাৰে ওপচা। এনে চাদৰ গাত মেৰিয়াই সূৰ্যপূজা কৰা যায়, জোনাক নিশা বহলাই মেলি দেখা যায় সৰগীয় স্বপ্ন।

স্বপ্ন নাছিলনে দেৱবালাৰ?

তেওঁ বজোৱা চেতাৰৰ তাঁৰেৰে চুঁচৰি নামি অহা নাছিলনে কোনোবা সুৰসম্ৰাট আকাশৰ পৰা?

পঞ্চমমানলৈ প্ৰমোচন পাইছিল দেৱবালাই, দেউতাকে ফলাফলৰ কাগজ হাতত লৈ কৈছিল—

ভাল ৰিজাল্টেই কৰিছা, কিন্তু অহাবাৰ মোক প্ৰথম হৈ দেখুৱাব লাগিব।

কি উত্তৰ দিছিল দেৱবালাই?

হয়, এক মুহূৰ্ত সময়ো অপচয় নকৰি ততালিকে কৈ পেলাইছিল তেওঁ,

'ঠিক আছে, কোনো যদি নহয়, তেন্তে অহাবাৰ ময়েই প্ৰথম হ'ম।'

দুৱৰাৰ হাঁহি উঠিছিল। কোলাত তুলি ল'বৰ মন গৈছিল জীয়েকক। কিন্তু তেওঁ তেনে আচৰণেৰে নিজকে আৱেগিক বুলি জীয়েকৰ সন্মুখত দাঙি ধৰিব নুখুজিছিল। মানুহ হ'ব লাগে গছৰ দৰে। বতাহে চুই যাব খোজে, পাত উৰুৱাব খোজে, অথচ তাৰপৰা সৃষ্টি হয় প্ৰাণ জুৰোৱা বতাহৰহে।

তেওঁ জীয়েকক কোলাত তুলি নল'লে। আঁৰচকুৰে চালে। বগা ধক্‌ধকীয়া হাত দুখনিৰে ছোৱালীজনীয়ে তেতিয়াও কাগজখন বুকুত সাবটি ধৰি আছিল।

মৰমেৰে ক'লে দুৱৰাই—

: পঢ়া, খুব পঢ়া। তুমি যিমানে পঢ়াত মগ্ন হৈ ৰ'বা সিমানে মোৰ সুখ বাঢ়িব। আনন্দ পাম মই।

দেৱবালাই দেউতাকলৈ মূৰ তুলি চাইছিল। তাৰপাছত সেই দৃষ্টি ক্রমশঃ বিলীন হৈ গৈছিল আকাশৰ সীমনাৰে ডেউকা মেলি উৰি গৈ থকা এজাক চৰাইৰ গতিশীলতাত।

বিষ্ণুপ্রসাদ দুৱৰাৰ সেইষাৰ অভিভাৱক বা পিতৃসুলভ স্নেহময় কথা নাছিল। সেয়া তেওঁ এটা বীজ পুতি দিছিল দেৱবালাৰ কোমল অন্তৰত।

এৰা, যি বয়সত কিশোৰীইঁতে স্বপ্নকুমাৰক কেন্দ্ৰ কৰি ৰচিব বিচাৰে অজস্ৰ কল্পনা, সেই বয়সত দেৱবালা উঠিপৰি লাগিছিল দেউতাকৰ সুখবৰ্ধনৰ বাবে। সংগীত সাধনা, ক্ৰীড়া আৰু অধ্যয়ন, তিনিওটাৰ কক্ষপথত পৰিভ্ৰমণ কৰি কৰি দিনান্তৰ শেষত ক্লান্ত দেৱবালা ঢলি পৰিছিল শয্যাত। কেনি দেখি সুৰুঙা? যি সুৰুঙাৰে ৰ'দৰ পোন শৰৰ দৰে প্ৰবেশ কৰিবহি পাৰে স্বপ্নকুমাৰৰ কাল্পনিক অৱয়ব এটি?

কলিকতাৰ ১৭, লেন্সডাউন ৰোডত থকা ছেন্ট জনছ্ ডায়'চেছন গাৰ্লছ কলেজিয়েট স্কুলৰ একেবাৰে ওপৰমহলাত ছাত্ৰীনিবাস। সন্ধিয়া টেনিছ ক'ৰ্টৰ পৰা ভাগৰি-জুগৰি ছিৰি বগাইছে দেৱবালাই। জানুৱাৰীৰ প্ৰচণ্ড শীততো ঘামেৰে ভিজা শৰীৰ। আটাইতকৈ প্ৰবীণ ছাত্ৰী দুগৰাকীমানে খিৰিকীৰ কাষত বৈ কথা পাতি আছিল। এগৰাকীয়ে হাত মেলি দেৱবালাক ৰখালে।

ৰ'বাচোন ৰ'বা। তোমাৰ বোলে বিয়া?

আকাশৰ পৰাহে পৰিল যেন দেৱবালা। হা-কৈ চকু-মুখ মেলি ৰৈ গ'ল। আকৌ সুধিলে অন্য এগৰাকীয়ে—

আজিহে শুনিলো আমি, বিয়া পাতিছা?

ক'তা? মই দেখোন গমেই নাপাওঁ।

কি কোৱা?

বিশ্বাস কৰক।

অ'। আমিও আনৰ মুখতহে শুনা। দৰাক চাগে' জানাও তুমি!

অন্য ছোৱালী হোৱা হ'লে সুধিলেহেঁতেন কোননো বুলি, কিন্তু দেৱবালা অন্য ধাতুৰে গঢ়া। পিতাকে নিজৰ শালত নিজ হাতেৰে গঢ়া প্ৰতিমা। যাৰ অন্তেষপুৰত ৰুই দিছিল তেওঁ এক অনন্য গুটি, শিক্ষা, সংগীত আৰু ক্ৰীড়াৰে মিশ্ৰিত গুটি।

দেৱবালাৰ চকু ঢুলঢুলীয়া হৈ আহিল। তলৰ ওঁঠখন দাঁতেৰে কামুৰি ধৰিলে। পেটৰ ভিতৰখনত অদ্ভুত খেলিমেলি কিছুমান আৰম্ভ হৈ গ'ল। শিথিল হৈ আহিবলৈ ধৰিলে শৰীৰৰ সকলোবোৰ অংগ-প্ৰত্যংগ।

ঠিকেই শুনিছেনে তেওঁ?

বিয়া? দেৱবালা দুৱৰাৰ বিয়া?

সেইজন দেউতাকেই আয়োজন কৰিছেনে এই বিয়াৰ, যিজনে অহৰহ কয়, 'পঢ়া, খুব ভালকৈ পঢ়া। বিদ্যা অৰ্জনেৰেহে জীৱন উজ্জ্বল হয়। জ্ঞান লাভ হয়। জ্ঞানৰ মাজেৰেহে জীৱন কি উপলব্ধি কৰা যায়। মানুহ হোৱা যায়।' তেন্তে এয়া কি ঘটিবলৈ ওলাইছে?

চৌপাশে যেন ঘোৰ অন্ধকাৰ।

যেন মৰুভূমিৰ মাজত এয়া অকলশৰে বৈ আছে দেৱবালা।

কোনোবা এগৰাকীয়ে দেৱবালাৰ পিঠিত সাদৰী হাত থ'লে—

আই ঐ দেহি, বেচেৰীয়ে চাগে' নাজানেই।

ভয় খাইছা নেকি দেৱবালা?

ইচ্ ভয় নেখাবা পাই। কপাল ফুলিছেহে তোমাৰ। দৰা কোন গম পালে...।

মই কওঁ ৰ'। দেৱবালা!

দেৱবালাই এইগৰাকীলৈ দৃষ্টি ঘূৰালে।

শুনা দেৱবালা, মোৰ হিচাপত দৰাক তুমি দেখিছা। বৰ ডাঙৰ মানুহৰ ঘৰৰ ল'ৰা, চলিহা পৰিয়ালৰ। দেউতাক কালীপ্ৰসাদ চলিহা নামকৰা উকীল, তেওঁৰে দ্বিতীয় পুত্ৰ যাদৱপ্ৰসাদ। ইয়াতে বি এছচি পঢ়ি আছে, ফাইনেল দিছেই বোধকৰোঁ।

দেৱবালাৰ দৃষ্টি তললৈ নামিছিল। এইবাৰ নিজৰ ভৰিৰে জোতাত চকু থৈ অনুচ্চ মাতেৰে উচ্চাৰিলে—

এতিয়াই কেলেই বিয়া হ'ম? ক্লাছ নাইন পাইছোহে। আৰু পঢ়িবলৈ আছে মোৰ।

চাৰিওফালে নিস্তব্ধ হৈ পৰিল। ছাত্ৰীইঁতে উশাহ-নিশাহৰ কথাও পাহৰিলে। প্ৰতিজনীৰে বুকুত মাতৃৰ-ভগ্নীৰ স্নেহ উথলি উঠিল। কি ক'ব তেওঁলোকে এই ছোৱালীজনীক? কিয়েইবা কোৱা যায়!

দেৱবালা লৰিল।

এখোজ-দুখোজকৈ তেওঁ নিজৰ শয্যাৰ ওচৰ পালেগৈ। এক মুহূৰ্তৰ বাবে একেথৰে বৈ যোৱাৰ অন্তত লাহেকৈ বিছনাতে বহি পৰিল তেওঁ। ভৰিৰ জোতাত চকু পৰিল, মুহূৰ্ততে সেইদুখনি ভৰিয়ে এখনি মেখেলাৰ আঁৰ বিচাৰিলে। দৃষ্টি উঠাই বেৰলৈ চালে, তাত ওলোমাই থোৱা দাপোণখনত প্ৰতিবিম্বিত আধা-আধি দেৱবালা।

আঃ বিচাৰেনে দাপোণৰ দেৱবালাই এটা সেন্দূৰৰ ফোঁট, এখনি ওৰণি?

গাৰুত মুখ গুঁজি বহুপৰ নিমাতে-নিতালে পৰি ৰ'ল দেৱবালা।

তাৰপাছত ঘৰলৈ আহে, হয়, সঁচা। দেৱবালা দুৱৰাৰ যাদৱপ্ৰসাদ চলিহাৰ লগত বিয়া। আয়োজন সম্পূৰ্ণ।

সেইখন বিয়াৰে জোৰোণ আজি।

কইনা দেৱবালা কলিকতাৰ বিখ্যাত ছেণ্ট ডায়'চেছন স্কুলত নৱমমানলৈকে পঢ়ি অহা। দৰা যাদৱপ্ৰসাদে কলিকতাৰ প্ৰেছিডেন্সী কলেজ আৰু স্কটিছ চাৰ্চ কলেজৰ পৰা বিজ্ঞানৰ স্নাতক হৈ ওলাই [illegible]তি শিৱসাগৰত চাহ বাগিচা চলাইছে, লগতে দিচাঙৰ পাৰৰ কাঠৰ মিল এটাও।

এইহাল হৰ-গৌৰীৰে কাইলৈ বিবাহ সম্পন্ন হ'ব। গুচি যাব দেৱবালা এহাত ওৰণি টানি, পিতৃৰ পদূলি এৰি যাদৱপ্ৰসাদৰ পাছে পাছে শিৱসাগৰলৈ।

# দুই

দেৱবালাৰ শুভবিবাহ সম্পন্ন হৈ গ'ল। কইনা লৈ যাদৱপ্ৰসাদ শিৱসাগৰলৈ উভতিল। যাদৱপ্ৰসাদৰ আকৌ গাড়ীত বৰ চখ। নহয় নহয় বিলাসিতা নহয়, তেওঁ হৈছে কলকজা ভালপোৱা মানুহ। পুৰণি গাড়ী চলাই ফুৰে। বাটে-পথে ৰ'বলগা হ'লে গাড়ীৰ তলত সোমাই শুই শুই কলকজা খোলে।

আজি কিছুদিনৰ পৰা বন্ধু-বান্ধৱে সকীয়াই আছে—

বোলো যাদৱ, এতিয়াই যিমান মন যায় ইঞ্জিনীয়াৰগিৰি কৰি লোৱা।

এহ্ পাছতো কৰিম। নকৰিলে কেনেকৈ হ'ব?

ঠিক আছে, পাছত কৰিবা বাৰু। কিন্তু বন্ধু অন্ততঃ দৰা হৈ বহি আহোঁতে যদি বাটত কিবা বিজুতি ঘটে, সেইদিনা কিন্তু তুমি ছিটৰ পৰা নামিব নোৱাৰিবা। এতিয়াই কৈ থৈছো।

যাদৱপ্ৰসাদে মাথোন মিচিকিয়ায়, একো নামাতে। কইনা লৈ গৈ এইবাৰ তেওঁ মটৰ গাড়ী এৰি জাহাজত উঠিল আৰু গৈ গৈ পালেগৈ দিখৌৰ পাৰ।

ঘৰখনত মানুহ সৰহ। ওৰণিৰ তলৰ পৰাই দেৱবালাই গমিব ধৰিলে মানুহৰ গিজ্‌গিজনি।

বৰবোৱাৰী আগুৱাই আহিল। আদৰ-সাদৰ কৰি দেৱবালাক ভিতৰৰ কোঠা এটিত বহুৱালেগৈ। দেৱবালা ক্লান্ত হৈ পৰিছে অথচ এই ক্লান্তিক এতিয়া প্ৰকাশ হ'বলৈ দিব নোৱাৰি। ঢাকি ৰাখিব লাগিব, সহি থাকিব পাৰিব লাগিব।

সন্ধ্যা নামি আহিছিল।

দেৱবালাই ঢেঁকীৰ খুবলিত হাত দিলেগৈ, যাদৱপ্ৰসাদে ঢেঁকী দিলে।

হাতখন আগবঢ়াই দিয়া নবৌ।

কোনোবা এজনীয়ে জুমৰ মাজৰ পৰা ৰিঙিয়ালে। খুবলিৰ ওচৰত গহনা-কাপোৰৰ মহাভাৰ লৈ বহি ৰোৱা দেৱবালাই সেইগৰাকীক হ'লে দেখা নাপালে। এহাত দীঘল ওৰণি। তাৰ ফাঁকেৰে কেৱল খুবলিটোহে দেখা গৈছে। ঢেঁকীথোৰাটো এবাৰ পৰিছে, এবাৰ উঠিছে, যেনি-তেনি ছিটিকি পৰিছে চাউল।

দেৱবালা ঘামি গ'ল।

এইহেন শীততো ঘামি গ'ল।

কেনেকৈ দিয়া যায় হাত আগুৱায়? খুন্দি পেলায় যদি ঢেঁকীথোৰাটোৱে?

তেনেতে দুবৈৰ পৰা ভাহি আহিল কাৰোবাৰ ৰিং—

ৰং-ৰহইচবোৰ সোনকালে সামৰিব লাগে আৰু দেই। এইফালে পুথি পঢ়া আৰম্ভ কৰিবৰে হ'ল।

কোনোবা দুগৰাকীয়ে দেববালাক বহাৰ পৰা তুলি ধৰিলে। ওৰণিখন ঠিককৈ দিলে, হাতত লগা চাউলৰ ঘুগুলা মোহাৰি দিলে, তাৰপাছত ক'লে—

ব'লা। খোবাখুবীৰ পুথি পঢ়া শুনিব লাগিব।

দেৱবালাই খোজ ল'লে। মাটিৰ মজিয়া। ফাগুনৰ বতৰে শুকুবাই থোৱা মজিয়া। তেনেই চেঁচা পৰি আছে।

কি হ'ল দেৱবালাৰ?

ভৰিৰ তলুৱাত যে সিৰ্‌সিৰণি উঠিছে?

কলিকতাৰ ডায়'চেছন স্কুলৰ তিনি মহলাৰ ওপৰত আঠোটাকৈ বছৰ জোতা পিন্ধি থকা দেৱবালা মাটিত ভৰি থৈ নোপোৱা হাকিমৰ জীয়ৰী। আঠ বছৰ বয়সতে কলিকতালৈ গুচি গৈছিল, এতিয়া আহিছে অসমলৈ। ক'ত হ'ল চেঁচা মাটিত উদং খোজ পেলোৱা?

উহ্ ভৰিৰ তলুৱা যেন নাপাতিবই!

গোটেইখন যেন ৰবফৰ মজিয়া।

ভৰিৰ আঙুলি কোঁচাই খুপি খুপি খোজ ল'লে এইবাৰ তেওঁ। গাত ৰিহাই-চাদৰে, অলংকাৰে-ওৰণিৰে দাঙিব নোৱৰা মহাভাৰ।

তথাপি দেৱবালা গৈ থাকিল। দুয়োফালে দুগৰাকী মহিলাৰ শক্তিশালী আবেষ্টনীৰ মাজেৰে গৈ থাকিল তেওঁ। ওৰণিৰ তলেৰে চকু দুটি খুব খৰকৈ ইফাল-সিফালো কৰিলে। সৌৱা, ঠিকেই দেখিছে টিপ্‌চাকি জ্বলিছে, পুৰণি পালেং এখনৰ খুঁটি দেখিছে, আধাশোৱা ভৰি এহাল ওলমি পৰা দেখিছে। ছোৱালীৰ ভৰি। ভনীয়েক পুণ্যবালাৰ বয়সৰে হ'ব পায়।

দেৱবালাৰ হাঁমি আহিল।

ছোৱালীজনীৰ কাষতে বাগৰি দিবৰ মন গ'ল তেওঁৰ।

০ ০ ০ ০ ০ ০ ০

কোঠাটো নতুনকৈ সজাই-পৰাই তোলা হৈছে। শিশুকাঠৰ আচবাববোৰৰ পৰা নতুন নতুন গোন্ধ বিয়পিছে।

ড্ৰেছিং টেবুলখনৰ ওপৰতে কোনে জানো থৈ গৈছিলহি আলাউদ্দিনৰ চাকিগছি, দেৱবালাই গমকে নাপালে। আচলতে জানিবৰ ইচ্ছাও নাই তেওঁৰ। তথাপি কাঁচৰ

আবেষ্টনীৰ মাজত কঁপি থকা প্ৰদীপ শিখাটিলৈকে পৰম মনোযোগেৰে চাই ৰ'ল।

কিমান সময়?

ওহো, নাজানে দেৱবালাই।

তেওঁ শয্যাত বহি আছিল, ভৰি তুলি। হাতৰ তলুৱাৰে ভৰিহাল মুঠিয়াই ধৰি ধৰি শীত আঁতৰাব খুজিছিল। কিন্তু সেয়া ইমান সহজ নাছিল।

এইবাৰ চাকিগছিৰ পৰা দৃষ্টি ঘূৰাবলৈ বাধ্য হ'ল তেওঁ। কোনোবা ফালেৰে বতাহ সোমাই আছে। ফাগুনমহীয়া ফেৰফেৰীয়া বতাহ। কেনি সোমাইছে? ভালকৈ চালে দেৱবালাই; খিৰিকীবোৰ বন্ধ আছিল, দুৱাৰখনো জপোৱা। বোধহয় দুৱাৰৰ ফাঁকেৰেই সোমাইছে।

হামি আহিল তেওঁৰ।

বহি থকাৰ পৰা বিছনাখনলৈ চালে। দুটা গাৰু সজাই ৰখা হৈছে। তেওঁ বহি থকা ভৰিৰ ফালে জাপি থোৱা হৈছে নিহালী।

ইচ্ এইখনকে গাত মেৰিয়াই এবাগৰ নামাৰেনো কিয় তেওঁ? দৰা আহি দুৱাৰত হাত দিলে নিশ্চয়কৈ উমান পোৱা যাব।

এৰা, বাগৰাই যাওক।

হাত-ভৰি মোটোকাই শুই ভালপোৱা শিশু এটিৰ দৰেই ঠাইতে বাগৰি দিলে দেৱবালা। হাতৰ আঙুলিত ঠেৰেঙা লগা শীত। ইমান ঠাণ্ডা ইয়াত। দিখৌ নৈৰ পৰাই চাগে' বতাহে শীতলতা কঢ়িয়াই আনিছে।

দেৱবালাই মূৰৰ ওচৰত পৰি থকা জাপি থোৱা নিহালীখনৰ ভাঁজৰ মাজত আঙুলিকেইটা সুমুৱাই দিলে।

দেৱবালা!

কোনে মাতে? খক্মকাই উঠি বহিল তেওঁ। নিচেই কাষতে পালেঙৰ খুঁটিত হাত থৈ ৰৈ আছে এক দিব্যপুৰুষ।

দেৱবালাৰ টোপনি পলাই ফাট মাৰিলে।

এইজনেইনে?

হা? এইজনেইনে যাদৱপ্ৰসাদ চলিহা? দীৰ্ঘসময় ধৰি যাৰ খোজক অনুসৰণ কৰি আহিছে কালিৰ পৰা, ওৰণিৰ তলেৰে দেখি আহিছে যাৰ চৰণযুগল, স্বামী বুলি বৰণ কৰা সেইজন মানুহেইনে এইজন?

তোমাৰ টোপনি আহিছিল...।

মানুহজনৰ মাত। শিক্ষক নে অভিভাৱক? নে পিতৃৰ দৰে স্নেহৱৎ ব্যৱহাৰ?

দেৱবালা শয্যা এৰি থিয় হ'ল। নিচেই কাষত মানুহজন। তেওঁৰ শৰীৰৰ ফালৰ পৰা এক সুগন্ধি বাহিৰ হৈছে। অগৰু? নে চন্দন?

আকৌ সিৰ্‌সিৰ্‌কৈ ভৰিৰ তলুৱাৰে বগাই উঠিল শীত।

ইয়াত ইমান ঠাণ্ডা।

চাদৰেৰে নিজকে সাবটি উচ্চাৰিলে দেৱবালাই।

যাদৱপ্ৰসাদে হাঁহি পেলালে। নিচেই কশমানিজনীৰ দৰে দেৱবালা। তেওঁতকৈ যথেষ্ট চাপৰ হোৱা হেতুকে ওৰণিখনলৈকে এপলক চাই ৰ'ল।

আপুনি বহক। মোৰ প্ৰণাম কৰিবৰ আছে।

কি ক'লে দেৱবালাই, যাদৱপ্ৰসাদে ঠিক ধৰিব নোৱাৰিলে। তথাপি তেওঁ পালেঙত বহিল। পাটৰ সাজৰ খচ্‌মচনি তুলি দেৱবালাই কোঠাৰ এচুকলৈ গৈ চৰিয়া আৰু পানী এঘটি লৈ আহিল। যাদৱপ্ৰসাদৰ ভৰিৰ ওচৰতে আঁঠুকাঢ়ি বহিল। লগে লগে জঁপিয়াই উঠিল যাদৱপ্ৰসাদ।

কি কৰা?

একো নকৰোঁ।

তলত বহিলা যে? আৰু এইবোৰ কি?

আপোনাৰ ভৰি ধুবাম।

মোৰ ভৰি চাফা। এইবোৰ বন্ধ কৰা, উঠা তুমি।

দেৱবালা দোধোৰ-মোধোৰত পৰিল। তথাপি উঠি থিয় হ'ল। পালেঙত বহি থকা যাদৱপ্ৰসাদৰ একেবাৰে সমুখত থিয় হ'ল তেওঁ। স্বামীৰ চকুলৈ চাই ক'লে—

আপোনাক প্ৰণাম কৰাৰ কথা আছিল।

যাদৱপ্ৰসাদে ড্ৰেছিং টেবুলৰ চাকিগছিৰ ফালে চাই পঠিয়ালে। গম্ভীৰ কণ্ঠে ক'লে—

ইয়াত বহা।

তেওঁৰ কাষতে হাতেৰে পত্নীক বহিবলৈ দেখুৱালে। দেৱবালা তথাপি বৈ থাকিল। এইবাৰ যাদৱপ্ৰসাদে পত্নীৰ মুখলৈ চাই ক'লে—

ঘটী-টটীবোৰ আঁতৰাই পেলোৱা।

ভৰি নুধুৱাম?

ওহো।

প্ৰণাম?

তুমি বহাহি। কথা আছে মোৰ।

কথামতেই কাম। সকলোবোৰ সামৰি আঁতাই দেৱবালা স্বামীৰ কাষত ৰ'লহি।

যাদৱপ্ৰসাদে চকু তুলি চালে। নিঃসন্দেহে তেওঁৰ পত্নী। সুন্দৰী নাৰী।

ক'ৰবাত চৰায়ে মাতিছিল। ডেউকা কোবাই ধপ্‌ধপ্ শব্দ তুলিছিল নিশাচৰী পক্ষীয়ে।

উঃ নিচেই কাষতেই যেন শিয়ালৰ মাত!

দেৱবালা একপ্ৰকাৰ উচপ খায়ে উঠিল।

যাদৱপ্ৰসাদ মৰমত গলি গ'ল।

গলি গলি হৈ পৰিল বহল সাগৰ।

... এপদ এপদকৈ তেওঁ পত্নীৰ অলংকাৰ খহাবলৈ ধৰিলে। হাতৰ গামখাৰুৰ শলখা একেবাৰে নিকপ্‌কপীয়াকৈ মৰা আছিল। তেওঁ দাঁতেৰে টানিবলগা হ'ল।

জিকাৰ খাই উঠিল দেৱবালা। হাতৰ ঠাৰিত পুৰুষৰ ওষ্ঠস্পৰ্শ। জীৱনত কাহানিও নোপোৱা এক অদ্ভুত স্পৰ্শ।

দেৱবালা যেন মোহাচ্ছন্ন হৈ পৰিল। যেন যাদুদণ্ডৰে স্পৰ্শ কৰিছে তেওঁক যাদুকৰ যাদৱপ্ৰসাদে।

দেৱবালা।

যাদৱপ্ৰসাদৰ বুকুত মূৰ গুঁজি থকা দেৱবালাই কেৱল মূৰ লৰালে। গম্ভীৰ মাত তেওঁৰ স্বামীৰ—

আজিয়ে এটা কথা কৈ থওঁ, মন দি শুনিবা। শুনিবানে?

ওঁ।

চোৱা, তোমাক মই বিয়া কৰাই আনিছো। বিয়া মানে বুজি পোৱা নহয়? লগ এটা। একেলগে খোজকাঢ়ি আগুৱাই যোৱাৰ লগ এটা। এইবোৰ ভৰি ধুওৱা, সেৱা কৰা পুৰণি ৰীতি-নীতি। সেইবোৰ কৰি তুমি মোৰ তলত থকাটো মই অন্ততঃ নিবিচাৰোঁ। মোৰ তলত নহয়, কাষত থাকিবা তুমি। আৰু এইখন ঘৰ আজিৰ পৰা তোমাৰ নিজৰ ঘৰ। নিজৰমতে থাকিবা। আই আছে, বৌ আছে, নজনাটো সুধি-পুছি ল'বা।

দেৱবালাৰ হৃদয় জুৰ পৰি আহিছিল। অত্যন্ত সন্তৰ্পণে যেন চেতাৰৰ তাঁৰেৰে চুঁচৰি নামি আহিছিল পাটৰ চোলা-চুৰিয়া পিন্ধা দীৰ্ঘদেহী সুপুৰুষ যাদৱপ্ৰসাদ, সপোনৰ হাতত ধৰি।

দেৱবালা টোপনিত ঢলি পৰাটো যাদৱপ্ৰসাদে অনুমান কৰিলে। আলফুলে শুৱাই দিলে পত্নীক কাষৰ গাৰুত। বহলাই মেলি দিলে কুহুমীয়া নিহালিখন।

বাহিৰত ফৰিংফুটা জোনাক। বেৰৰ ওপৰৰ চিলিঙৰ ফাঁকেৰে সৰকি অহা জোনাকে কোঠাটি স্বপ্নপুৰী কৰি তুলিছিল।

কিছুক্ষণ তেওঁ নিদ্ৰিত পত্নীৰ মুখলৈকে চাই ৰ'ল।

একেবাৰে সম্মোহিত অৱস্থা যাদৱপ্ৰসাদৰ।

আলফুলে ওঁঠ থ'লে তেওঁ দেৱবালাৰ কপালত। ইমান গভীৰ নিদ্ৰানে দেৱবালাৰ? সপোনতে আঁকোৱালি ধৰিলেনে যাদৱপ্ৰসাদৰ ডিঙিত।

ভাল লাগেনে মোক দেৱবালা? হু?

চকুৰ পাহি মুকলি কৰি দেৱবালাই যাদৱপ্ৰসাদৰ চকুত চকু থ'লে। আকৌ সুধিলে যাদৱপ্ৰসাদে—

তুমি জানানে, প্ৰথম দেখাতেই নিজৰ বুলি লৈছিলো তোমাক।

এইবাৰ দেৱবালাৰ চমক ভাগিল। আড়ষ্টকণ্ঠে সুধিলে—

ক'ত? কেতিয়া?

দুবছৰমান হ'ল। তোমালোক গোটেইবোৰ অসমীয়া ছোৱালী কলিকতালৈ দল বান্ধি অহা-যোৱা কৰা। ছিনিয়ৰ কোনোবা এজন গ্ৰুপটোৰ লিডাৰ হয়। সেইবাৰ মোৰ ভাগত সেই দায়িত্ব পৰিছিল।

আপুনি অকলে আছিল? মইতো নেদেখিলো।

ওহো, অকলে নাছিলো। মোৰ লগত আৰু কেইবাজনো আছিল...।

আচৰিত। তথাপিতো দেখিব লাগিছিল।

লাগিছিলতো। নেদেখিলা।

কিয় নেদেখিলো বাৰু? আপুনি চাগে' ক'ৰবাৰ চুকত সোমাই আছিল।

শিশুৰ দৰে হাঁহিলে দেৱবালাই। যাদৱপ্ৰসাদেও।

পত্নীৰ গালত আদৰ কৰি ক'লে—

কিয় চুকত থাকিম? স্কটিছ চাৰ্চ্চ কলেজৰ বি এছচিৰ ষ্টুডেণ্ট ইমান চুকত সোমোৱা নহয়।

তেতিয়াহ'লে?

তোমাৰহে ইফালে-সিফালে চোৱাৰ সময় নাছিল। পাণ্ডুঘাটত ফেৰীত উঠিছো, তুমি বেহেলা বুকুত লৈ আছা, আমিনগাঁৱত ৰে'লত উঠিছো, তুমি চেতাৰ বুকুত লৈ আছা।

খিলখিলাই হাঁহি পেলালে দেৱবালাই। যাদৱপ্ৰসাদে পত্নীৰ মুখত সোপা দিলে।

শুনিব কোনোবাই; মাজৰাতি এনেকৈ মানুহে হাঁহেনে?

তেন্তে? কোনে হাঁহে?

ভূতে।

আকৌ খিল্‌খিলনি, খিল্‌খিল্... খিল্‌খিল্...। যেন খুলি দিয়া হৈছে পাহাৰী ঝৰ্ণাৰ বান্ধ। যেন মুকলি কৰি দিয়া হৈছে নতুনকৈ ওপজা ছাগলী পোৱালি এটি। বাধাহীন... উন্মুক্ত অবাধ সৰল প্ৰবাহ... এই পৃথিবীৰ একো আওভাও নোপোৱা!

o o o o o o o

সঁচাকৈয়ে একো আওভাও নোপোৱা হ'ল দেৱবালাই। ঘৰখনৰ যেনিতেনি মানুহ। মানুহেই মানুহ। পুৱাতেই গা-ধোৱা ঘৰত পানী আনি ৰখা হৈছিল। হাত দি চালে তেওঁ। ইচ্ ইমান চেঁচা পানী। কেনেকৈ ঢুলি তিয়াব এই পানীৰে? গা-ধোৱা ঘৰৰ কাঠৰ পাটত থিয় হৈ থক্‌থকাই কঁপিবলৈ ধৰিলে দেৱবালা।

এৰা, এতিয়ালৈকে তেওঁ দেৱবালা চলিহা হ'ব পৰা নাই। তেওঁ হৈ ৰৈছে হাকিম বিষ্ণুপ্ৰসাদ দুৱৰাৰ আলাসৰ কন্যা। ডায়'চেছনৰ মোজাইক কৰা মজিয়াৰ গা-ধোৱা ঘৰত গৰম পানীৰ টেপ খুলি গা ধুব খোজা দেৱবালা দুৱৰা।

নন্দেক পুতলীয়ে উমান লৈ আছিল। ঘৰখনৰ পুৰুষসকলে পাটী এৰাৰ আগতেই বোৱাৰী-জীয়ৰীহঁতে গা-পা ধুই আজৰি হয়।

কি হ'ল নবৌ?

দেৱবালা উচাপ খাই উঠিল। বাঁহৰ বেৰৰ জলঙাৰে দেখি আছে নেকি মাত দিয়াগৰাকীয়ে? তেওঁ গাৰ চাদৰ টানি-টুনি ল'লে। আকৌ আহিল মাতষাৰ—

নবৌ, মই পুতলী, নিৰ্মলপ্ৰভা। তোমাৰ ননন্দি। বোলো কিবা অসুবিধা নেকি নবৌ?

অসুবিধা হোৱা নাই... কিন্তু...

কিন্তু কি? মোক ক'ব পাৰা।

পানী বৰ চেঁচা।

পুতলীয়ে হাঁহি দিলে। পাছমুহূৰ্ত্ততে আকৌ ক'লে—

ব্যৱস্থা কৰি আছো ৰ'বা। অলপ ৰ'বা।

পুতলী আঁতৰি যোৱাৰ উমান পোৱা গ'ল। আঁতৰত শুনা গ'ল তাইৰ মাত—

ৰঘুকাই... অ' ৰঘুকাই! দমকললৈ যোৱা, বেগাই। খৰ্‌খৰ্‌কৈ পানী মাৰি গৰম পানী উলিয়াই দুবাল্টি আনি দিয়া। এতিয়াই। গা-ধোৱা ঘৰত লাগে।

# তিনি

নতুন জীৱনৰ নতুন দিন। কেনে লাগিছে দেৱবালাৰ? নাই নাই, তেওঁ এতিয়াই একো তত্ ধৰিব পৰা হোৱা নাই। বাৰে বাৰে মনত পৰিছে মাক সাবিত্ৰী দুৱৰাৰ্লৈ। কেনেকৈ চম্ভালে মাকে এনে জীৱন? মেখেলাই জোঁট মাৰি মাৰি ধৰে, হাত লৰাব নোৱাৰি, কিলাকুটিলৈকে সোণৰ খাৰু। মুহূৰ্তে মুহূৰ্তে তুলি লৈ থাকিব লাগে মূৰৰ ওৰণি। ইফালে মানুহ, সিফালে মানুহ; কোনে কাক মাতে, কি কয় একো ধৰিব পৰা নাযায়। আৰু এইদৰে শুদা ভৰিৰে উদং মজিয়া। এই মাটিৰ মজিয়া সদায় গচকিব লাগিবনে?

দেৱবালাৰ চকুলো ওলাওঁ ওলাওঁ হ'ল। গা-পা ধুই নিজৰ কোঠাত সোমাইছে, দেখে বিছনা পৰিপাটি। কোঠাত যাদৱপ্ৰসাদ নাই। কাহানিবাই এৰিছে শোৱাপাটী। মুখত সামান্য জনছন লোচন সানি কপালত ডাঙৰকৈ ফোঁট ল'লে তেওঁ। শিৰত সেন্দূৰ ল'লে। তাৰপাছত তিতা চুলিকোছাৰ পৰা গামোচাৰ পাক খুলি খুলি পালেঙত বহিলগৈ। এতিয়া গাৰু দুটি চাদৰেৰে ঢাকি থোৱা আছে। একাষত এয়া চাপৰ সৰু গোলাকৃতিৰ মেজখন। যোৱা নিশা ইয়াত কাঁহৰ থালী সজাই ৰখা হৈছিল। খৰিকাজাঁই ফুলেৰে ওপচাই থোৱা আছিল থালী। য'ত এটা ধূপদানি আৰু ঢাকনী থকা গিলাচ এটা।

গামোচাৰে চুলিৰ পানী টুকি থকা দেৱবালাৰ হাত থমকি ৰ'ল।

ইচ্ ইচ্ ইমান পাহৰিব লাগেনে?

গাখীৰ এগিলাচ দৰাৰ্লৈ বুলি যতনাই থোৱা আছিলেই, তেওঁ মাত্ৰ আগবঢ়ালেই হ'লহেঁতেন! তাকো পাহৰি যাব লাগেনে?

দেৱবালাৰ মনটো কেনেবা লাগি গ'ল। তথাপি তেওঁ গিলাচটোৰ ঢাকনী উদঙালে। উৱা! এইটোচোন তেনেই খালী। একেবাৰে পৰিষ্কাৰ। তথাপি সেইটো মুকলি কৰাৰ লগে লগে টেঙেচীয়া গোন্ধ এটি নাকত লাগিলহি।

নবৌ আহা, বৰবৌ বৈ আছে।

বাহিৰৰ পৰা অহা মাতষাৰে দেৱবালাক তৎপৰ কৰি তুলিলে। দীঘল চুলিটাৰিত মোটামুটি ফণি চলাই কোনোমতে নুৰিয়াই খোপা এটা বান্ধি তেওঁ দুৱাৰডলিৰ বাহিৰ হ'ল।

০ ০ ০ ০ ০ ০ ০

এতিয়া ১৯২৪ চন। যাদৱপ্ৰসাদে কাৰাবাস খাটি ওলাই অহা কিমানদিননো হ'ল? ১৯২২ চনৰ ফেব্ৰুৱাৰীত তেওঁ গ্ৰেপ্তাৰ হৈছিল। অসহযোগ আন্দোলনৰ বাবে নানানটা

কামত ঘূৰি ফুৰা আৰু ভলণ্টিয়াৰ প্ৰশিক্ষণ শিবিৰলৈ ঘনে ঘনে আহ্-যাহ্ কৰাৰ ৰোষত পৰিছিল তেওঁ। ঘৰ খানাতালাচ কৰে, কাগজ-পত্ৰ জব্দ কৰে, বিচাৰত পাঁচশ টকাৰ জৰিমনা বিহে। জৰিমনা অনাদায়ে ছমাহৰ কাৰাবাস। ফলত যোৰহাট জে'লত যাদৱপ্ৰসাদৰ নৰকবাস।

হাতৰ মালপোৱাখনত শেষ কামোৰটো মাৰি ইমানপৰে দেৱবালাই তেওঁৰ পতিৰ কাহিনী শুনি থকাৰ বিভোৰতাৰ পৰা মূৰ তুলি আখললৈ চালে। বোৱাৰীহঁতে জুহাল স্পৰ্শ কৰাটো শাহুআয়ে পছন্দ নকৰে। নকৰে যদি নোচোওঁ। আৰু কি কি চুব লাগে-নালাগে আগতীয়াকৈ কৈ দিয়াই ভাল।

এতিয়াই?

ওহো, এতিয়া যে দেৱবালাৰ সমূলি মন নাই এনে কথা শুনিবৰ। তেওঁক লাগে যাদৱপ্ৰসাদ জড়িত অগণন কাহিনী। কাহানিও শেষ হ'ব নোখোজা অনেক সৰু-বৰ কাহিনী।

এতিয়ানো কিহত লাগি আছে?

বৰজায়েক কনকলতাৰ হাতৰ আঙুলিলৈ চাই লাহেকৈ সুধিলে দেৱবালাই।

এতিয়া তেওঁ বাগিচাতে লাগি আছে। দিচাঙৰ পাৰত তেওঁৰ এটা ছ' মিলো আছে।

কি কৰে তাত? গছ ফালে?

চাহ পেকিং কৰিবলৈ কিছুমান ডাঠ কাঠৰ বাকচ লাগে। সেইবোৰো তৈয়াৰী হয় তাতে।

অঁ!

সেইনিশা যাদৱপ্ৰসাদ আগতীয়াকৈ কোঠাত সোমাল। পিঠিত গাৰু লৈ পালেঙৰ বেৰত হেলান দি তেওঁ যেন পত্নীৰ বাবে অপেক্ষাতহে আছিল!

পৰ্দা ঠেলি কোঠাত সোমায়ে দেৱবালা থমকি ৰৈ গ'ল।

যাদৱপ্ৰসাদে চেনেহেৰে সুধিলে—

কি হ'ল? চিনি পোৱা নাই?

মূৰৰ ওৰণি টানিবলৈ লৈও নাটানিলে দেৱবালাই। সামান্য যেন লজ্জিত হ'ল।

ৰঙা-চিঙা পৰিলা যে? চিনি পোৱা নাছিলা নহয়নে? কেনেকৈনো পাবা, কালিতো মুখলৈকে নেচালা!

এইবাৰ সঁচাসঁচিকৈয়ে লাজ কৰিলে দেৱবালাই। কিন্তু সাধাৰণ অসমীয়া ন-বোৱাৰীৰ দৰে মুখ আঁৰ কৰাৰ কৌশল তেওঁৰ আয়ত্তত নাছিল। ইংৰাজী শিক্ষা, সম্ভ্ৰান্ত বঙালী পৰিবেশ আৰু হাকিমৰ ঘৰৰ আদব-কায়দাৰে প্ৰতিপালিত এই কন্যা। চিধাই গৈ তেওঁ স্বামীৰ নিচেই কাষত মুখ ওফন্দাই বহিল। যাদৱপ্ৰসাদ গলি গ'ল, মৰমতে গলি গ'ল।

আলফুলে আঁতৰাই দিলে তেওঁ পত্নীৰ গালে-মুখে আহি পৰা বাধা মানিব নোখোজা চুলিকেইডাল। তথাপিতো ৰসিকতা দমাব নোৱাৰিলে তেওঁ।

আজি কি হ'ল দেৱবালা?

কি হ'ল?

মোলৈ ঢাকনী থকা গিলাচত গাখীৰ নানিলা?

অ' এটা কথা দেই। কালি যে ইয়াত গাখীৰ গিলাচ আছিল।

মই খালো, অকলে।

কেতিয়া? মইচোন নেদেখিলো।

ৰাতিপুৱা। তুমি উঠি যোৱাৰ পাছত।

কি কয়? তেতিয়ালৈ আৰু সেয়া গাখীৰ হৈ আছিলনে?

নাই। দৈ হৈ গৈছে। কাঁচি দৈ।

ইচ্ কিয় খালে।

বুজি পোৱা নাই?

দেৱবালা এইবাৰ নিৰুত্তৰ।

স্বামীৰ বুকুত মূৰ গুঁজি তেওঁ ভুন্‌ভুনালে—

মই জানো, মোৰ দায় সৰুবাবলৈকে আপুনি এনে কৰিলে! কিয় খালে, অপকাৰ কৰিব এতিয়া।

যাদৱপ্ৰসাদে পিঠিখনত হাত থ'লে—

আঁকৰীজনী। নাই খোৱা। সেইখিনি পেলাই গিলাচটো পানীৰে পখালি থৈ দিছিলো।

সেইবোৰনো কিয় কৰিব লাগে? মই নিলোৱেইহেঁতেন নহয়!

কেনি?

পাছফালৰ বাচন ধোৱা জেগালৈ।

জেগা নহয়, ঠাই। কি কৰিলাহেঁতেন নি?

ধুলোহেঁতেন।

ভয় নেলাগিব? তাত থকা বাঁহৰ জোপোহাবোৰ দেখা নাই? কেৰকেৰণি শুনা নাই? তাত কোনোবা নহয় কোনোবা থাকেই দেখোন।

সেই কোনোবা এজনাই যদি তুমি গিলাচৰ কাঁচি দৈ পেলাই থকা দেখিলেহেঁতেন?

আ—!

মুখখন মেলিও দেৱবালাই হাতৰ তলুৱাৰে সোপা দি উঠিল। তেওঁৰ বিস্ফাৰিত হৈ পৰা চকুযুৰিলৈ চাই যাদৱপ্ৰসাদে বৰ আমোদ পালে।

আজিও ফৰিংফুটা জোনাক। শুক্লপক্ষৰ নিশাবোৰ বৰ মনোৰম হয়। তাতে যদি শীতৰ কোমল আবেশসনা থাকে, তেতিয়াহ'লেতো পৃথিৱীলৈ সৰগখনেই নামি আহে।

দেৱবালা!

নাই, দেৱবালাৰ সঁহাৰি নাই।

আও! বৰ টোপনিচোন! দেৱবালা!

ভাল নালাগে মোৰ।

যাদৱপ্ৰসাদ স্তব্ধ হৈ পৰিব খুজিলে। ভাল নালাগে? কি ভাল নালাগে দেৱবালাৰ? কি?

কিন্তু কিবা সুধিবলৈও তেওঁৰ মাত যেন হেৰাই গৈছে। দেৱবালাই যেন এই কথা অনুধাৱন কৰিয়ে কৈ পেলালে।

ভাল নালাগে মোৰ, চবেই দেৱবালা ক'লে বুলি আপুনিওনো কিয় কয়?

যাদৱপ্ৰসাদে মুকলিকৈ নিশাহ এৰিলে। চেনেহেৰে সুধিলে—

তুমিয়ে কোৱা কি বুলি মাতিম!

মই কি জানো! মাইঁতে মতাদি বৰমাই বুলিও মাতিব পাৰে।

যাদৱপ্ৰসাদে জোকাবলৈ ধৰিলে—

বৰমাই! অ' বৰমাই! বেয়া পাইছো য'ক, চবেই মাতে বৰমাই বুলি, আপুনিওনো কিয় মাতে?

দেৱবালাই হাঁহি দিলে।

সেই একেই হাঁহি, খিল্‌খিল্‌... খল্‌খল্‌... পাহাৰীয়া ঝৰ্ণাৰ বান্ধ খহি পৰাৰ অবাধ গতি।

০ ০ ০ ০ ০ ০ ০

বৰমাই... বৰমাই...।

আকাশে-বতাহে আজি মুখৰিত নামটি। এৰা, আজি বিষ্ণুপ্ৰসাদ দুৱৰাৰ গোলাঘাটৰ ঘৰত দেৱবালা আৰু যাদৱপ্ৰসাদৰ আঠমঙলা। সকলোৱে বৰমাইক বিচাৰিছে। কথা এষাৰ পাতিব, ফোঁটে-সেন্দূৰে সুশোভিত বৰমাইক সমুখত বৈ বৈ চাব।

বৰমাই উফৰি ফুৰিছে। এনেও তেওঁৰ খোজৰ গতি খৰ। উৰি যোৱাদি যায়। শহুৰৰ ঘৰত এই খোজত বান্ধোন আহি পৰিছিল, আজি সি মুক্ত হৈ উঠিছে। আজি বৰমাইৰ মূৰত কাপোৰ নাই।

ফটোগ্ৰাফাৰ আহি বৈ আছিল। বৰমাইৰ ককায়েক দেৱপ্ৰসাদ তেওঁতকৈ দুবছৰে ডাঙৰ। পঢ়াশুনাত মেধাৱী। তেওঁ পিন্ধি থকা ধুতিৰ থোৰ তললৈ নমাই জোতা এযোৰ পিন্ধি ল'লে। শহুৰৰ ঘৰলৈ অহাৰ পৰা যাদৱপ্ৰসাদে পত্নীৰ ছাঁটোও দেখা নাই। এতিয়া ককায়েকৰ জোতাযোৰ হাওলি চাই ৰোৱা পত্নীক পাছফালৰ পৰা দেখা পালে। পিছে পাছমুহূৰ্ততে তেওঁ চকুযুৰি অন্যফালে ঘূৰাই পেলালে। আটায়ে ফটো উঠিলে। দেৱপ্ৰসাদ, যাদৱপ্ৰসাদ, ভনীয়েক পূৰ্ণিমা, ভায়েক হেমেন্দ্ৰ, দেৱবালা, হেমবালা, পুণ্যবালা, পুণ্যপ্ৰসাদ আৰু মাতৃ সাবিত্ৰী দুৱৰা।

শহুৰৰ ঘৰলৈ উভতিবৰ সময়ত মাতৃয়ে ক'লে—

মুৰৰ কাপোৰখন চম্ভালি ৰাখিবা আই।

ওঁ।

দেৱবালাই শলাগিলে আৰু গাড়ীত উঠি শহুৰৰ ঘৰলৈ ৰাওনা হ'ল। ওৰেবাট দেৱবালা অন্যমনস্ক হৈয়ে ৰ'ল। চকুপানীও টুকিলে নেকি যাদৱপ্ৰসাদে ধৰিব পৰা নাই। পত্নীক সাহচৰ্য দিবলৈকে চালকক পাছলৈ পঠিয়াই এইবাৰ তেওঁ গাড়ী চলাবলৈ বহিল।

বৰমাই, তুমি আগলৈ আহা।

গাড়ী চলিবলৈ ধৰিলে। ওখোৰা-মোখোৰা বাট। গোলাঘাটৰ পৰা শিৱসাগৰলৈ যোৱা বাট-পথৰ অৱস্থা তেনেই দুৰ্গম বুলিলেও বুলিব পৰা যায়। ছাই বৰণীয়া চেভ্ৰোলেট গাড়ীখন একপ্ৰকাৰ জঁপিয়াই যোৱাদি যাবলৈ ধৰিলে। আৰু হঠাতে কি হ'ল? গাড়ীখন যে কেচ্‌কৈ ৰৈ গ'ল? যাদৱপ্ৰসাদ জঁপিয়াই নামিল।

দেৱবালাও গাড়ীৰ পৰা নামিল। বাটৰ দুয়োকাষে ঘোৰ অৰণ্য। এৰি অহা বাটেৰে কিমানপৰ ভটীয়াই গ'লে পোৱা যাব গোলাঘাটৰ ঘৰখন?

তেওঁ সেইফাললৈকে চাই ৰ'ল।

কিমানপৰ? ওহো খিয়ালেই নাই যেন!

বৰমাই!

হঠাতে যাদৱপ্ৰসাদৰ মাত। উভতি চালে দেৱবালাই কিন্তু ক'ত মানুহজন?

বৰমাই, মোক দেখিছানে? গাড়ীৰ তলত মই।

সেইনিশা স্বামীৰ ডিঙিত আঁকোৱালি আদৰেৰে সুধিলে দেৱবালাই—

গাড়ীৰ কামত কষ্ট নহয়?

কিহৰ কষ্ট? ভালহে লাগে। ভীষণ ভাল লাগে। বুজিছা বৰমাই, গাড়ী অচল হোৱা মানে কলকব্জাৰ অসুখ হোৱা। মানুহৰ নিচিনা বুলিয়ে ধৰাচোন। কটা আঙুলিত যদি অলপ যত্ন নলওঁ, সি ভাল হৈ কাম কৰিব কেনেকৈ? বুজিছা, সৰু সৰু স্ক্ৰুবোৰলৈও চেনেহ জাগে, আমি জোৰা নলগালেতো লৰিব নোৱাৰে সিহঁত। অলপ ইফাল-সিফাল কৰি দিলেই কামত লাগি যায় কেনেকৈ, ভাবিয়ে ভাল লাগে। এইফালে লগাওঁ, নহয়। সিফালে লগাওঁ, নহয়। লাগি থাকো। কিমান সময় লাগি থাকো, ক'ত সোমাই থাকো, খিয়ালেই নাথাকে। কাৰণ, জানো যে এবাৰ নহয় এবাৰ লগ লাগিবই। তেনেকুৱাতে দেখিবা, হঠাৎ লাগি গৈছে। একেবাৰে খাপ খাই পৰিছে। স্ক্ৰু কচি দিওঁ, তেল-মবিল দিওঁ, ঘৰ্ঘৰাই উঠে গাড়ীয়ে। ইঞ্জিনৰ সেই মাত কিমান ভাললগা, তুমি নুবুজিবা বৰমাই।

আপুনি ইঞ্জিনীয়াৰিং নপঢ়িলে কিয়?

যাদৱপ্ৰসাদে পাতললৈকে হাঁহিলে।

ইঞ্জিনীয়াৰিং পঢ়িবলৈ মোক আসাম চৰকাৰে বিলাতলৈ পঠিয়াব খুজিছিল। ভবা-চিন্তা কৰি নগ'লো।

কেলেই?

ইঞ্জিনীয়াৰিং পাছ কৰি আহিলেও মই বাগিচাই চলাব লাগিব। তেতিয়া সেই শিক্ষাৰ প্ৰয়োগ ক'ত হ'ব কোৱা?

কলঘৰত। গাড়ী-চাড়ীত।

আৰু এতিয়ানো কি কৰি আছো?

দেৱবালাই গহীনভাৱে কথাটো ভাবিবলৈ ধৰিলে। হয়তো, ঠিকেই কৰিলে তেওঁৰ স্বামীয়ে।

বুজিছা বৰমাই, বিলাতত পঢ়িবলৈ নগৈ সেই সময়খিনি মই বাগিচাত লগালো, কাঠৰ মিলত লগালো, এৰৈকেশ চনৰ পৰা গান্ধীৰ অসহযোগত লাগিলো। শিৱসাগৰ জিলা কংগ্ৰেছত ভলণ্টিয়াৰৰ অধিনায়ক হ'লো। গাঁৱে গাঁৱে কংগ্ৰেছ কমিটী গঠন কৰি ফুৰিলো, খাদী কেন্দ্ৰ প্ৰতিষ্ঠা, ভলণ্টিয়াৰৰ দল গঠন ইত্যাদি নানানটা কাম।

আপুনি জে'লতো সোমাইছিল!

অ' শুনিলা হ'বপায়? কেনে লাগিছিল শুনি?

বুজাব নোৱাৰো।

মানে?

বহুত ভাল লাগিছিল...।

শুনা বৰমাই, ইংৰাজী শিক্ষা আমি আমাৰ জ্ঞানৰ বাবে লৈছো। কিন্তু সংস্কৃতিৰ ক্ষেত্ৰত আমি নিজৰটো সদায় বজাই ৰাখিব লাগিব। বুজি পাইছা নহয়?

হয়।

দেৱবালাৰ কাণত মহৰ কুন্‌কুননি আহি পৰিছিল। বোধকৰো আঁঠুৱাৰ বাহিৰতে সেইটো উৰি আছিল।

কিন্তু সেইটো যেন এটি সাধাৰণ কীট-পোক নাছিল, সি আছিল বগুলুৱা সংস্কৃতি। বিশুদ্ধ অসমীয়া সংস্কৃতিলৈ প্ৰবেশ কৰিবলৈ যেনেতেনে আঁঠুৱাৰ এটি ৰন্ধ্ৰ বিচাৰি ফুৰা বগুলুৱা সংস্কৃতিৰ বীজাণু।

ওহ্।

নিজৰ অজানিতে উচ্চাৰিলে দেৱবালাই। হামিয়াব খুজিও ৰৈ যোৱা যাদৱপ্ৰসাদে সুধিলে—

কি হৈছে?

এই কথাৰ কোনো উত্তৰ নিদিয়াকৈ সৰু ছোৱালী এজনীৰ দৰে চকু মোহাৰি দেৱবালাই শোৱাৰ আয়োজন চলালে।

ডায়’চেছন স্কুলত জীৱনৰ দীৰ্ঘসময় অতিবাহিত কৰি আহিছে তেওঁ। নীলা পাৰীৰ বগা দীঘল শাৰী পিন্ধিছে, খাওঁতে-শোওঁতে, উঠোঁতে-বহোঁতে যীশুৰ নামত প্ৰাৰ্থনা সংগীত গাইছে, পিয়ানোত বজাইছে বৰদিনৰ শুভপ্ৰাৰ্থনাৰ সমলয়। কলাঘুমটিয়ে আঁজুৰিছিল দেৱবালাৰ চেতনাৰ জগত। তথাপি তাত মথিত হ’বলৈ ধৰিলে যাদৱপ্ৰসাদৰ আন্তৰিক সদিচ্ছা। সপোনতে দেখিলে দেৱবালাই এখনি সুদীৰ্ঘ চাদৰ আকাশী পথেৰে উৰি উৰি আহি আছে অসমৰ শিপিনীৰ শালত যাৰ জন্ম। যঁতৰত কটা সূতাৰে বোৱা চাদৰ, খাদী বস্ত্ৰ।

০ ০ ০ ০ ০ ০ ০

চলিহা পৰিয়ালত মানুহ সৰহ। বিয়া দি উলিয়াই দিয়া জীয়ৰী দুগৰাকী টালি-টোপোলা বান্ধি নিজৰ ঘৰলৈ উভতিবলৈ সাজু হৈছিল। লাৱণ্যপ্ৰভা আৰু হেমপ্ৰভা।

বিয়াঘৰখন ক্ৰমশঃ খালী হৈ আহিব ধৰিলে। অগুহী-বগুহী আৰু দূৰ সম্পৰ্কীয় মিতিৰসকলো ইতিমধ্যে ঘৰাঘৰি গৈছেগৈ।

দেৱবালাৰ আমন-জিমন লাগি গ’ল। তেওঁৰ যে নিজৰ মাকৰ ঘৰখনৰ সৈতে বা ভাই-ভনীহঁতৰ স’তে এঠালগা সম্বন্ধ, তেনে নহয়। জীৱনৰ অধিক সময় কলিকতাতে কটালে, আপোন মানুহৰ পৰা বহুদূৰৈত।

তেন্তে? তেন্তে কিয় এনে ভাব?

কিয় ইমান উৰুঙা লাগিছে?

নিজৰ কোঠাৰ খিৰিকী এখনৰ মুখত দেৱবালা অনমনস্ক হৈ বেছ কিছুপৰ ৰৈ থাকিল।

কোঠালৈ তেওঁৰ হাতধৰা লিগিৰী আদৰমণি সোমাই আহিছিল। তাইৰ হাতত শুকান কাপোৰ এজাপ। সেইজাপ চিধাই তাই পালেঙতে থ’লেহি। তাৰপাছত এখন এখনকৈ জাপিবলৈ ধৰিলে।

দেৱবালা ঘূৰিল। আদৰমণিয়ে তেওঁৰ কাপোৰ জাপি আছে। উপজি পুৱাতে তেওঁ গা ধুই মেলি দিয়া কাপোৰ। সৌখন ৰিহা, সৌটো ব্লাউজৰ তলত পিন্ধা দীঘল চেমিজ। বগা চেমিজটোৰ উজ্জ্বলতা মোলান পৰি আহিছে, অথচ কেইদিননো হৈছে পিন্ধিবলৈ লোৱাৰ? একেবাৰে নতুন। বোধহয় পানীৰ দাগ লাগে।

দমকলৰ পানীবোৰ বেয়া নেকি আদৰমণি?

না-না।

পুখুৰীৰ?

না। ভাল পানী সদায় বনাওতো আমি, ফিল্টাৰ কৰোঁ।

ফিল্টাৰ? ক'তা, মই দেখোন নাই দেখা।

আছেতো। বৰপুখুৰীৰ পৰা সদায় পানী আনি ফিল্টাৰ কৰে।

বৰপুখুৰীৰ পৰা? কোনে আনে?

কোনে আনিব? পানীবালাই।

দেববালাই কাপোৰজাপ একাষৰীয়াকৈ ঠেলি পালেঙত বহিলহি। আদৰমণিৰ হাত খৰ। তাইৰ কৃষ্ণবৰ্ণৰ কৃশ শৰীৰত কপাহী মেখেলা-চাদৰ। চেপেটা হাতৰ ঠাৰিত চিচাৰ চুৰি।

ৰুণুক-জুনুক।

ৰুণুক-জুনুক।

খাৰুৰ শব্দ। মিঠা শব্দ।

খাৰুবোৰ ক'ত পাইছা তুমি? ক'ত কিনিছা?

কৰম পূজাৰ মেলাত।

দেববালা পুনৰ অন্যমনস্ক হৈ আছে। চিচা চুৰিৰ পৰা বাহিৰ হৈছে সাংগীতিক ধ্বনি। অলপ চেতাৰখনতে আঙুলি বোলাবলৈ পোৱা হ'লেও!

দেববালাৰ অন্তেষপুৰত সংগীত জাগ্ৰত হ'ল।

# চাৰি

ঘৰখনৰ গুৰিয়াল বুলি ক'লে সকলোৱে নিকুঞ্জলতা চলিহানীকে বুজে। তাৰাপ্ৰসাদ, যাদৱপ্ৰসাদ, গুৰুপ্ৰসাদ আৰু বিমলাপ্ৰসাদ; এই ডেকাইঁতৰ মাতৃ হোৱা সত্বেও ঘৰখনত সদায়ে তেওঁ গুৰিয়ালৰ মৰ্যাদা পাই আহিছে। চলিহা পৰিয়াল সম্ভ্ৰান্ত মানুহ। চলন-ফুৰণ, মাত-কথা, সাজপাৰ সকলো ক্ষেত্ৰতে ভদ্ৰোচিত।

শাহুআই নিকুঞ্জলতাৰ নিচেই কাষতে ৰ'লগৈ দেৱবালা। ভালকৈ বেলিৰ পোহৰ ওলোৱাই নাই এতিয়াও। চাহ কৰা চৌকাৰ তুঁহজুই খুঁচৰি বহি থকা শাহুৱেকৰ হাত দুখনিলৈ চালে দেৱবালাই। এই ব্ৰহ্মপুৰাতে এইগৰাকী বয়স্কা মহিলাইতো গা ধুই আহিছে, শীতে ঠেৰেঙা লগোৱা নাইনে?

বৃদ্ধাই বোৱাৰীয়েকৰ কোমল মুখখন নাচাওঁ বুলিও চালে এবাৰ, আৰু ধীৰ স্বৰেৰে কৈ গ'ল—

কনৌজৰ পৰা আমাৰ স্বৰ্গদেউ এজনাই শ্ৰীৰাম ৰায় ডাঙৰীয়াক বিষয়-বাব দি কাম কৰিবলৈ অনাইছিল। উপাধি দিছিল চলিহা। পৰিয়াল লৈ আহিছিল। তাৰপাছত তেওঁ অসমীয়া উচ্চবৰ্ণৰ আহোম ছোৱালী এজনীকো বৰিলে। আগৰগৰাকীৰ ফালৰ সতি-সন্ততিবোৰ চাৰিং-নাজিৰাৰ ফালে আছেগৈ এতিয়া। সেইসকলো চলিহা আৰু দ্বিতীয়গৰাকীৰ ফালৰ আমিবোৰো চলিহা। আদিতে এই ঘৰো চাৰিঙতহে আছিল, পাছত ইয়ালৈ উঠি অহা। দক্ষিণপাট সত্ৰৰ শিচ আমিসব।

দেৱবালাই টলকা মাৰি শুনি থাকিল। ৰায়বাহাদুৰ কালীপ্ৰসাদ চলিহাৰ বোৱাৰী তেওঁ; এই কথা আজি, এতিয়া আকৌ এবাৰ নতুনকৈ উপলব্ধি কৰোৱাৰ আয়োজনহে যেন!

চোতালত সোণালী ৰ'দ পৰিছিলহি। বৰজায়েক এতিয়ালৈকে এইখিনি পোৱাহি নাই। কেঁচুৱা থকা মানুহ, আজৰি হওঁতে অকমান সময় লাগে। তদুপৰি গা ধুই চিধাই গোসাঁইঘৰলৈ লৰ মাৰিবওতো লাগে। তাৰপৰা সেৱা-সৎকাৰ কৰি বাহিৰ হয় মানে পাটীৰ কেঁচুৱাই আমনি আৰম্ভ কৰেই।

শাহুআয়ে চাহৰ চৌকাৰ ওচৰৰ পৰা উঠাৰ আয়োজন চলালে। তেখেতৰ ৰান্ধনিশাল সুকীয়া। দুৱাৰডলিৰ ভিতৰলৈ বোৱাৰীইঁতৰ প্ৰৱেশত বাধা। কেতিয়াবা নৰিয়াত পৰিলেহে সেই চৌকা ঘৰৰ ল'ৰাইঁতে নাইবা কুমাৰী নাতিনীয়ে চুবলৈ পায়। দীঘল ৰান্ধনিঘৰটোত সোমায়ে চুকলৈ চাহৰ চৌকা। তাৰপৰা সিমূৰলৈ ভাতৰ চৌকা। এই দুই চৌকাৰ মাজৰ

আহল-বহল মজিয়াত খোৱা-বোৱাৰ ব্যৱস্থা। ঘৰখনত এনেও মানুহ সৰহ। তাতে আকৌ যাদৱপ্ৰসাদ একৈশ চনত জে'ললৈ যোৱা, চলিহা পৰিয়াল ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ লগত জড়িত হৈ পৰাত ঘৰখন হৈ পৰিল গোটেই শিৱসাগৰ জিলাৰ মুক্তিযুঁজাৰুসকলৰ প্ৰাণকেন্দ্ৰ। অগণন কংগ্ৰেছীয়ে ঘৰৰ বৈঠকখানা ভৰি ৰৈছিল। তদুপৰি দূৰ-দূৰণিৰ পৰা শিৱসাগৰলৈ নানানটা কামত অহা চিনাকি-অচিনাকিৰ বাবেও এই ঘৰ হৈ পৰিছিল নিৰাপদ আশ্ৰয়থলী।

ইমানবোৰ মানুহৰ সেৱা কৰিবলৈ বাহিৰা কামৰ মানুহৰ প্ৰয়োজন হোৱাটোৱেই স্বাভাৱিক।

দেৱবালাৰ বুকুখন কেনেবা কৰে। চাৰিওফালে মানুহ অথচ যাৰ এষাৰ মাত শুনিবলৈ, এপলক দেখা পাবলৈকে দিনটো অপেক্ষাত ৰয় তেওঁ, সেই যাদৱপ্ৰসাদৰ যেন খবৰেই নাই?

অভিমান জাগে দেৱবালাৰ।

বাগিচালৈ আপুনি সদায়ে যাব লাগিবনে?

নিশাৰ পাটী পৰিপাটি কৰি কৰি যাদৱপ্ৰসাদক সোধে দেৱবালাই। লগে লগে সেই কথাৰ উত্তৰ নিদিলে মানুহজনে। কেৱল পত্নীৰ দীৰ্ঘকেশত আঙুলি চলাই চলাই কৈ গ'ল—

মই কেৱল বাগিচালৈকে নাযাওঁ বৰমাই। অসম কংগ্ৰেছে কানি তদন্ত কমিটী এখন গঠন কৰিছে। বিশিষ্ট ব্যক্তিসকলক মই নানানধৰণে তথ্য যোগান ধৰি আছো, যেনেতেনে কানি বন্ধ হ'ব লাগে...।

মই ঠিক বুজা নাই।

সহজ কথা। শিৱসাগৰৰ ক'ত ক'ত বেছিকৈ কানিৰ প্ৰচলন, এই তথ্য দি আছো।

ক'ত ক'তনো?

মাহমৰা, শিলাকুটী, বকতা আনকি আমাৰ বনমালী বাগিচাৰো কোনো কোনো অংশ। বাগিচাৰ মাজত দিনতে বাঘ ওলোৱাৰ আশংকা থাকে। মানুহ-গৰু দিনতে টানে।

দেৱবালা শিয়ঁৰি উঠিল।

আঁকোৱালি ধৰিলে পতিক। কিন্তু কি কোৱা যায়? কোৱা যায়নে, 'নাযাব আপুনি বাগিচালৈ, ভয় লাগে মোৰ। ভাবিবলৈও ভয় লাগে।'

যাদৱপ্ৰসাদে মূৰৰ গাৰুটো মোটোকাই লৈ ক'লে—

আগতে বাগিচাৰ পৰা ঘৰলৈ সততে আহ-যাহ নকৰিছিলো। তুমি অকলে থাকিবা বুলিয়ে ওভতো। ভাবিছো দুদিনমানৰ পাছত তোমাক তালৈকে লৈয়ে যাওঁ নেকি!

দেৱবালা নীৰৱে ৰ'ল।

বনমালী।

গোসাঁইবাৰী।

এই দুই বাগিচা। চলিহা পৰিয়ালৰ আদিগুৰু দক্ষিণপাট সত্ৰৰ প্ৰতিষ্ঠাতা গুৰু বনমালী দেৱৰ নামেৰে এই বনমালী বাগিচা। তাতে বাঘে মানুহ টানি মাৰে। কানিয়ে নিচাৰ খোলা পাতি বহে।

দেববালা গম্ভীৰ হৈ পৰিল।

তাৰ পিছদিনা ঢলপুৱাতে দেববালাই পদূলি দেখিলে। দিচাঙৰ পাৰলৈ যাবলৈ ওলোৱা যাদৱপ্ৰসাদৰ পাছে পাছে এখুজি দুখুজিকৈ চ'ৰাঘৰৰ ফালে আগুৱাই গ'ল তেওঁ। বৰজনা তাৰাপ্ৰসাদ বিলাতত বেৰিষ্টাৰী পাছ কৰি অহা মানুহ যদিও আদালতলৈ যাতায়াত নকৰে। বৈঠকখানাত বাগিচাৰ কাৰ্যালয় পাতি লৈছে। কাষতে পাতিছে পুথিভঁৰাল। মানুহজন দাৰ্শনিকধৰণৰ। পুথিভঁৰালটো ৰায়বাহাদুৰ শহুৰ দেউতাৰ আইনৰ পুথিৰে ঠাহ খোৱা। তাৰ দুয়োকাষে দৰ্শনৰ অতি আপুৰুগীয়া গ্ৰন্থ কিছুমান।

যাদৱপ্ৰসাদ ৰাওনা হোৱাৰ্লৈ পাছফালৰ পৰা চাই ৰ'ল দেববালাই। এনে কিয় লাগে, মানুহজন ওলাই গ'লে তেৰোঁ যেন ধূলিৰ কণিকা এটি হৈ উৰি যায় পাছে পাছে। পদূলিমুখত চকু থৈ দেববালা নিজৰ ভাবত তন্ময় হৈ ৰ'ল। দেউতাক বিষ্ণুপ্ৰসাদ দুৱৰালৈ মনত পৰিল। কামলৈ ওলাই যোৱাৰ সময়ত তেওঁ আৰু মৰমিয়াল পিতৃ হৈ নাথাকে, এক সুকীয়া ব্যক্তিত্ব ধাৰণ কৰে তেতিয়া মানুহজনে, সেই মানুহজনেই যে আৱেগৰ জালত পাকঘূৰণি খাই অনুপম কবিতা ৰচনা কৰিব পাৰে, মুখ দেখি বুজা কঠিন। বিশেষকৈ 'সীতা আইৰ ঘৰলৈ কিমান দূৰ' আঃ! সেই কবিতাও এইজনা পিতৃয়েই ৰচনা কৰানে?

পিতৃক স্মৰণ কৰাৰ কাৰণেই বোধকৰো দেববালাৰ মূৰৰ কাপোৰ সামান্য পিছলি নামিব খুজিছিল। বৰজনাক তাৰাপ্ৰসাদ তেতিয়া বৈঠকখানাত। বাগিচাৰ মেজত বহিবলৈ লৈও তেওঁৰ মনৰ ভিতৰখনত কিবা এটি চিন্তাই উক্‌মুকাই আছিল। মানুহজনৰ জ্যোতিষত ব্যুৎপত্তি আছিল, তেওঁ কাগজ এখিলাত চক্ৰ এটা আঁকিবলৈ ল'লে। নিজৰে চক্ৰ। হয়, ভালদৰে জানে তেওঁ, নিজৰ কোষ্ঠীৰ সপ্তম স্থান কিমান দুৰ্বল। গজগজীয়াকৈ বহি আছে তাত শনি। সপ্তমগৃহত শ লিখিবলৈ লৈ তেওঁ খিৰিকীৰে বাহিৰলৈ চাই পঠিয়ালে। আগবাৰাণ্ডাৰ তলত সৌৱা কোন? ন-ছোৱালী নহয়নে?

চলিহা পৰিয়াল নাম থকা পৰিয়াল। এই পৰিয়ালৰ জীয়ৰী-বোৱাৰীক বাহিৰৰ ফালে এইদৰে দেখা নাযায়। পুৱাতেই পুৰুষসকলে ভিতৰচ'ৰা এৰে। বাহিৰে বাহিৰেই থকাটো নিয়ম।

কি হৈছে ন-ছোৱালীৰ?

কলিকতাৰ ডায়'চেছনৰ পৰা অহা, অসমৰ মুধাফুটা মাটিৰ হাকিমৰ জীয়ৰী, দেৱবালা বোৱাৰীৰ কি হৈছে? মন বেয়া? গা বেয়া?

তেওঁ থিৰেৰে থাকিব নোৱাৰি খৰম চোঁচৰাই বাৰাণ্ডালৈ ওলাল।

খৰমৰ শব্দত দেৱবালাই উভতি চালে। বৰজনাক। মানুহজনেও দেখিলে তেওঁক। নিচেই কণমানি ন-ছোৱালী। অকণমানি, চুটি-চাপৰ, উজ্জ্বল কান্তিৰে সৰু ছোৱালী এজনী।

দেৱবালাই মুখখন ঘূৰাই পুনৰ পদূলিলৈ চকু ঘূৰালে। বৰজনাকক দেখিও মূৰত কাপোৰ তুলিবৰ খিয়াল নাই।

যি বুজিব লাগে তাৰাপ্ৰসাদে বুজি পালে।

চেনেহেৰে মাতিলে তেওঁ— এইফালে আহা।

দেৱবালাই উভতি চালে। বৰজনাক উভতিছে। এই প্ৰথমবাৰৰ বাবে দেৱবালাই চলিহা ঘৰৰ বৈঠকখানাৰ ছিৰিত ভৰি থ'লে। এখোজ-দুখোজকৈ বৰজনাকক অনুসৰণ কৰি গৈ তেওঁ এঠাইত থমকি ৰ'ল। হয়, সেয়া পুথিভঁৰাল।

তাৰাপ্ৰসাদে আলমাৰিৰ তলাত চাবি পকাই দুৱাৰ খুলিলে। আৰু পিতৃৰ দৰে, শিক্ষকৰ দৰে বিচাৰিবলৈ ধৰিলে বাছকবনীয়া কিতাপ এখনি। যিখনি তেওঁ গোঁজা মাৰি দিব পাৰিব দেৱবালাৰ হাতত।

কিন্তু দেৱবালাৰ চকু পৰিল জ্যোতিষ চৰ্চাৰ গ্ৰন্থ এখনৰ ওপৰতহে। তাৰাপ্ৰসাদে গহীনাই ক'লে—

সেইখন জ্যোতিষশাস্ত্ৰৰ।

মই অলপ-চলপ জ্যোতিষৰ কথা জানো।

অলপ-অচৰপ।

হয়। অলপ-অচৰপ।

ক'ত শিকা হৈছিল বা?

সৰুতে পিতাৰ লগত বৰপেটাত আছিলো। মই আৰু ককাইদেউ সংস্কৃত টোললৈ অহা-যোৱা কৰিছিলো, আদিপাঠ তাতেই লোৱা।

সেইদিনা তাৰাপ্ৰসাদে ন-ছোৱালীৰ জন্মপত্ৰিকাখনি মুকলি কৰি বহিল। সংগীত-ক্ৰীড়াত জাতিকা নিপুণ হ'ব লাগে। কৰ্মোদ্যম প্ৰবল হ'ব। দীৰ্ঘায়ু। কিন্তু ৰাহু নীচস্থ হোৱা বাবে উদৰ কষ্ট থাকিব। শেষ বয়সত ৰবিয়ে যাতনা দিব পাৰে, দৃষ্টিত প্ৰভাৱ পৰিব। বাকী বৈবাহিক জীৱন সুখৰ হ'ব। সন্তানেৰে ভৰিব ঘৰ।

তথাপি তেওঁ আটাইবোৰ যোগ-বিয়োগ কৰি দেৱবালাৰ বাবে নীলৰঙী ৰত্ন এটিৰ প্ৰয়োজনৰ কথা লিপিবদ্ধ কৰিলে।

০ ০ ০ ০ ০ ০ ০

সন্ধিয়া ঘৰখন সংগীতমুখৰ হৈ উঠিছিল। ঘৰখনত প্ৰাৰ্থনা সংগীত গুঞ্জৰিত হৈছিল। মানুহেৰে ভৰা ঘৰখনলৈ তেতিয়াই আৰু এজন সদস্যৰ আগমন ঘটিল। গুৰুপ্ৰসাদ চলিহাৰ। গুৰুপ্ৰসাদে বোম্বাইত পঢ়াশুনা কৰি আছিল। ককায়েক যাদৱপ্ৰসাদৰ বিবাহত সেয়েহে উপস্থিত থাকিব নোৱাৰিলে। এতিয়া আহিছে।

গুৰুপ্ৰসাদৰ লগত এই প্ৰথম সাক্ষাতত দেৱবালাৰ তেনেকৈ একো কথা পতা নহ'ল। পাছদিনা উপজি পুৱাতে চুব নোৱৰা হ'ল তেওঁ।

হ'ল যদি হ'ল, তাতেনো ইমানখন খদমদম কিহৰ?

দেৱবালাই ভাবি নাপালে।

আদৰমণিয়ে তেওঁৰ বাবে নতুন কোঠাটোৰ একাষে ঠাই অকণ মোকলালে। তাতে কলঠকৰা পাৰিলে। ওপৰত খেৰ এজাপ বহলালে। তাৰ ওপৰত পুৰণি চাদৰ এখনি পাৰি দেৱবালাৰ বাবে শয্যা ৰচনা কৰিলে।

বহি চালে দেৱবালাই, বৰ বিশেষ বেয়া নালাগিল। পিতৃৰ মুখত শুনিছিল ছিলঙৰ সৰলপাতৰ কাহিনী। সৰি পৰা সৰলৰ পাতবোৰ বুটলি তাৰে কুছন-গাদী ইত্যাদি তৈয়াৰ কৰা হয়। আৰামদায়ক হয় হেনো।

কোঠাৰ পৰা আদৰমণি ওলাই যোৱাৰ পাছত শয্যাখনত বাগৰি দিলে তেওঁ। গহনা-গাঁঠৰিবোৰ জনজনাই উঠিল। মেখেলাৰ গাঁঠি ঢিলাই দেৱবালাই মুকলিকৈ উশাহ ল'লে।

কি আৰাম!

বহুদিন হ'ল, এনে সময়ত এবাগৰ দি নোপোৱাৰ। জীৱনৰ সুদীৰ্ঘকাল তেওঁ ছাত্ৰীনিবাসত অতিবাহিত কৰিছে, সাধাৰণতে সেই জীৱনটোত অৱসৰ বুলিবলৈ সময়ে নাছিল। ৰুমমেট চাৰিগৰাকীৰ ভিতৰৰে এগৰাকী বুলু দিদি। পঢ়াৰ মাজে মাজে ছুৱেটাৰ গুঁঠিছিল।

ধহমহাই উঠি বহিল দেৱবালা।

কলিকতাৰ পৰা গুচি আহিবৰ সময়ত তেওঁ উণ-শলা উপহাৰ পাইছিল বুলুদিৰ পৰা।

এক মুহূৰ্ততে দেৱবালাৰ ছুৱেটাৰ এটা গুঁঠিবলৈ মন গ'ল। বৰ মন গ'ল। সিফালৰ বেৰৰ কাষত এটাৰ ওপৰত এটাকৈ দুটা ডাঙৰ ডাঙৰ ট্ৰাংক, তাৰ ওপৰত চুটকেচ জাপি থোৱা আছে। ওপৰৰ ট্ৰাংকটোতে থাকিব লাগে সেই উপহাৰ।

দেৱবালাই ইফালে-সিফালে চালে।

তেনেতে কোঠাৰ পৰ্দা ঠেলি পুতলীৰ প্ৰৱেশ।

নবৌ! পিয়াহ লগা নাই? এয়া লোৱা, এইকেইটা বাচন তোমাৰ। গিলাচ এটা আৰু কাঁহী এখন।

দেৱবালাই চকচকীয়া বাচন সাজত চকু থৈ পুতলীলৈ চাই হাঁহি এটা মাৰি ক'লে—

আৰু কি কি আনিছা?

কি লাগে কোৱা।

তাই নবৌৱেকৰ মুখামুখিকৈ মজিয়াতে বহিল। ক'লে—

আমাৰ মাহেকীয়া মানুহ থকাৰ সুকীয়া ব্যৱস্থা আছে। সৰু কোঠা এটা আছে। আমি তাতে থকাৰ নিয়ম।

তিনিদিনহে?

তিনিদিনৰ পাছত যদিও শুদ্ধি হয়, তথাপি আয়ে আঁতৰত থাকিলে ভাল পায়। ছদিনৰ পাছতহে গোসাঁইসেৱা।

আলাদা কোঠা আছে যদি মোক তাত থোৱা নাই কিয়?

আলাদা নহয়, সুকীয়া। অঁ তাত এতিয়া বৰবাইদেউ শুই আছে।

কমলালয়া বাইদেউ?

ওঁ। ইফালে কালি মাখনী বাইদেউ ওলাইছেহে তাৰপৰা। কি যে হ'ব!

দুয়ো হাঁহিলে। দেৱবালাই ক'লে—

মানুহ সৰহ হ'লে তেনে হয়েই।

তাকে কালি বিমলীয়ে চিঞৰিছে, তহঁত এজনী এজনীকৈ তাতে সোমাই খুব খাৰ নহয়নে?

আকৌ হাঁহিলে দুয়ো। বিমলী সৰু। প্ৰাইমেৰীতে আছে। পোছাকী নাম বিমলা প্ৰসাদ।

পুতলীয়ে ক'লে—

বিমলীৰ যে খং এচাট আছে আৰু! আমাৰ আই মণিৰাম দেৱানৰ জী নাতিনীহে, আয়ে বোলে ই মোৰ ককাদেউতাই আহিল।

দুয়ো আকৌ হাঁহিলে।

পুতলী উঠি গৈ পুনৰ আহিল। এইবাৰ তাইৰ হাতত পানী এঘটি। দেৱবালাৰ গিলাচত পানী ঢালি দিলে আৰু বাহিৰলৈ যাবলৈ খোজ ল'লে।

পুতলী!

তাই ৰৈ গ'ল। ফুচফুচাই ক'লে দেৱবালাই—

সৌ ওপৰৰ ট্ৰাংকটোতে মোৰ টোপোলা এটা আছে। উলিয়াই দিয়াচোন। এনেই বহি থাকিমনে?

কিহৰ টোপোলা?

উল-শলাৰ।

কি যে কোৱা নবৌ! নেপায়, সেইবোৰ চিন্তা আঁতৰ কৰা।

যেতিয়া চলিহাঘৰৰ পাছৰ্বাৰীত মৌমাখি উৰিবলৈ ধৰিলে, তেতিয়া তিনিদিনীয়া গা ধুই চুলি ফণিয়াই নিজৰ কোঠাত সোমাই আছিল দেৱবালা। হৰমুৰকৈ আদৰমণি সোমাই আহিল আৰু দুপদাপ খিৰিকীৰ পাট জপাবলৈ ধৰিলে।

কি হৈছে আদৰমণি?

মৌ উৰিছে।

কি মৌ উৰিছে?

মৌ জোল পাৰিছে...।

ক'ত?

বাৰীত।

আদৰমণিৰ কাম সমাধা নহ'লেই, একেচাবে দেৱবালা চোতাল পালেগৈ। আটি আটি পিন্ধা ৰিহাৰ ওপৰত পিঠিমেলা তিতা চুলি। চাদৰত যদিও ক্রছপিন মৰা তথাপি সেইখনক সৌজন্যৰহিত-অপৰিপাটি যেন বোধ হ'ল। শাহুআই নিকুঞ্জলতা গোসাঁইঘৰৰ পৰা ওলাই আহিছিল।

ন-কোঠাৰ পৰা সেইদৰে মুৰত কাপোৰ নোহোৱাকৈ ন-ছোৱালী চোতাল পোৱাহি দেখি আইৰ মুখৰ মাত হৰিল। কিন্তু পাছমুহূৰ্ততে তেওঁ নিজকে চম্ভালি ল'লে। এই কন্যা সাধাৰণ অসমীয়া সমাজৰ ৰীতি-নীতিৰে সৰকি অহা নাই। প্রয়োজন নোহোৱা সত্ত্বেও তেওঁ সেইখিনিৰ পৰাই ৰিঙিয়ালে—

অ' বোৱাৰী, ধনপোনাৰ মাক।

বৰবোৱাৰী, তাৰাপ্ৰসাদৰ পত্নী কনকলতাক মতা শাহুআইৰ মাত চিধাই আহি দেৱবালাৰ কাণত পৰিল। সেইষাৰ যেন কাৰোবাক মতা মাত নাছিল। সেই মাতে যেন কাৰো নাম লোৱা নাছিল। যেন চিঞৰিহে উঠিছিল— 'কি কৰিছা বৰমাই, এইদৰে মুৰত কাপোৰ নোলোৱাকৈ চোতাল পালাহি যে?'

বিজুলী গতিত দেৱবালাই মূৰত ওৰণি টানি সেইখিনিৰ পৰা থিতাতে নোহোৱা হ'ল। যেন চোতালত ৰ'দোৱা ধান খাবলৈ ঘৰচিৰিকা পৰিছিলহি, মানুহৰ মাত শুনি চকুৰ পচাৰতে ভুৰুং।

পুৱাৰ জলপান খোৱাৰ সময়ত বিমলীয়ে হাতৰ তলুৱাত মৌচাক এডুখৰি লৈ আহিল। আজিৰ জলপানত চুজিৰ মোহনভোগ আছিল। বিমলীয়ে পুতলীক দেখুৱালে যে, লগে লগে দেৱবালা ওপৰতে পৰিলহি; সিহঁত দুটাই মিলি তেওঁক সিটা এডোখৰ চোবাবলৈ দিলে। চুজি লাগি থকা আঙুলিৰে দেৱবালাই সেইডোখৰ ল'লে যদিও কিছুসময় ঘূৰাই-পকাই চাই ৰ'ল।

এই দৃশ্য চৌকাৰ সমুখত বহি ৰোৱা শাহুআয়ে ফটফটীয়াকৈ দেখা পালে যদিও তেওঁ লাহেকৈ চকুযুৰি পাভতি চাওঁলৈ বুলি ঘূৰাই নিলে। তাৰপাছত আঁঠুৰ মূৰত ভেঁজা দি বহাৰ পৰা উঠি ৰান্ধনিশালৰ পৰা ওলাই গ'ল।

পিৰালিৰ তলত তেতিয়া পাভৈৰ মাক বহি আছিল। পাভৈৰ মাক দিখৌৰ সিপাৰৰ পৰা আহিছিল। মানুহজনী লেংলেংকৰে ওখ। কিছুমানে দীঘলী বুলিও মাতে। বিয়াৰ দুমাহমান আগৰ পৰাই তাই এই ঘৰত খাটি আছিলহি। পাছৰ এমাহমানো থাকিব পাৰিলেহেঁতেন। পাছে বাহী বিয়াৰ দিনাখনেই সিপাৰৰ পৰা কোনোবা এটা ওলালহি। বোলে 'খুৰীটি তই ইয়াত এঠা দৈৰ সোৱাদ লৈ আছ, সিফালে ল'ৰাৰ ভমক ভমক নৰিয়া।' বোলে 'কি কৰ?' 'ঘৰমুৱা হ, ল'ৰাৰ গা তপত।'

দীঘলী তৎভৎ হেৰুৱাই সিপাৰ পাইছিলগৈ। কইনা লৈ ঘৰ সোমোৱা যাদৱপ্ৰসাদৰ দৃষ্টিত ঘৰখনৰ গোটেইবোৰ মানুহ থাকিলেও পাভৈৰ মাক নাছিল। কোনোবাই ক'লে—

পুতেকৰ নৰিয়া। পুৱাতেই উভতিল।

কি নৰিয়া? কাৰ? নগাৰ?

হয়, নগাৰেই নৰিয়া। জ্বৰ।

তাৰ পাছৰখিনি চমু কথা। প্ৰায়ে ঘটা ঘটনা। চলিহা পৰিয়ালৰ মানৱতাবোধ। পাভৈহঁতৰ ঘৰলৈ লগুৱাৰ হাতত বস্ত্ৰ-বাহানি দি পঠিওৱা হৈছিল। লগত দুটা জ্বৰ কমোৱা বড়ি।

এনে কথাবোৰ পাহৰিব পৰা কথানে? এনে কিমান কাৰ্যৰে যে ধৰুৱা কৰি ৰাখিছে মানুহঘৰে, সেই কথা পাভৈৰ মাকহে নালাগে, অঞ্চলটোৰ মানুহেই ক'ব।

চলিহা পৰিয়ালৰ নামতে দীঘল দি পৰা সেই পাভৈৰ মাকেই এতিয়া বহি আছেহি পিৰালিৰ তলত। ন-ছোৱালীক চকামকাকৈ হ'লেও দেখা অকণ পোৱাৰ হেঁপাহ এটাই মানুহজনীৰ থৰকাছুটি হেৰুৱাইছে।

এতিয়া নিকুঞ্জলতা আইক দেখি বহাৰ পৰা হাতযোৰ কৰি ঠাইতে থিয় হ'ল তাই।

# পাঁচ

পাভৈৰ মাকৰ একেবাৰে অভিভূত অৱস্থা। সৰগৰ অপেচৰীহঁতৰ দৰে ইমান ৰূপ-লাৱণ্য মানুহবো থাকেনে? মাত এষাৰ দি এইমাত্ৰ সমুখেৰে পাৰ হৈ যোৱা দেৱবালাৰ ফালে মানুহজনীয়ে ৰ' লাগি চাই ৰ'ল।

দেৱবালা গৈ গৈ নিজৰ কোঠাত সোমোৱাৰ পাছতহে তাইৰ সম্মোহন ভাগিল। আইৰ ফালে ঘূৰি ফুচফুচালে—

সাইলাখ গোসাঁনী, আইমাতৃ।

নিকুঞ্জলতাই আত্মপ্ৰসাদেৰে মূৰটো সামান্যকৈ লৰাই দিলে। পাভৈৰ মাকৰ উগুল-থুগুল। অনেক কিবা ক'বৰ মন।

দায় নধৰিব আইমাতৃ। কথা এষাৰ নকৈ নোৱাৰিছো, ন-ছোৱালীৰ ভৰিৰ পতা দুখনি মন কৰিছেনে? একেবাৰে মাটিত মিলি যোৱা। একেবাৰে সমান।

আইৰ কাণ দুখনিয়েঁ নহয় মস্তিষ্কও সজাগ হৈ উঠিল। পাভৈৰ মাকে ডিঙিটো বগলীকৈ মেলি আকৌ ফুচফুচালে—

একেবাৰে লক্ষ্মী আহিছে ঘৰলৈ। চাই থাকক। ন-ছোৱালীয়ে উন্নতিৰ জখলা কেনেকৈ গাঁথে। খোজ মন নকৰিলেনে আইমাতৃ?

নিকুঞ্জলতা ৰান্ধনিশালৰ ফালে ঘূৰিবলৈ ল'লে। দেৱবালাৰ প্ৰসংগ তেওঁ বৈ থকা হ'লে আৰু বহলিলহেঁতেন। কিন্তু সিমানখিনিলৈ বাঢ়িবলৈ নিদিয়াটোৱে যুগুত হ'ব বুলি ঠাৱৰ কৰিলে তেওঁ।

তাৰাপ্ৰসাদৰ খুলশালি ল'ৰা ফুনুক সেই সময়ত যাদৱপ্ৰসাদে কাঠৰ মিলত সুমুৱাই থৈছিল। সংগীতপ্ৰাণ লক্ষ্মীৰাম বৰুৱাৰ মৃত্যুৰ পাছত তেওঁৰ সন্তান প্ৰফুল্ল, কনকলতা, পৰশুৰামহঁত অকলশৰীয়া হৈ পৰিছিল। তেতিয়া ভিনিহিয়েক ভৈৰৱ বৰুৱাই তেওঁলোকক ছিলঙলৈ লৈ যায়। প্ৰফুল্লই সুখ্যাতিৰে আই এ পাছ কৰাৰ পাছত যাদৱপ্ৰসাদে তেওঁক বেনাৰসত পঢ়িবলৈ পঠিয়াই দিছিল। আৰু এই পৰশুৰাম, যাক সকলোৱে মৰমতে ফুনু বুলিছিল, তেওঁক ধৰি-মেলি যাদৱপ্ৰসাদে দিচাঙৰ পাৰৰ কাঠফলা মিলত সুমুৱাই থৈছিল। ফুনুৰ পাঠ্যপুথিৰ প্ৰতি সিমান আগ্ৰহ নাছিল, যিমান আগ্ৰহ আছিল অন্যান্য সকলো কামৰ প্ৰতি। দূৰৈৰ পৰাই যাদৱপ্ৰসাদে ফুনুৰ সকলো আলেখলেখ চাই ৰৈছিল।

কেনে হয়, এই ল'ৰাটোক যদি বাগিচা চলাবলৈকো লগত লোৱা যায়? তাৰাপ্ৰসাদৰ বিয়া হোৱা চাৰি বছৰ পাৰ হৈ গৈছে, বৌৱেকৰ ককায়েক ফুনু দিনকদিনে কিমান আপোন হৈ আহিব ধৰিছে, যাদৱপ্ৰসাদে গভীৰভাৱে উপলব্ধি কৰি উঠিল।

বুজিছা বৰমাই, মই এটা কথা ভাবিছো...।

বিহা-মেখেলাৰ বাকচত লাগি থকা দেৱবালাক উদ্দেশি যাদৱপ্ৰসাদে কথাষাৰ ক'লে। দেৱবালাই স্বামীৰ মুখলৈ ঘূৰি চালে। কোঠাৰ ড্ৰেছিং টেবুলৰ ওপৰত আজি হাৰিকেন লেম। বিয়াৰ দুই-এদিন পাছলৈকে তাত আলাউদ্দিনৰ চাকি জ্বলিছিল। সেইগছি বৈঠকখানাৰ আছিল, এতিয়া আকৌ তাতে জ্বলিবলৈ গুচি গৈছে। বিষ্ণুপ্ৰসাদ দুৱৰাই জীয়ৰীৰ গা-ধন হিচাপে যি দুপদ আচবাব দি পঠিয়াইছিল, তাৰ ভিতৰত এই হাৰিকেন লেমটিও অন্যতম। এতিয়া সিয়েই কোঠাৰ প্ৰথম আৰু প্ৰধান আকৰ্ষণৰ কেন্দ্ৰবিন্দু হৈ পৰিছে তাৰ নিজস্ব আলোকেৰে। বিচ্ছুৰিত কৰিছে সি গোমা পীতবৰণ, দশোদিশে হাত মেলি আঁতৰাই ঠেলিব খুজিছে একোঠালি অন্ধকাৰক।

যাদৱপ্ৰসাদ ভেলাকাঠৰ চকী এখনত বহি আছিল। আঙুলিৰ ফাঁকত ধূমায়িত চিগাৰেট। আজিৰ সৈতে দুদিন দেখিছে দেৱবালাই মানুহজনক এনেদৰে ধূমপান কৰা। এই সময়ত এনে লাগে যেন বৰ বিশেষধৰণৰ চিন্তা এটাৰ গভীৰতালৈ গৈ আছে মানুহজন আৰু সেই যাত্ৰাত পোহৰ আৰু সংগ প্ৰদান কৰিব পাৰিছে চিগাৰেটটোৱে। কথাষাৰ ভালকৈ ভাবিলে দেৱবালাই দস্তুৰমত অভিমান কৰিব পাৰে— 'মোতকৈ চিগাৰেটটোহে আপোনাৰ আপোন হ'ল' বুলি। কিন্তু আৱেগৰ ওপৰত মানুহে কেনেকৈ নিয়ন্ত্ৰণ বৰ্তাই ৰাখিব পাৰে, তাৰ পৰোক্ষ পাঠ তেওঁৰ আগৰ জীৱনত গ্ৰহণ কৰা আছে। বৰঞ্চ ধূমপানৰ গোন্ধেৰে মানুহজনৰ প্ৰতিটো লোমকূপ সুবাসিত হৈ থকাটোৱে দেৱবালাৰ ষোড়শী মনত এক অদ্ভুতধৰণৰ ক্ৰিয়া কৰে। এজন প্ৰকৃত পুৰুষৰ কাষত বৈ থকাৰ অনুভৱেৰে আলোড়িত অৱস্থা!

...যাদৱপ্ৰসাদৰ আঙুলিৰ ফাঁকৰ ধোঁৱাই অগ্নিকণাক উজলাই তুলিছিল আৰু লেমৰ পোহৰে উজলাইছিল দেৱবালাৰ মুখচন্দ্ৰিমা। এনে কি লাৱণ্য আছে দেৱবালাৰ মাজত?

এই কথাই ভাবিছিলনে যাদৱপ্ৰসাদে?

বিয়াৰ এমাহো অতিক্ৰম নকৰা যাদৱপ্ৰসাদে? দেৱবালাই ঠিক ধৰিব নোৱাৰিলে।

আকৌ ক'লে যাদৱপ্ৰসাদে— মই কথা এটা ভাবিছো...।

দেৱবালা পালেঙত বহিলহি। পতিৰ মুখলৈ আগ্ৰহেৰে চাই পঠিয়ালে। আপোনমনে ক'বলৈ ধৰিলে যাদৱপ্ৰসাদে—

চাহৰ বাগিচা দেখাত যিমান শুৱনি, তাৰ ভিতৰলৈ যোৱাৰ বাটো সিমানে ভয়ানক। বাঘে চোপ লৈ থাকে, গছৰ ওপৰৰ পৰা মেৰিয়াই ধৰে সাপে, এইবোৰৰ মাজেৰে মই চলি গৈছো। গোসাঁইবাৰী-বনমালী দুইখনলৈকে ডাকৰ ঘোঁৰাত আহ-যাহ কৰিছো, চাইকেল লৈ গৈ নেপালী খুঁটিত এখন্তেক জিৰাইছো।

যাদৱপ্ৰসাদে চিগাৰেটটো টুকৰিয়াবলৈ খিৰিকীৰ কাষলৈ উঠি গ'ল। বাওঁহাতেৰে একপাল্লা ঠেলি খুলিলে। ফেৰ্‌ফেৰীয়া বতাহ এচাটি হুৰমুৰকৈ সোমাই আহিল। কোঠাৰ বাহিৰত চোপ লৈ থকা বতাহ সেয়া।

দেৱবালাই গাৰ গৰম চাদৰখন টানি-টুনি ল'লে। অনুচ্চ মাতেৰে উচ্চাৰিলে—

উঃ। কি শীত।

যাদৱপ্ৰসাদৰ ওঁঠৰ কোণত হাঁহিৰ তৰা চমকিল। চকীলৈ উভতিবলৈ লৈ ক'লে তেওঁ—

একেবাৰে বঙালী 'মেয়ে'ৰ কথা দেখোন বৰমাই?

আপুনি বাগিচাৰ কথা কৈ আছিল...।

ওঁ।

সেইবোৰ কাহিনী মই জানো...।

কাহিনী নহয়, সঁচা কথা। গাড়ী নচলা বাট বুজিছা, বহুদূৰ ঘোঁৰাৰে যাওঁ।

ক'ৰ ঘোঁৰা?

তেল বেচা তেলীয়াৰ। এই ঘোঁৰাৰ পিঠিত জিন নাথাকে। লেগাম পোনাবলৈও কষ্ট, বেপাৰৰ কামত যোৱা বাট ধৰিব খোজে।

আপুনি নিজে এটা নলয় কিয়? জিন থাকিব, লেগাম ধৰিবলৈও সুবিধা হ'ব।

এৰা, ঠিকেই কৈছা। হাতৰ তলুৱাত টৌ ফুটি যায় এই লেগাম টানোতে...।

দেৱবালাৰ বুকু হমহমাই গ'ল। মুহূৰ্ততে উঠি যাদৱপ্ৰসাদৰ হাতৰ তলুৱাত স্নেহ কৰিবৰ মন গ'ল যদিও স্থিৰ হৈ বহি ৰ'ল। স্বামীৰ মুখলৈ চাই সুধিলে—

আপুনি গোসাঁইবাৰীখন ককাইদেউক চলাবলৈ নিদিয়ে কিয়? নহ'লে বনমালীখনকে? দুয়োখন আপুনি অকলে কিয় চম্ভালে? ইমানবোৰ কষ্ট অকলে কিয় গা পাতি লৈছে? মাজে মাজে আপুনিও অফিচ চলোৱা কৰক।

যাদৱপ্ৰসাদ যেন স্তব্ধ হৈহে পৰিব।

কিন্তু পাছমুহূৰ্ততে নিজকে চম্ভালি ল'লে। হয়তো এই কন্যাই এই কথাৰ উমান কেনেকৈ ল'ব! দুখনকৈ বাগিচালৈ আহ-যাহ কৰি পতিৰ কষ্ট হৈছে, গতিকে চিধা কথা প্ৰকাশ কৰিছে। কি জানে দেৱবালাই, কেনেকৈ দোষ জপা যায় তেওঁৰ গাত।

ধীৰ খোজেৰে উঠি গৈ যাদৱপ্ৰসাদে পুনৰ খিৰিকীৰ পাল্লা ঠেলি চিগাৰেটটো দলিয়াই থৈ আহিল। এইবাৰ তেওঁ চকীত বহিবলৈ নগ'ল। বহি থকা পত্নীৰ কাষতে পালেঙত বাগৰি দিলে। মূৰৰ পাছফালে দুয়োহাতৰ তলুৱা থৈ তেওঁ চিলিঙলৈ চাই কৈ গ'ল—

তুমিতো জানাই ককাইদেৱে বিলাতৰ পৰা বেৰিষ্টাৰী কৰি আহিছে। তেওঁ উভতি আহি এই ঘৰ গচকিবলৈ পোৱা নাছিল। ম্লেছৰ লগত থাকি অহাৰ কাৰণতে ৰাইজে তেওঁক ঘৰ সোমোৱাত আপত্তি কৰিছিল। পৰাচিত হৈছিল ককাইদেউ, তথাপি তেওঁৰ প্ৰতি সমাজৰ অশুচি ভাব।

তেন্তে বিলাতত পঢ়িবলৈ যাওঁতে এই সমাজে আপত্তি কৰা নাছিলনে?

পিতাই সমাজৰ কথা ভবাই নাছিল। নিজে ৰায়বাহাদুৰ খিতাপ পোৱা মানুহ, ১৮৮২

চনতে 'বি এল' পাছ কৰা মানুহ, লোকেল ব'ৰ্ডৰ ভাইচ চেয়াৰমেন আছিল, মিউনিচিপালিটিৰ মেম্বাৰ আছিল, অনেক ল'ৰাক জেপৰ ধনেৰে পঢ়ুৱাইছিল। আনকি এণ্ট্ৰেন্স পাছ কৰা ল'ৰাক বৃত্তি দিয়াবলৈকে চীফ কমিছনাৰক অশেষ অনুৰোধ কৰিছিল। গুৱাহাটীত কলেজ বহুৱাবলৈকো কটন চাহাবক তেওঁ কিমান খাটনি ধৰিছিল, এইবোৰ জনাই জানে। শিৱসাগৰৰ কটন লাইব্ৰেৰীও তেৱেঁই পতা। এনে এজন মানুহৰ ল'ৰা বিলাতত পঢ়িবলৈ যাব নোৱাৰেনে? আমাৰ সত্ৰৰ সত্ৰাধিকাৰ প্ৰভুৱে আশীৰ্বাদ দি পঠাইছিল, ৰূপৰ মোহৰ গুঁজি দিছিল ককাইদেউৰ হাতত...।

তাৰপাছতো এনে অৱস্থা?

এৰা! ককাইদেউ বিলাত ফেৰৎ হৈ পৰাচিত হ'বলগা হ'ল যদিও তেওঁ সকলোবোৰ গ্ৰহণ কৰি গ'ল। কিন্তু মানুহহে! বোধহয় এনে যাতনাই তেওঁৰ হিয়া ভাঙি-ছিঙি পেলাইছিল। তলমূৰকৈ কেৱল কিতাপ-পত্ৰতে মূৰ গুঁজি থকা হ'ল। পিতাৰ আইনৰ কিতাপবোৰ আছিলেই, প্ৰায় এহেজাৰমান কিতাপ; এতিয়া তাৰ লগতে নিজৰখিনিও গোট খালে। পাছত যেতিয়া নবৌ আহিল, ককাইদেৱে অলপ-চলপ হাঁহিবলৈ ল'লে। ইমানদিনে তেওঁ বাহিৰৰ ঘৰতে থাকিছিল, এতিয়া অন্ততঃ খাবলৈ-শুবলৈ এই ঘৰৰ ভিতৰ সোমোৱা হ'ল।

ককাইদেউলৈ মোৰ বেয়া লাগিছে।

লগাটো স্বাভাৱিক বৰমাই। সেয়ে মযে বাহিৰৰ কামবোৰ গা পাতি ল'লো। বোলো ককাইদেউ কাকতীয় কাম-কাজবোৰ তুমিয়ে চোৱা। তথাপি ককাইদেউ ক'টলৈ আহ-যাহ কৰাৰ সুৰুঙাৰে গোসাঁইবাৰীলৈও কেতিয়াবা যায়। মিছাতে কষ্টহে পায়, শৰীৰ তেনেই ঠুনুকা তেওঁৰ।

কি হৈছে?

ৰোগ। মধুমেহ। ডায়েবেটিছ।

অ'!

পিতাৰ ঠাইত ককাইদেউ আছে, আমাৰ মূৰৰ ওপৰত তেওঁৰ হাত থৈছে। কাম কৰি আছো আমি। বাগিচাক প্ৰাণ খুলি লৈছো, দেশসেৱা ধৰ্ম বুলি লৈছো...।

দেৱবালাই হালধীয়া পোহৰ সিঁচি থকা লেমটোলৈ চাই ৰ'ল। কাঁচৰ চিম্‌নীটোৰ ওপৰৰ ফাল ধোঁৱাৰে ক'লা হৈ আহিব ধৰিছিল ক্ৰমশঃ। তালৈকে চাই চায়ে লাহেকৈ গৈ তেওঁ যাদৱপ্ৰসাদৰ কাষত দীঘল দিলে। যাদৱপ্ৰসাদ স্নেহৱান মানুহ, আলফুলে আঁকোৱালি ধৰিলে পত্নীক। স্বগতোক্তিৰ দৰে উচ্চাৰিলে—

গুৰুপ্ৰসাদক বোম্বেত পঢ়ুওৱাৰ সমস্ত ভাৰ ককাইদেউৰ। মই বাগিচা চলাইছো, বিমলী নিচেই সৰু। পুতলী পঢ়াত ভাল। ছায়েন্স পঢ়িব খোজে, অনেক দায়িত্ব আছে। ককাইদেউৰ। দুইখন বাগিচা চলোৱাৰ বাটেৰে মই কংগ্ৰেছী ভলণ্টিয়াৰৰ অনেক কাম কৰি যাব পাৰিছো। ভাং-কানি অনুসন্ধান কৰিবৰ বাবে চৰকাৰে গঠন কৰা কমিটীত

আমাৰ পিতাই যিখন ৰিপ'ৰ্ট দাখিল কৰিছিল, তুমি ভাবিব নোৱাৰা বৰমাই, ১৯১৩ চনৰ সেই ৰিপ'ৰ্টেই আছিল বেষ্ট ৰিপ'ৰ্ট। চৰকাৰে নগদ এহেজাৰ টকাৰে সম্মানিত কৰিছিল পিতাক। মই এতিয়া সেই কামৰে সূতা টানি আছো।

পাৰিব আপুনি?

হঠাৎ যে কি হ'ল যাদৱপ্রসাদৰ, দপ্‌কৈ জ্বলি উঠা শুকান খেৰৰ মেজিৰ দৰে আৱেগিক হৈ উঠিল তেওঁ। পত্নীৰ চুলিত মুখ গুঁজি অনুচ্চমাতে উচ্চাৰিলে—

চব পাৰিম মই, তুমি কেৱল সাহস দিবা।

পাছবাৰীৰ তেঁতেলীজোপাত বাদুলি ওলমিছিলহি। তাতে বাহ সাজি থকা চৰাই এহালে বাদুলিৰ ধপ্‌ধপনিত সাৰপাই উঠিল। চৌপাশে বিয়পি পৰিল সেইহালৰ কিচিৰ-মিচিৰ মাত।

দেৱবালাৰ ডিঙিত ঠাণ্ডা লাগিল। লেমৰ চিম্‌নীত পুনৰ চকু পৰিল। আগতকৈও ক'লা হৈ আহিছে...।

শুয়ে থাকো নেকি! —কথাষাৰ কৈয়ে হামিয়ালে দেৱবালাই। তেতিয়াও যাদৱপ্রসাদ একেথৰেই আছে। তেনেদৰে থাকি তেওঁ চাগে' আৰাম অনুভৱ কৰিছিল।

বোধহয় পৃথিৱীৰ প্রতিজন পুৰুষেই এনে অনুভৱৰ দাসত্ব স্বীকাৰ কৰিব। মাতৃৰ সাদৰ পৰশৰ পৰা ক্রমশঃ আঁতৰ হৈ গৈ থকা পুৰুষৰ বলিষ্ঠ শৰীৰৰ ভিতৰত সদায়ে এটি অবোধ বালক, স্নেহাকুল বালকে জিৰাই থাকে। যি কেতিয়াবা পত্নী-প্রেয়সী অথবা অন্য কোনো মমতাময়ীৰ কাষত এনেদৰে নিজকে বিলীন কৰিব খোজে।

তোমাক আচল কথা কোৱাই নহ'ল বৰমাই!

কওকচোন।

মই ভাবিছো, বোম্বেৰ পৰা পঢ়া সাং কৰি বোপা ঘৰলৈ উভতি নহালৈকে গোসাঁইবাৰীত আমাৰ ফুনুকে লগাই থওঁ!

পাৰিবনে তেওঁ?

নোৱাৰিবৰ কি কথা! ফুনুৰ কৰ্মোদ্যম দেখিলে স্তবধ মানিবা তুমি।

হ'ব তেন্তে। আপোনাৰো সহায় হ'ব, ঘৰৰে ল'ৰা এটাকো উপকৃত কৰা হ'ব।

উপকৃত।

যাদৱপ্রসাদে পত্নীৰ মুখে মুখে আওৰালে। দেৱবালা সাৱধান হৈ গ'ল আৰু পুনৰ উচ্চাৰিলে—

উপকাৰ।

এইবাৰ যাদৱপ্রসাদে মিচিকিয়ালে আৰু পালেঙৰ পৰা নামি লেমটোৰ শলিতা একেবাৰে নমাই থৈ আহিল।

ঘৰৰ বাহিৰত শীত। অথচ ঋতু পৰিবৰ্তনৰ এই সময়ছোৱাত শীতে কেতিয়াবাই মেলানি মাগিব লাগিছিল। কোঠাৰ বতাহত ভালদৰে কাণ উনালে দিখৌৰ কল্‌কল্‌

ধ্বনি শুনা যায়। পানীৰ বুকু চুই উৰি অহা বতাহ্ সদায় চেঁচা, তাতে নিশাৰ পানী; দুয়োপাৰৰ গছ্-বিৰিখে অহৰহ ছায়া প্ৰদান কৰি থকা দিখৌৰ পানী।

দেৱবালা নিহালীৰ তলত কুঁচি-মুচি সোমাই পৰিল। হাতৰ আঙুলিবোৰ কোনোমতে গৰম কৰিব পৰা নাই। আজি ভতিজী আইমানুহে তেওঁক দুটিমান উজ্জ্বল চক্‌চকীয়া ঘূৰণীয়া শিল মুঠিত লুকুৱাই থ'বলৈ দিছিল। মেলাচকৰত চলিহা পৰিয়ালে এক বিশাল গৃহ নিৰ্মাণৰ কাম চলাই আছে। ধনপোনাহঁত আগবেলা তালৈকে গৈছিল, জেপৰ মাৰ্বলগুটিৰ লগতে শিলগুটিও সুমুৱাই আনিছিল। আইমানুহে কৈছিল তেওঁক—

থুৰ কৰি আনিথো ধনৰ পৰা। নুকাই থোবা কুৰীটি।

ঠুনুক-ঠানাক মাত আইমানুহৰ। একেবাৰে সৰগীয় দেৱশিশু তাই।

দেৱবালাৰ হাঁহি উঠিছিল। তাই বিচৰাৰ দৰেই শিলগুটিকেইটা কোনেও নেদেখাকৈ মুঠিত লুকুৱাই পেলাইছিল।

আঃ সেই শীতল পৰশ।

এতিয়াও যেন হাতৰ মুঠিতে সোমাই আছে! তথাপি সেইহেন শীতৰ মাজতো কণমানি চৰাই পোৱালি এটিৰ দৰে দেৱবালা কুঁচি-মুচি টোপনিৰ মাজলৈ সোমাই গ'ল, গৈ থাকিল। যেন দূৰ-সুদূৰেৰে লানি পাতি উটি আহিছে বেহেলাৰ আলাপ যেন বতাহৰ ফুচ্‌ফুচনিৰে কোনোবাই ক'বলৈ ধৰিছে কাণত... তুমি বৰ ধুনীয়া বৰমাই, তুমি বৰ ভাল, ভালকৈ থাকিবা, নিজৰ কামত মন দিবা, এই পৃথিৱীলৈ এনেয়েতো অহা নাই তুমি! তোমাক আমি আটায়ে ভালপাওঁ বৰমাই!

০ ০ ০ ০ ০ ০ ০

পুৱা শয্যা ত্যাগ কৰিয়ে দেৱবালাৰ ককায়েকলৈ মনত পৰিল। পঢ়াশুনাত মেধাৱী দেৱপ্ৰসাদ। দেউতাক বিষ্ণুপ্ৰসাদ দুৱৰাই সদায় কৈছিল— 'তোমাক মই ডাক্তৰী পঢ়ুৱাম।'

ইচ্ পঢ়াশুনা কৰিছেনে ককাইদেৱে ভালকৈ? অহা বছৰতে তেওঁ মেডিকেলত সোমাব পৰাকৈ এইবছৰ পৰিশ্ৰম কৰিবলৈ আছে।

শয্যা ত্যাগ কৰি দেৱবালা গা-ধোৱা ঘৰত সোমায়গৈ। শাহুৱেকৰ মুখত শুনিছে মেলাচকৰৰ ঘৰ হেনো প্ৰাসাদৰ লেখীয়া হ'ব। পানী পৰিষ্কাৰ কৰিবলৈ চিমেণ্টেৰে ফিল্টাৰ সাজিব। ওচৰতে গোটেই শীতকালজুৰি জ্বলি ৰ'ব মুকলি চৌকা। ৰঘুৱে উতলাই ৰাখিব গা-ধোৱা পানী। দমকলৰ ইষদুষ্ণ পানী গাত ঢালি থকা মানুহজনীয়ে এই কথা কল্পনা কৰিয়ে পুলকিত হৈ উঠিল।

# ছয়

আবেলিৰ প্ৰথমছোৱা সময়।

নিকুঞ্জলতা আগে আগে। পাছে পাছে বৰবোৱাৰী কনকলতা আৰু দেৱবালা। কনকলতাৰ কোলাত এটি, কাষত এটি। দেৱবালাৰ নিচেই পাছতে পুতলী। এই আটাইখিনিকে দুয়োকাষে দুটা বৰজাপিৰে আঁৰ কৰোৱাই লৈ নিকুঞ্জলতা চলিহানী গৈ আছে চুবুৰি ফুৰিবলৈ। শিৱসাগৰতনো এতিয়া কেইঘৰ মানুহ? চলিহা, ফুকনহঁতৰ ঘৰলৈ সৌৱা ৰিং এটাৰহে বাট মাথোন।

ঘৰত এতিয়া মাখনী আৰু কমলালয়া। বাগিচাৰ পৰা যাদৱপ্ৰসাদ ভুৰুংকৈ ওলাবহিও পাৰে। তদুপৰি বিভিন্ন সমস্যা লৈ দূৰ-দূৰণিৰ পৰা অভ্যাগত কোনোবাজনো ওলাবহি পাৰে, দুয়োজনী চাহৰ খোল্লা চম্ভালিবলৈকে ৰ'ল।

দেৱবালাই উজুতি খালে। লিক্‌লিকীয়া বাটটিৰ কাষৰ জোপোহা বনৰ গুৰিত আঙুলি মোটোকি উজুতিয়াই দিয়াত নিচেই কাষেৰে গৈ থকা কনকলতাই জায়েকৰ হাতত খামুচি ধৰিলে। মুহূৰ্ত্ততে দেৱবালাই তেওঁলৈ চকু তুলি চালে। কনকলতা ওখ-পাখ, শুৱনি। কুন্দত কটা মুখ। শান্ত মুখশ্ৰী। স্নেহময়ী। নিদ্ৰালু নয়ন। সেই নয়নতে দৃষ্টি মিলাই দেৱবালাই যি বুজিব লাগে বুজি পাই গ'ল। এয়া সমুখত ধীৰ খোজেৰে গৈ আছে শাহুআই নিকুঞ্জলতা, গম্ভীৰ মহিলা। সম্ভ্ৰান্ত পৰিয়ালৰ আভিজাত্যৰ পূৰ্ণ প্ৰকাশ যাৰ ব্যক্তিত্বত, তেওঁ কোনো কাৰণতে গ্ৰহণ নকৰিব পাছে পাছে আহি থকা বোৱাৰীহঁতৰ মাজত সৃষ্টি হোৱা ফুচ্‌ফুচনি অথবা অংগ সঞ্চালনৰ চপলতা। হয়, কেৱল শব্দ বাহিৰ হ'ব পাৰে। বোৱাৰীহঁতৰ খোজে সৃষ্টি কৰা পাট বা মুগাৰ সাজৰ পৰা বিচ্ছুৰিত হোৱা খচ্‌মচনিৰ শব্দহে গ্ৰহণ কৰিব পাৰে তেওঁ।

উজুতি খোৱা দেৱবালাই তলমূৰকৈ ভৰিখনকে চাই চাই যাবলৈ ধৰিলে। যাদৱপ্ৰসাদে মাজে মাজে গাড়ীখন ঘৰৰ চৌহদৰ পৰা বাহিৰলৈ উলিয়ায়। আজিনো এনে কি ক্ষতি হ'লহেঁতেন, আটাইবোৰ মানুহ যদি গাড়ীৰে ফুৰিবলৈ আহিলহেঁতেন!

দুখ পোৱা ভৰিৰ আঙুলি হাতেৰে চুই চাবৰ মন গ'ল দেৱবালাৰ। কিন্তু অসম্ভৱ। অংগ সঞ্চালনাৰ, নহ'লেবা হাতৰ খাৰুৰে শব্দ উঠিব পাৰে। তথাপি তেওঁ ভৰিলৈ চাই যাবলৈ নেৰিলে। আৰু এই কাৰ্যত তেওঁ জায়েকৰ সহায় বিচাৰি মানুহজনীৰ হাতত ধৰি থাকিল।

এটা সময়লৈ দেৱবালা পোন হ'ল আৰু ভগ্নীসুলভ হাঁহি এটি কনকলতালৈ প্ৰেৰণ কৰিলে।

সেইদিনা সন্ধিয়াই আইমানুহক মাকৰ কোলাত দিবলৈ লৈ দেৱবালাই কনকলতাক সুধিলে লাহেকৈ—

কথা এটা সোধো বাইদেউ।

অ' আই, কিনো কোৱা। সোধা আক'।

আজি আপোনাৰ হাতত ধৰোতে আঙুলিতো হাত লাগিছিল। কাঠ আচিনাই উঠিব নেকি আপোনাৰ আঙুলিমূৰত।

কনকলতাই অভ্যাসবশতঃ টানিটুনি ল'লে মূৰৰ ওৰণি। তাৰপাছত ইফালে-সিফালে চাই ক'লে লাহেকৈ—

সেইবোৰ কি, আৰু কেনেকৈ হৈছে, অলপ গমিলেই হ'ল।

তাৰ মানে? কি গমিম?

এহ্ ক'বলৈচোন লাজহে লাগে।

কওকচোন কওক।

ব'লা মোৰ কোঠালৈ, বহিবা।

ব'লক।

দুয়ো কনকলতাৰ কোঠাত প্ৰবেশ কৰিলে। ইয়াত এখন কেঁচুৱা শুওৱা দোল্‌না খাটো আছে। এতিয়া আইমানুহ আৰু ধন ডাঙৰ হ'ল যদিও সেইখন একেঠাইতে আছে। ধন আইতাকৰ লগত শোৱে, আইমানুহ মাক-দেউতাকৰ লগত।

মেহগনি বৰণীয়া পালেঙৰ কুন্দতকটা খুঁটি এটাতে হাত থৈ দেৱবালা থিয় হৈ ৰ'ল। কনকলতাই কোলাৰ নিদ্ৰিত শিশুক পালেঙত শুৱাই দিলে। তলে-ওপৰে কণমানি জোখৰ কেঁথা পাৰি তাৰ ওপৰত উমাল কাপোৰ জাপি দিলে। তাৰপাছত তেওঁ ক্ৰমত উঠি থকা আঁঠুৱা খহাই নমাবলৈ হাত মেলিলে। গাত লৈ থকা এৰীচাদৰখনৰ তৰপ দুটা মুকলি হৈ নামি পৰিব খোজো যেন কৰিলে। এই অৱস্থাত কনকলতাৰ শৰীৰৰ ঢাকি ৰখা সৌন্দৰ্য একেবাৰে ফট্‌ফটীয়াকৈ দেৱবালাৰ চকুত ধৰা পৰি গ'ল।

দৃষ্টি ঘূৰাই নিলে দেৱবালাই। কোঠাৰ বেৰত শহুৰ দেউতাৰ ডাঙৰ ফ্ৰেমত বন্ধোৱা ছবি। শুষ্ক পুষ্পহাৰেৰে শোভিত। তলৰ ৰেকৰ ওপৰত ধূপ দীপৰ থালী। এনে একেধৰণৰ প্ৰতিচ্ছবি এখনি ঘৰৰ বৈঠকখানাতো আছে। ৰেকৰ ওপৰত আনটোমূৰে পৰিপাটিকৈ ৰখা হৈছে ফাইল কেইটামান। তাৰাপ্ৰসাদ বিলাতত থাকোতে তাত নাৰীৰ স্বাধীনতা আৰু স্ব-মত প্ৰকাশৰ ক্ষেত্ৰ হিচাপে কেইবাখনো মহিলা আলোচনীত চকু

ফুৰোৱাৰ সুযোগ পাইছিল। তাৰে আৰ্হি লৈ তেওঁ ইয়াতো মাহেকীয়া হিচাপত মহিলা আলোচনী প্ৰকাশৰ বাবে গুণাগঁথা কৰিছে। ফলত জন্ম হ'ব কিছুদিনৰ পাছতে আলোচনী ঘৰ-জেউতিৰ। আলোচনীখনৰ সম্পাদনা সমিতিৰ অধ্যক্ষ হ'ব তাৰাপ্ৰসাদ চলিহা নিজে। যুঁটীয়া সম্পাদনাত থাকিব কমলালয়া আৰু কনকলতা চলিহা।

তুমি থিয় হৈয়ে ৰ'লা যে? —কনকলতাৰ মাত।

দেৱবালাই ঘূৰি চালে।

আঁঠুৱাখন চাৰিওফালে ভালকৈ খুঁচি থৈ কনকলতা কোঠাৰ এচুকৰ চকী দুখনৰ ফালে আগুৱালে। তাৰে এখনত ধনৰ চোলা এটা পেলাই থোৱা আছিল, সেইটো বুটলি লৈ দেৱবালাক ক'লে তেওঁ—

ইয়াতে বহাহি আহা।

দেৱবালাই খোলা দুৱাৰৰ ফালে চাই খন্তেক কিবা ভাবিলে। তাৰপাছত চকীত বহিলহি।

কনকলতাও বহিল সিখন চকীত।

দুয়োৰে মাজত এতিয়া গোল মেজ এখন। তলমূৰকৈ নিজৰ আঙুলি পিটিকি উচ্চাৰিলে কনকলতাই—

মই বেহেলা বজাওঁ বৰমাই! আঙুলিমূৰত তাৰেই দাগ। মোৰ পিতাকতো জানাই, তেৱেঁই তুলি দিছিল মোৰ হাতত বেহেলাখন।

এতিয়া পিছে?

কনকলতাই হাত দুখন এৰ্বীৰ তলত সুমুৱাই লৈ দেৱবালালৈ চাই হাঁহি এটা মাৰিলে। এই হাঁহিয়ে অনেক কথা প্ৰকাশ কৰিছিল। নিজৰ একান্ত ইচ্ছা-হেঁপাহ বা সপোনক যেতিয়া মানুহে পুষ্পাঞ্জলি হিচাপে জীৱন চক্ৰৰ বেদীলৈ দলিয়াবলগা হয়, তেতিয়াই মানুহৰ মুখত এনে হাঁহিয়ে ভুমুকিয়ায়। নিজৰ সৈতে সাঙোৰ খাই থকা অন্যান্য কিছুমান জীৱনক সন্তুষ্টি প্ৰদান কৰা অথবা গাঢ় শান্তি কামনাৰে নিজৰ ঐশ্বৰ্য সমাধিস্থ কৰাজনে এনে হাঁহিৰে হাঁহে।

দেৱবালা অস্থিৰ হৈ উঠিল।

অশান্ত হৈ উঠিল।

গাৰ পৰা গৰম চাদৰখন আঁতৰাই পেলাব যেন! কিবা যেন উকমুকনি ভাব এটাই অস্বস্তিত পেলাব খুজিছে। কিয় এনে লাগিছে, যেন যুগ যুগ ধৰি এধানিও ছিদ্ৰ নথকা কোঠা এটাত আবদ্ধ হৈ আছে তেওঁ।

কাণি-দুৱৰীকৈ জপাই থোৱা দুৱাৰলৈ চকু গ'ল তেওঁৰ। নৈপৰীয়া বতাহে চুই লৰাই আছে পৰ্দাখন। তেন্তে কিয় এনে অস্বস্তি?

ধুমুহা এচাটিৰ দৰে কোঠালৈ বিমলী সোমাই আহিল। মাজে-সময়ে তেওঁ বৰককায়েক

তাৰাপ্ৰসাদৰ কলমটি বৰবৌৱেকৰ পৰা খুজি নিয়েহি। এতিয়া দুয়োগৰাকী বৌৱেকক থম্‌থম্‌কৈ এনেদৰে বহি থকা দেখি ঘপ্‌কৰে বৈ গ'ল। পাছমুহূৰ্ততে মুখত হাত দি হাঁহি পেলালে। কনকলতাই বহাৰ পৰাই সুধিলে—

কি হ'ল বিমলী?

সৰু নবৌৰ ভৰিয়ে চোন মজিয়াকে ঢুকি নাপায়।

কথাষাৰ তৰ্কিবলৈ দেৱবালাৰ এখন্তেক লাগিল। হয়তো, তেওঁ কনকলতাতকৈ অনেক চাপৰ। বহি থকা চকীৰ পৰা মাটি ঢুকি নাপায়।

হাঁহি দিলে দেৱবালাই।

কিন্তু দেওৰেকক একো নক'লে। কেৱল ওলমি ৰোৱা ভৰি দুখন জুলাই দেখুৱালে। তিনি-চাৰিবাৰ।

কোঠাটোত সমিলমিল হাঁহিৰ খলকনি উঠিল।

সেইনিশা দেৱবালাৰ টোপনি হেৰাল।

যাদৱপ্ৰসাদ বাগিচাত। কোঠাৰ মজিয়াত আদৰমণিয়ে তাইৰ শয্যা বহলাইছে।

লেমটো নুমাওঁ?

ওহো, আদৰমণিৰ এই মাত দেৱবালাৰ কাণত সোমোৱা নাই।

জীয়ৰী কালত কিমান বেহেলা বজাইছিল কনকলতাই? বিয়াৰ চাৰি বছৰৰ পাছতো যে আঙুলিমূৰৰ কঠিনতা আঁতৰা নাই, তাৰমানে দৈনিক কিমান ঘণ্টাকৈ অনুশীলন চলাইছিল মানুহগৰাকীয়ে? ঘণ্টাৰ পাছত ঘণ্টা অনুশীলন কৰিবলৈ, সাধনা কৰিবলৈ হ'লে যি আন্তৰিক তাগিদা লাগে, সেই তাগিদা আহে বিষয়টিৰ প্ৰতি থকা মানুহগৰাকীৰ ভালপোৱাৰ পৰা।

এনে গভীৰতাৰে ভালপোৱা বেহেলা এৰি পেলাইছে কনকলতাই? কিন্তু কিয়? এটা দিনত নিশ্চয়কৈ এঘণ্টা সময় নিজৰ বাবে আজিও বাহিৰ কৰিব পৰা যায়। তেন্তে?

দেৱবালাৰ অস্বস্তি আকৌ আৰম্ভ হ'ল। চকুযুৰি মুদিলেই যে হেঁচা মাৰি ধৰা বোৱাৰী জীৱনৰ তলত পিষ্ট হৈ যাব খোজে বেহেলা এখন।

শেষনিশাৰ সপোনত দেৱবালা কইনাৰ সাজেৰে মুকলিৰ ঘাঁহনি এডৰাত শুই আছিল। আকাশলৈ মুখ কৰি, ওপৰমুৱাকৈ। তাৰপাছত তেওঁ উঠি বহিল। আড়ষ্টতাৰে ইফালে সিফালে চালে। ই কি। এয়াতো ঘাঁহনি নহয়, তেওঁৰ চেতাৰখন। কোনো প্ৰাচীন ভগ্নস্তূপত চেপেটা লাগি থকা জীৱাশ্মৰ দৰে দুৰ্দশাগ্ৰস্ত চেতাৰখন।

ধহ্‌মহাই সঁচাকৈয়ে উঠি বহিল দেৱবালা।

সংগীত সাধনা কি পাপ? নে ব্যভিচাৰ? যাক বোৱাৰী জীৱনে গ্ৰহণ কৰিলে সংসাৰ-অথবা সমাজত খেলিমেলিৰ সৃষ্টি হ'ব।

উচিত নে এনে কাৰ্য?

বাৰে বাৰে নিজকে সোধে দেৱবালাই। একপ্ৰকাৰ হাইৰাণ হ'ব ধৰাৰ অৱস্থা।

তথাপি আখলৰ ওচৰত শাক বাছি থকা বৰজায়েকক লাহেকৈ ক'লেগৈ—

আপুনি আকৌ বেহেলা বজাবলৈ লওক বাইদেউ।

কি কোবা! সময় ক'ত মোৰ! এতিয়া আৰু সেইবোৰ নহৈছে।

কিয় শাহুআয়েওতো ঘোষা গায়। সেয়াও সংগীতৰহে ভাগ। যি কামে মানুহৰ মন ভাল কৰি ৰাখে, সেই কাম কৰিব লাগে।

কনকলতাই একো নামাতিলে। কেৱল যথাস্থানত থকা ওৰণিখনকে ঠিক-ঠাক কৰি ৰ'ল। অভ্যাসবশতঃ।

০ ০ ০ ০ ০ ০ ০

ঘৰে ঘৰে তেতিয়াও ব'হাগ বিহুৰ আয়োজন চলিবৰ হোৱা নাই। অৱশ্যে ফাগুনে ফালিবলৈ লোৱা কলপাত অৱনমিত হৈ আহিব ধৰিছিল। ন-কুঁহিপাতৰ থোৰ মেলিবলৈ প্ৰতিজোপা গছ-বিৰিখেই আয়োজন চলাইছিল। চাৰিওফালে বিয়পি পৰিছিল বসন্তৰ আগমনী বাৰ্তা।

এনে সময়তে দেৱবালা মাকৰ ঘৰলৈ গ'ল।

আইৰ হাতে দুসাঁজ খাব, ভাই-ভনীৰ মাজত জীয়ৰী জীৱন নকৈ উপলব্ধি কৰিব।

দেৱপ্ৰসাদৰ পঢ়াৰ হেঁচা বাঢ়িছিল। সেয়ে তেওঁ পিতৃৰ কাষত থাকি ঘৰুৱা শিক্ষাত গুৰুত্ব দিছিল। বাকীসকল আছিল মাতৃৰ সৈতে গোলাঘাটৰ ঘৰত।

দেৱবালা তালৈকে গ'ল।

গাড়ীৰে থৈ আহিল যাদৱপ্ৰসাদে।

ঘৰৰ বাহিৰত বৈ আছিল ভালমাই। দেৱবালাৰ ভায়েক বাপুৰ তলতে ভালমাই।

ভালমাই? এইটো আক' কিধৰণৰ নাম?

যাদৱপ্ৰসাদে পত্নীক সুধিছিল।

দেৱবালাই হাঁহি পেলাইছিল। কৈছিল—

সৰুৰে পৰা মই কলিকতাত আছো, ঘৰৰ পৰা আঁতৰত। যেতিয়া ঘৰলৈ আহো, দেউতাই বোধহয় মোক অলপ বেছি গুৰুত্ব দিয়ে। চেতাৰ বজাবলৈ কয়, বেডমিণ্টন খেলিবলৈ মাতে। ভালমায়ে ভাবে তাইৰ গাৰ ৰংটো কম কাৰণে তেনে হৈছে। কোনোবাই তাইক মাই বুলি মাতিলে ঠুনুক-ঠানাক মাতেৰে তাই বুকু চপৰিয়াই কৈছিল— মই ভাল, ভালমাই।

যাদৱপ্ৰসাদে হাঁহি পেলাইছিল। এতিয়া পত্নীক শহুৰৰ ঘৰত থ'বলৈ আহি সেইকথা মনত পেলাই তেওঁ ঘৰৰ বাহিৰতে খুলশালীয়েকক জন্দ কৰিলে—

কিহে মাই? আমাৰ কাৰণে বৈ আছা?

ভালমায়ে লাজকুৰীয়া হাঁহি মাৰিলে। আকৌ ক'লে যাদৱপ্ৰসাদে—

বৰমাইৰ পাছত মাজুমাইহে হ'ব লাগিছিল।

ইহ্ নেলাগে দেই, মাজুমাই নহওঁ পাই। ভালমাই মই।

তিনিও হাঁহিছিল। ভিতৰৰ পৰা অকণমাই, মাই আৰু বাপ ওলাই আহিছিল। চ'ৰাঘৰৰ ভিতৰতে ওৰণি টানি বৈ গৈছিল সাবিত্ৰী দুৱৰা জোঁৱাই আদৰিবলৈ।

দুপৰীয়াৰ সাঁজ আটায়ে একেলগে বহি আনন্দমনেৰে গ্ৰহণ কৰাৰ পাছত যাদৱপ্ৰসাদে উভতিবলৈ খৰখেদা লগালে। যি অগম্য বাট, পোহৰে পোহৰে গৈ থকাই মংগল। সকলোৱে এই কথাত হয়ভৰ দিলে।

যাদৱপ্ৰসাদ গাড়ীত উঠিল, শহুৰৰ পদূলিৰ ধূলি উৰুৱাই গুচি গ'ল শিৱসাগৰলৈ।

পাছদিনা পুৱা গা ধুই আঁতাই সেন্দূৰৰ ফোঁটটি লওঁ বুলি দেৱবালা দাপোণৰ সমুখত ৰ'লহি। ক'ত কি হ'ল? কিয় এনে লাগিছে, বুকুত যেন দগধা শিলা। বিয়াৰ আগদিনাৰ দৰে অনুভৱ যে! হয়, জোৰোণৰ দিনাও দেৱবালাৰ এনে লাগিছিল, বুকুৰ মাজত যেন উশাহ ল'ব নোৱৰাকৈ শিলাৰ ওজন। কান্দিব নোৱাৰি, হাঁহিব নোৱাৰি।

কি এয়া?

কিহৰ অনুভৱ?

এয়াতো তেওঁ নিজ মাতৃগৃহত আছে। নিজৰ সহোদৰসকলেৰে পৰিবেষ্টিত হৈ আছে। যিকোনো মুহূৰ্ততে ইয়াত চেতাৰ বজাব পাৰি, চৰাইৰ কলৰৱ তুলি খিল্‌খিলাই হাঁহিব পাৰি, মূৰৰ কাপোৰলৈ চিন্তা নাই, গণি গণি খোজ দিয়াৰ চিন্তা নাই, টোপনি ধৰিছে, ভাগৰ লাগিছে বুলি যেতিয়াই-তেতিয়াই শয্যা ল'ব পাৰি। এইখনতো তেওঁৰ ঘৰ, আপোন ঘৰ। ইয়ালৈ আহিও এই শিলাৰ গধুৰ অনুভৱ? কিয়?

কপালত ফোঁটটি লওঁতে নাকৰ অগ্ৰভাগতো গুড়ি গুড়িকৈ সৰি পৰিল উজ্জ্বল ৰক্তবৰ্ণৰ সেন্দূৰ।

দুয়ো নয়ন চকুলোৰে চপ্‌চপীয়া হ'ল দেৱবালাৰ।

হয়, দাপোণৰ মানুহজনীৰ মুখৰ ভাষা স্পষ্টকৈ পঢ়িব পাৰিছে তেওঁ। হয়, এই নাৰী প্ৰিয়জনৰ পৰা আঁতৰত বৈ যাতনাত কাতৰ হোৱা নাই।

এনেকৈ সোমাই পৰিছেনে যাদৱপ্ৰসাদ তেওঁৰ উশাহৰ অলিন্দ-নিলয়ত?

# সাত

দিখৌৰ পাৰ খহিবলৈ কেতিয়া আৰম্ভ হৈছিল, চলিহা ঘৰখনৰ কোনেও গমি চোৱা নাছিল। নৈয়ে খহাই নি আছে পাৰৰ মাটি, যেতিয়াই-তেতিয়াই চপ্‌কৈ পানীত খহি পৰে গৰাৰ চপৰা, কোনেনো হিচাপ ৰাখে?

কিন্তু নিকুঞ্জলতা এই লৈ চিন্তাত ভুগিছিল। তেওঁৰ চকুৰ আগতেই যি গতিত নৈয়ে পাৰ খহাবলৈ ধৰিছে, এনেকৈ হ'লে চোন শিৱসাগৰ নামৰ এই অঞ্চলটো খহাবলৈ কেইবছৰ? সৌৱা এতিয়া এই চ'ত শেষ নৌহওঁতেই ৰান্ধনিশালৰ পৰা পানীৰ খল্‌খলনি শুনা গৈছে, ভৰবাৰিষা যে কি ৰূপ ধৰিবগৈ নৈয়ে কল্পনাও কৰা নাযায়।

তেওঁ পাছবাৰীৰ মাজত থিয় হ'লগৈ। আদৰমণিয়ে ঢেঁকীয়া বুটলি আছিল। হঠাতে বজা জাহাজৰ উকিত তাই চক্‌খাই উঠিল।

নিকুঞ্জলতাই দৃষ্টি ঘূৰাই চোতাললৈ উভতিল। পানীজাহাজ আহি দিখৌৰ এই দলঙৰ ওচৰ পাওঁ যেন কৰিলেই বিকট মাতেৰে উকিয়াই উঠে। যেন কোনোবা ৰাজন্যৰহে আগমন ঘটিছে। উকি শুনিয়েই হঁচিয়াৰ হৈ যায় দুয়োপাৰৰ মানুহ। সাধাৰণ মানুহ। পানীজাহাজ চাবলৈ সকলোৰে উথপ্‌থপ্ লাগে। সাধুকথাৰ দৰে দলঙৰ মাজভাগ ক্ৰমাৎ ওপৰলৈ উঠি গৈ থাকে, গৈ থাকে, একেবাৰে পাহাৰ শিখৰৰ দৰে জোঙা হৈ ৰৈ যায় দলঙৰ মাজভাগ। তেহে উশাহ সলায় মানুহবোৰে। ৰাজকীয় গাম্ভীৰ্যৰে নৈৰে আগুৱায় এই বিশাল আকাৰৰ পানীজাহাজ। ৰেলিঙত ধৰি অ'ত-ত'ত দুই-এটা খালাচী আৰু ডেকত দুই-এজন বগা চাহাব। দুয়োপাৰৰ মানুহলৈ চাই সিহঁতে হাত জোঁকাৰে। হাঁহে। গৈ গৈ সৰকি যায় দলঙৰ তলেৰে, গৈ থাকে সিহঁত আৰু ধীৰ গতিত ওপৰৰ পৰা নামি আহে দিখৌৰ দলং। ইমানপৰে দলঙৰ দুয়ো মূৰে ৰৈ থকা পথচাৰীসকলৰ তন্দ্ৰা ভাগে, যাতায়াত আগৰ দৰেই সুচল হৈ পৰে।

তন্দ্ৰা ভাগে সকলোৰে, কিন্তু মোহ নাভাগে। যিমানবাৰেই জাহাজে উকিয়ায়, দুয়োপাৰৰ মানুহৰ উথপ্‌থপ্ লাগে। চাহপাত বোজাই কৰা ডাঙৰ ডাঙৰ কাঠৰ বাকচ। বাকচত লিখা থাকে আসাম কোম্পানীৰ নাম। এই বাকচবোৰকে নাজিৰাৰ পৰা দিখৌপাৰলৈ কঢ়িয়ায় পানীজাহাজে। তাতে উঠি বাকচবোৰ যায়গৈ কলিকতাৰ চাহ নিলাম কেন্দ্ৰলৈ।

...এইবোৰ কথা কেইবাবাৰো শুনিছে মানুহবোৰে। তথাপি উৎসুকতাৰ অন্ত নাই।

ফলি-পুথি এৰি সদায় দৌৰে বিমলী। একেবাৰে পাৰৰ খহো খহো যেন মাটিতহে ৰয়গৈ। পাছে পাছে আইমানুহ-ধনইঁতো। আজিকালি মাখনী-পুতলীইঁতো মুকলিত ৰয়গৈ। পানীৰে গৈ থকা চাহাবকেইটাইওনো কি মনিব পাৰিব, সিইঁতে যেন এনেদৰেই ভাবে।

সিদিনা নিকুঞ্জলতা এইখিনিতে বৈ আছিল। তেওঁৰ দুহাত দূৰৈৰে বিমলীইঁতৰ পিৰপিৰীয়া লৰ। জাহাজ তেতিয়াও এইডোখৰ পোৱাহি নাই। সৰু সৰু ল'ৰা-ছোৱালীইঁত এনেদৰে উত্ৰাৱল হ'লে কোনোবা এটা আগুৱাই সদায় পাছে পাছে লৰ ধৰে। আজিও সেয়ে হ'ল। জাহাজৰ উকি শুনা গ'ল, পানীৰ খল্‌খলনি মহটিয়াই ইঞ্জিনৰ ধপ্‌ধপনি আগুৱাই অহাৰ উমান পোৱা গ'ল। উমান পোৱা গ'ল তেঁতেলীজোপাৰ সিফালে পুতলী মাখনীইঁতৰ খপ্‌জপনিৰ। হঠাৎ কিবা এটা গা চেবালে মানুহগৰাকীৰ। পাছলৈ ডিঙি ঘূৰাই দেখে এহাত দূৰৈত বৈ আছে ন-ছোৱালী। মূৰৰ কাপোৰ বতাহে পিছলাইছে। এখোজ আগত যে শাহুআই বৈ আছে, ন-ছোৱালী দেৱবালাৰ খিয়ালেই নাই। মুখখনত বিমলীৰ দৰে পোহৰৰ উগুল-থুগুলতা। উকিয়াই অহা পানীজাহাজ দেখিব, দিখৌৰ দলং ওপৰলৈ উঠি যোৱা আজি নিজচকুৰে দেখা পাব।

নিকুঞ্জলতা খন্তেকলৈ দৰক লাগি ৰ'ল।

ওহো, কোনোপধ্যেই ন-ছোৱালীক ৰূঢ় কথাৰে ওভতোৱা নাযায়।

পাছফালৰ পৰা শুনা গ'ল সোণৰ খাৰুৰ শব্দ। ধীৰ খোজেৰে মহিলাগৰাকী ঘৰৰ ভিতৰলৈ উভতিল। বৰবোৱাৰী কনকলতা ৰান্ধনিশালৰ মজিয়াত। বিয়া দি উলিয়াই দিয়াৰ পাছতো ইয়াত থাকিবলৈ লোৱা জীয়ৰী কমলালয়া সৌৱা বৰঘৰৰ বাৰাণ্ডাৰ গোল মেজত কিবা লিখাত ব্যস্ত। এৰা, সেন্দূৰ পিন্ধা আইমানুহে জীয়ৰী ছোৱালীৰ দৰে জাহাজ চাবলৈ ঢাপলি নেমেলে। হাত জোকাৰি যোৱা বগা চাহাবক কাপোৰ নোলোৱা মূৰ নেদেখুৱায়গৈ।

তেওঁ পিৰালিতে মূঢ়া এটাত বহাদি বহিল। যেন জাহাজ পাৰ হৈ যোৱাৰ পাছৰ সময়লৈহে অপেক্ষাৰত।

এটা সময়ত জাহাজ গুচি যোৱাৰ উমান পোৱা গ'ল। দিখৌৰ দলঙক খপ্‌খপ্‌কৰে তললৈ নমোৱাৰ বাবে কপিকল ঘূৰোৱাৰ শব্দ শুনা গ'ল।

জাহাজ চোৱা মানুহবোৰ ঘৰাঘৰি গ'ল। এই ঘৰৰ সকলো উভতি আহিল। বিমলীইঁতৰ পাছে পাছে মূৰত কাপোৰ নোহোৱাকৈয়ে দেৱবালাও চোতাল পালেহি। হঠাতে শাহুআইক তেনেদৰে পিৰালিত বহি থকা দেখি চাদৰ টানিবলৈ তেওঁৰ খপ্‌জপ্ লাগিল। সদায় উৰি যোৱাৰ দৰে খোজকঢ়া দেৱবালাই এইবাৰ খোজতো নিয়ন্ত্ৰণ আনিবলৈ বাধ্য হ'ল। অত্যন্ত নম্ৰতাৰে বোৱাৰীসুলভ খোজক কলাসম্মতভাৱে আগুৱাই লৈ গৈ তেওঁ নিজৰ কোঠাত সোমালগৈ।

সেইদিনাই নিকুঞ্জলতাই বোৱাৰী দেৱবালাক লাহেকৈ ক'লে—

আজি তুমি জাহাজ চাবলৈ যাওঁতে ধনৰ মাক ৰান্ধনিশালত অকলশৰীয়া হ'ল।

অ'!

দুয়ো একেলগে থাকিলে ভাল হয়।

দেৱবালা সৰু পখী এটিৰ দৰে ডিঙি বেঁকাকৈ বৈ গ'ল। কি ক'লে শাহুআয়ে এইমাত্র? ...একেলগে থাকিলে ভাল হয়। ভাল হয় যদি হয় আৰু!

এৰা, একেলগে থাকিলে ভাল হয় যদি হয় আৰু!

কি কৰিব দেৱবালাই তাত!

বাৰমহীয়া মধুৰিজোপাৰ পৰা মাখনীয়ে এটা মধুৰি আনি তেওঁৰ হাতৰ মুঠিত গুঁজি দিছিলহি। বোলে—

নবৌ খোৱা। এই বছৰত আমি চবেই খালো। এইটি তোমাৰ। জুতি লৈ চোৱাচোন আমাৰ শিৱসাগৰীয়া মধুৰিৰ!

এতিয়া পালেঙত ভৰি ওলোমাই সেইটি মধুৰিতে একামোৰ মাৰি ভাবিলে দেৱবালাই, ভাল হয় যদি হয় আৰু!

...এই কথা শুনি গোলাঘাটৰ সাবিত্রী দুৱৰাৰ কপালত চিন্তিত ৰেখা জিলিকিল। জীয়ৰীৰ মুখৰ চিধা-চাধা কথা শুনি বিপাঙত পৰিল তেওঁ। লাহেকৈ ক'লে—

ভাল হয় মানে বৰমাই তুমি সেয়া কৰা উচিত।

দেৱবালাই মাকৰ মুখলৈ চাই শিশুৰ দৰে ফেলেক্‌কৈ হাঁহি পেলালে। চেতাৰখন গাৰ সমুখেৰে বেঁকাকৈ লৈ কৈ পেলালে—

তেন্তে তাকেই কৈ দিলেই হয়।

সকলো মানুহে কথা একেধৰণে নকয়।

তেতিয়াহ'লে কেনেকৈ বুজিম?

বুজিবলৈ চেষ্টা কৰা উচিত। চাওঁ, চেতাৰ থ, বাপক ধৰ অকণমান।

ইচ্ ইমানটো ল'ৰাক কোলাত ল'ব নোৱাৰো প্ৰাই মই। মেখেলাৰ ভাঁজ ভাগি যাব।

বাপৰ গা তপত। ধৰ, একো নহয়।

দেৱবালাই চেতাৰখন মজিয়াৰ দলিচাত নমাই থৈ ভায়েকক কোলাত লোৱাৰ আয়োজন চলালে। ইচ্ সঁচাই তপত বাপৰ গা। তেওঁ সৰু ভায়েকক নিজৰ আঁচলেৰে যিমান পাৰে ঢাকি-ঢুকি ল'লে। আঁকোৱালি ধৰি বৈ থাকিল।

কিমানপৰ?

ওহো, কাৰো খিয়াল নাই। দেৱবালাৰতো নায়েই, বায়েকৰ কোলাত নৰিয়া দেহাৰে সোমাই থকা বাপৰো নাই।

দেৱবালাই ভায়েকক বুকুৰ মাজত পৰম স্নেহেৰে আঁকোৱালি লৈ থাকিল।

এই যে কোলাত লৈ থকাৰ সময়খিনি, ইয়াৰ মাজতে নিশ্চুপ দেৱবালাৰ মনৰ ভিতৰখন কিন্তু সৰৱ হৈ বৈছিল। কি কৈছিল কইনা চাবলৈ অহা এগৰাকীয়ে? ফুচফুচুৱাৰ দৰে কি কৈছিল তেওঁক?

'ন-ছোৱালী। কোলা বেছিদিন উদঙাই নেৰাখিবা। গৃহস্থৰ মন নবহা হ'ব।'

কোলা উদঙাই নেৰাখিবা মানে?

অলপ আগতে মাকে শিকাই যোৱা নাছিলনে সকলো মানুহে কথা একেধৰণে নকয়, বুজিবলৈ চেষ্টা কৰা উচিত।

দেৱবালাই এতিয়া তাকে বুজিবলৈ চেষ্টা কৰিলে। কোলা উদঙাই নেৰাখিবা মানে ভৰাই ৰাখিবা। কোলানো কিহেৰে ভৰে? নিশ্চয়কৈ ল'ৰা-ছোৱালীৰে। সন্তানেৰে।

ও, বুজা গ'ল, তাৰমানে ল'ৰা-ছোৱালী সোনকালে ওপজাব লাগে। নহ'লে গৃহস্থজনৰ মন নবহা হয়। ক'ত? কিহত মন নবহা হয়?

মুহূৰ্ততে দেৱবালাৰ আমন-জিমন লাগি গ'ল। আজি কেইবাদিনো পাৰ হৈ গ'ল গৃহস্থক নেদেখাৰ। মাত নুশুনাৰ। একো খবৰ নোপোৱাৰ।

পাহৰিয়ে গ'ল নেকি যাদৱপ্ৰসাদে?

০ ০ ০ ০ ০ ০ ০

মাতৃগৃহৰ পৰা উভতি যেতিয়া দেৱবালা স্বামীগৃহত সোমাইছেহি, চ'ত সোমাওঁ সোমাওঁ।

চাৰিওফালে এনে পৰিবেশ যেন আহো বোলা ব'হাগ পদুলিমূৰ পালেহিয়ে। চুবুৰীয়া দুঘৰৰ পৰা ঢেঁকীৰ শব্দ ভাহি আহিছিল। বাগিচা থকা মানুহ যদিও ধানখেতিও আছে, তদুপৰি এতিয়া নকৈ ঘৰ সাজি থকা মেলাচকৰতো প্ৰায় চৌবিশ বিঘা মাটি।

সন্ধিয়া পাছ বাৰাণ্ডাত নহ'লে জুহালত বহি শাহুআয়ে পৰিয়ালৰ অতীতগাথা গাই শুনোৱাটো আজিকালি একধৰণৰ নিয়মেই হৈ পৰিছে। মাটি-বাৰী, সা-সম্পত্তিৰ কথা দেৱবালাই মনোযোগেৰে শুনে। পৰম মনোযোগেৰে। যাদৱপ্ৰসাদৰ জীৱনলৈ তেওঁ এক উপহাৰ অহাদি আহিছে, এই কথা অনেকবাৰ কৈছে যাদৱপ্ৰসাদে। ধীৰে ধীৰে তেওঁ নিজেও উপলব্ধি কৰিবলৈ লৈছে। হয়, সঁচাকৈয়ে যদি তেওঁ যাদৱপ্ৰসাদৰ জীৱনৰ এক উপহাৰ, তেন্তে যাদৱপ্ৰসাদৰ সুখ বৰ্ধনৰ বাবে নিশ্চয়কৈ দেৱবালাৰ কৰণীয় অনেক কাম আছে। যাৰ ভিতৰত অন্যতম কাম হ'ব মানুহজনকে ধৰি পৰিয়ালটোৰ সম্পদ বৃদ্ধি কৰা। ঐশ্বৰ্যশালী কৰি তোলা। দিনে দুগুণ, ৰাতি চাৰিগুণে বৰ্ধিত হ'ব লাগিব সকলো সম্পদ। কৰ্মস্পৃহা। স্বাস্থ্যধন আৰু মানসিক আভিজাত্যৰে পৰিপূৰ্ণ সুখ।

প্ৰথমে আমাৰ কেৱল গোসাঁইবাৰীখনেইহে আছিল। চৰকাৰৰ ঘৰত পিতাকৰ

সন্মান আছিল। ফটছুমেন নামৰ চাহাব এটাৰ বনমালী আছিল। ৰুগীয়া মানুহ। আসাম দেশে সুজা নাই বুলি টোপোলা বান্ধি যাবলৈ ওলাল। আসাম কোম্পানীয়ে পিতাকক বনমালীখন কিনিবলৈ ক'লে। পিছে টকা-সিকা নহ'লেনো কিনে কেনেকৈ? দোধোৰ-মোধোৰত পৰি তেওঁ সত্ৰাধিকাৰ প্ৰভুৰ কাষ চাপিলত প্ৰভু ইছৰে বোলে নিচিন্তে থাকা। এই ৰূপৰ মোহৰ গাৰুৰ তলত থৈ টোপনি যোৱা। পুৱা যি ঘটিব, সেয়াই মংগলময় হ'ব। একো বস্তু নিজৰ বুলিব নোৱাৰা, কাঢ়িব নোৱাৰা। মনত ৰাখিবা, সকলোৰে সাইধ একে নহয়।

তাৰপাছত?

দেৱবালাই শাহুৱেকক এনেকৈ সুধিলে যেন সেয়া সাধুকথা কৈ শুনোৱা বুঢ়ীমাকহে।

নিকুঞ্জলতাই দেৱবালালৈ চকু ঘূৰাবলৈ লৈও থিৰ হৈ ৰ'ল। ছোৱালীটিৰ প্ৰতি মায়া জাগিল তেওঁৰ। ওঁঠৰ কোণত স্নেহ বিৰিঙিল।

পুনৰ একে সুৰতে কৈ গ'ল—

তাৰপাছত আৰু যি হ'বৰ আছিল, তাকে হ'ল। ৰাতিটোৰ ভিতৰতে চমৎকাৰ ঘটি গ'ল। উপজি পুৱাতে পিতাকক চৰকাৰে বিচৰাত তেখেত হাজিৰ হ'লগৈ। দুহেজাৰ পাঁচ টকা নগদ তেখেতৰ ফালে আগবঢ়াই আসাম কোম্পানীয়ে বোলে চলিহাদেউ এইখিনিৰেই আপুনি বনমালীৰ গ্ৰাণ্টটো লৈ লওক। বেচেৰা ফটছুমেনক শেষ সময়ত নিজৰ পৰিয়ালৰ ওচৰলৈ ঘূৰি যাবলৈ সহায় কৰক আপুনি। সেয়া, সেইদৰেই বনমালী আমাৰ ঘৰলৈ আহিল...।

সেইনিশা দেৱবালাই যাদৱপ্ৰসাদৰ চকুত চকু থৈ সুধিলে—

মাজে মাজে যে বনমালীত থাকেগৈ আপুনি,ময়ো থাকিবগৈ নোৱাৰোনে?

যাদৱপ্ৰসাদে পত্নীৰ মুখলৈ এখন্তেক চাই কিবা ভাবিলেহে যেন, তাৰপাছতে চিগাৰেট এটা জ্বলাই ভেলাকাঠৰ চকীত বহি পুনৰ পত্নীৰ মুখলৈ চালে। চায়ে ৰ'ল।

কোমল মাতেৰে ক'লে দেৱবালাই—

ইয়াত মই খুবেই আৰামত আছো। কষ্ট পোৱা নাই। কিন্তু মাজে মাজে আপুনি বাগিচাত থাকিবলগা হয়। তেতিয়া অলপ বেয়া লাগে মোৰ। বোধকৰো আপোনাৰো। তাতকৈচোন আমি একেলগেই থাকিব পাৰো। আয়ে আজি বনমালী কিনাৰ কাহিনীটো কৈছিল। কিনাৰ সময়ত পিতাদেউৰ কিমান ইচ্ছা আছিল, শুনিলো। ভাবিছো, সেইখনত যদি একেৰাহে আপুনি থাকিবলৈ লয়, উৎপাদন ভাল নহ'বনে?

যাদৱপ্ৰসাদে চিগাৰেটৰ ধোঁৱাৰ ফাঁকেৰে সাৱধানে মিচিকিয়ালে। তাৰপাছত ক'লে—

এইবছৰ আমাৰ আয় এনেও ভাল হৈছে।

কিমান?

এইবাৰ এক পাউণ্ডত ডেৰটকা-দুটকা পৰ্যন্ত উঠিছে।

এনেইনো কিমান উঠে?

বাৰ অনা, এটকা...।

অ'।

দেৱবালা পালেঙত উঠিল। সদায় অহাৰ দৰে তেঁতেলীজোপাত ওলমিবলৈ বাদুলি আজিও আহিল। বাহত শুই থকা চৰাই কিছুমানে আজিও কিচিৰ-মিচিৰ কৰি উঠিল।

চিগাৰেটটো শেষ নকৰাকৈয়ে যাদৱপ্ৰসাদ খিৰিকীমুখলৈ উঠি গ'ল। পাল্লা এপাট সামান্য ঠেলি চিগাৰেটটো দূৰলৈ দলিয়াই পেলালে। তাৰপাছত লেমৰ শলিতা নমাই তেৱোঁ আঁঠুৱাৰ ভিতৰ সোমালহি।

বৰমাই!

হুঁ?

আমি মেলাচকৰত এখন ডাঙৰ ঘৰ সাজি আছো। তুমি চাগে' জানা।

ওঁ। এই ঘৰ সম্পত্তি আৰু চাগে' ৰাখিব পৰা নাযাব।

কেলেই?

দেৱবালাই গাৰুৰ পৰা মূৰ তুলি উঠিল। আকৌ সুধিলে—

কেলেই?

এপলক টলকা মাৰি শুনাচোন।

কি?

দিখৌৰ খল্‌খলনি। শুনা নাই?

শুনিছো। নৈৰ পাৰত ঘৰ সাজিলে পানীৰ শব্দতো শুনা যাবই।

এৰা! ঠিকেই কৈছা। তুমি আহিছাহে, আমি বহুকাল কটাইছো ইয়াত। আগতে পানীৰ এনে শব্দ নুশুনিছিলো। পাৰৰ পৰা দূৰৈত আছিল ঘৰ। লাহে লাহে নৈখন এইফালে আহি থাকিল, ওপৰত ব্ৰীজ হ'ল, তাৰপাছতো নৈ আহিবলৈ এৰা নাই। গৰা খহাই খহাই ঠেলি আছে আমাক। দুদিনমানৰ পাছততো ৰান্ধনিঘৰ গোটেইটোৱেই জাহ যাব পানীত।

কি হ'ব তেতিয়া?

কি হ'ব, ভাবা। আমি নৈৰ বুকুলৈ আঙুলিয়াই কাৰোবাক ক'ম, সৌডোখৰতে আমাৰ জুহাল আছিল, ঢেঁকীঘৰ আছিল...।

দেৱবালাই নিশ্বাস এৰিলে।

আকৌ ক'লে যাদৱপ্ৰসাদে—

মথাউৰি এটা হ'ব হ'ব বুলি অনেক দিনৰ পৰাই শুনি আছো...।

দেৱবালাৰ নিদ্ৰা হেৰাব খুজিলে। তথাপি তেওঁ মনে মনে ৰ'ল।

যাদৱপ্ৰসাদো। যেন দিখৌৰ খল্‌খলনিয়ে এই নৱদম্পতীক মন্ত্ৰমুগ্ধহে কৰি তুলিছে।

নৈকে আই-বোপাই বুলি ভাবি থকা নৈপৰীয়া মানুহখিনিৰ এদিন হঁচ আহে। এনেকৈয়ে। বহু দেৰি হৈ যায় তেতিয়ালৈ, এৰা, বৰ কষ্টকৰ কাম নৈখনক বিৰোধী বুলি ধৰি লোৱাটো।

দুদিনৰ পাছত হঠাতে ফুনু ওলালহি। মেলাচকৰৰ ঘৰখন চাই আহিছে। ফুনু আহিলে অন্য পুৰুষসকলৰ দৰে চ'ৰাঘৰতে বৈ নাযায়। নিচেই তজ্‌বজীয়া কিশোৰ এটিৰ দৰে ভিতৰলৈকে সোমাই আহে। ঘৰখনৰ প্ৰতিজন সদস্যৰ মাজতে ফুনু জনপ্ৰিয়। ভনীয়েক কনকলতাই ওৰণিৰ তলেৰে ককায়েকৰ আলেখলেখ চাই মুখ টিপি হাঁহে। পুতলী মাখনীহঁতেতো ফেপেৰি পাতি পাতি ধৰে। নিকুঞ্জলতাই বাৰাণ্ডাত বহুৱাই লয়। কাঠমিলৰ অনেক নেপথ্যৰ খবৰ ফুনুৱে তেওঁক শুনায়হি। আজিকালিতো বাগিচাতো লাগিছেগৈ, খা-খবৰবোৰ সৰহ হোৱাৰ কথাই।

ফুনু, খা-খবৰ দিয়া।

কাঠৰ মিল বন্ধ হওঁ হওঁ।

হয়নে?

হাবিৰ গছ শেষ হোৱা নাই। কিন্তু মিলৰ উদ্দেশ্যত বগা চাহাবহঁতে বিধি-পথালি দিবলৈ আৰম্ভ কৰিছে...।

ই কি কয়, বাপে?

কি ক'বনো? যাদৱপ্ৰসাদ চলিহা গম্ভীৰ মানুহ, সকলো কাম গমিপিতি চাইহে কৰে। যিমানবোৰ কাঠ ফলাইছিলো আমি, আটাইবোৰ পেকিং বাকচত লগোৱাৰ পাছত তেওঁ আৰু গছ ফলোৱা নাই। আসাম কোম্পানীয়ে নিজে বাকচ তৈয়াৰ কৰিবলৈ লৈছে, তেনেহ'লে আমাৰনো কি কাম? প্ৰথম কথা এইটো, গছ ফালি বাকচ বনাই এনেয়ে জহিবলৈ দিব নোৱাৰি। দ্বিতীয় কথা, মিলৰ ডাঙৰ কৰত দুখন অনেক ক্ষয় গৈছে, বনুৱাৰ কষ্ট হয়, সময়ো অনেক লগা অৱস্থাত পৰিছেহি। আজি ভাগো, কালি ভাগো। গতিকে নতুন কৰত কিনাৰ আঁচনি নাই। এই যত চব কথাৰ মূলতে হৈছে গছ কটাৰ, বাকচ বনোৱাৰ পাৰ্মিট। ম্যাদ উকলি যাওঁ যাওঁ, চৰকাৰৰ ফালৰ পৰা নবীকৰণৰ ব্যৱস্থা নাই। আগতে আছিল যদিও নেজানো, এতিয়া কিন্তু নাই। বোধহয় উঠাই লৈছে। এতিয়া কৰতে টানে মানে মেলাচকৰৰ বঙলাৰ মজিয়াত লগাবলগীয়া কাঠবোৰৰ দিহা লগাই থকা হৈছে।

কি কথা?

কি কথা মানে?

মেলাচকৰ ঘৰক যে বঙলা বুলিলা?

আপুনিও ভাল। বঙলা নহয়নো কি?

মজিয়া কাঠৰ হ'ব? কাঠৰ মজিয়াৰ বঙলা? হে হৰি, কিহে পাইছে মোৰ ল'ৰাহঁতক।

ৰ'বচোন ৰ'ব তেনেখন নকৰিব। গোসাঁইবাৰী-বনমালী হেন দুখনকৈ চলতি বাগিচাৰ মালিক, কৰঙাণী নামৰ এই বিশাল গ্রাণ্টৰ মালিক, ৰায়বাহাদুৰৰ পৰিয়াল থাকিবলৈ বঙলা নাসাজি পঁজাঘৰ সাজিবনে? এতিয়া দিখৌপাৰৰ এই ঘৰ খহো খহো এয়া, মজিয়া তেনেই সেমেকা, তলেদি যেন দিখৌহে বৈ আছে, এনে অৱস্থাৰ পৰা মানুহে ওপৰলৈ যোৱাৰ চিন্তা কৰিবনে?

আৰু কাঠৰ মজিয়া? পঁজা নহৈ যেনিবা ডাঙৰ ঘৰ হ'ল। ল'-ছালীবোৰ বাঢ়ি আছে, কোঠা দুটামানো লাগে। কহিমাৰ পৰা লাৱণ্যহঁত আহিলে, বুলুহঁত আহিলে, যোগেন-শান্তিহঁতৰ সৈতে মানুহ বাঢ়ে। দুটামান কোঠালি লাগে। এইডোখৰলৈকে ঠিকে আছে, কিন্তু কাঠৰ মজিয়া? এনে বিলাস কিয়?

ক'তনো বিলাস দেখিলে আপুনি? দুমহলীয়া ঘৰ এটাৰ ওপৰমহলাৰ মজিয়াখননো কাঠেৰে নিদি কিহেৰে সাজিব?

কি? দুমহলীয়া ঘৰ?

ও, দুমহলীয়া। তলত ৰান্ধি-বাঢ়ি খাই মহিলাসকলে ইটো-সিটো কৰিব, ওপৰত ল'-ছালীজাকে পঢ়াশুনা কৰিব। আৰু কি?

নিকুঞ্জলতা অন্যমনস্ক হৈ পৰিল।

চিন্তিত হৈ পৰিল।

বাগিচাৰ উপাৰ্জন, ৰায়বাহাদুৰ কালীপ্রসাদৰ যৎসামান্য সাঁচতীয়া এনেদৰে উটিবলৈ আৰম্ভ কৰিব নেকি? ৰায়বাহাদুৰেনো কিটো সাঁচিলে? চৈধ্যটামান পৰিয়াল পোহপাল দিব লাগিছিল তেওঁ। বাগিচাৰ পৰানো কি এনে উপাৰ্জন? চলি আছে মোটামুটি। তাৰাপ্রসাদে আদালতলৈ আহ-যাহ কৰি চলিছে, যাদৱপ্রসাদে বাগিচা চলোৱাৰ লগতে ইফালে-সিফালে ইটো-সিটো কৰি কিবা ঘটিব পাৰিছে বুলিও মনে নধৰে তেওঁৰ।

নিকুঞ্জলতা এনেকৈয়ে ভৱিষ্যতৰ অদৃশ্য গণনাত থুম মাৰি বহি ৰ'ল। ইমানপৰে কথা কৈ থকা ফুনু কোন তলকতনো তেওঁৰ কাষৰ পৰা চোতাললৈ নামি গ'ল, গমকে নাপালে তেওঁ।

# আঠ

মাটিৰ হাকিম বিষ্ণুপ্ৰসাদ দুৱৰাৰ আলাসৰ কন্যা দেৱবালা সৰুৰে পৰা লাহ-বিলাহত প্ৰতিপালিত নহ'লেও এক সুকীয়া আভিজাত্যৰে মণ্ডিত পৰিবেশত প্ৰতিপালিত। বঙালী অভিজাত সমাজৰ শিষ্টাচাৰৰ আঁহে আঁহে সোমাই থাকে ৰবীন্দ্ৰনাথৰ চেতনাৰ প্ৰবাহ। কিন্তু অসমৰ উজনি অঞ্চলৰ যিসকল চাহ খেতিয়ক আছে তেওঁলোকৰ দৈনন্দিন জীৱনৰ সাঁচ অসমৰ অন্য ক'তো পাবলৈ নাই। সুশীল জীৱনবোধ, নান্দনিক দৃষ্টি আৰু পৰিমাৰ্জিত ভাষাৰ ব্যৱহাৰে এইসকলৰ জীৱনত এক সুকীয়া আভিজাত্যৰ গৰিমা সানিছে। তাতে আকৌ অসমত প্ৰবল প্ৰতাপেৰে ছশ বছৰ ৰাজত্ব কৰা আহোম স্বৰ্গদেউসকলৰ সাংস্কৃতিক পৰম্পৰাও জড়িত হৈ পৰিল। ফলত প্ৰকৃত অৰ্থত ই সুকীয়া আভিজাত্যৰ প্ৰকাশক হ'ল।

দেৱবালাৰ বাবে এয়া একেবাৰে নতুন বোধ।

উজনিৰ বিহু দেৱবালাৰ বোৱাৰী জীৱনৰ প্ৰথম পুলক। গোটেই দিখৌখনেই যেন গৰু বিহুৰ মাহ-হালধিৰে উপচি পৰিল। চলিহা পৰিয়ালৰ খীৰতীকেইজনীক আজি বিহু বুলি চোতাললৈ অনোৱা হৈছে। বাৰীৰ মাজেৰে নি নোওৱা হৈছে। দিখৌৰ একঁকাল পানীত নমাই লাউ খা, বেঙেনা খা গোৱা হৈছে। ঘৰখনৰ আলধৰাইঁতৰ উপৰি ল'-ছালীবোৰো নামিছেগৈ পানীত।

দেৱবালা আৰু কোঠাত সোমাই থাকিব নোৱাৰিলে। চেগ বুজি তেওঁ পুতলীৰ কাষ চাপিল। পুতলী তেওঁৰ প্ৰায় কানসমনীয়াই। পানীজাহাজ চাবলৈ যোৱাদি গৰু নোওৱা চাবলৈ অকলে যাবলৈ ভাল নেলাগিল তেওঁৰ।

পুতলীক খাতিৰ ধৰা নহ'লেই, কথা উলিয়ালেহে, লগে লগে মুখ গোমোৰাকৈ ক'লে তাই—

কিনো নবৌ, সৰু ছোৱালীৰ দৰে অস্থিৰ? আমি জীয়ৰীইঁতেই পিঠাপনাত লাগি আছো। দেৱবালাৰ মুখ শুকাই গ'ল।

তলমূৰকৈ আঁতৰিল তাৰপৰা। ঢেঁকীঘৰৰ পৰা মাখনী ওলাই আহিছিল, বাহিৰৰ পৰা পাছবাটেৰে চোতাললৈ সোমাই আহিছিল ৰঘু। সি হাঁহি হাঁহি আহি আছিল।

ইমানকৈ হাঁহিবলৈনো কি হ'ল ৰঘু? নবৌ, ৰঘুলৈ চোৱাচোন।

দেৱবালাই চকু তুলি চালে।

ৰঘু হাঁহি হাঁহিয়ে বৈ গ'ল।

মাখনীয়ে আকৌ সুধিলে—

ৰঘু তই হাঁহিলি যে?

মূৰটো খজুৱাই শলাগিলে সি—

হাঁহিলি।

মাখনীয়ে কঁকালত হাত থৈ দেৱবালাৰ একোষে বৈ তাক আদালতত জেৰা কৰা দি জপটিয়াই ধৰিলে—

হাঁহিলিতো বুজিছো। কিয় হাঁহিছহে সুধিছো।

তাৰ আকৌ হাঁহি উঠি গ'ল। দেৱবালাৰ ফালে চাওঁ-নাচাওঁকৈ এবাৰ চায়ে আকৌ হাঁহিবলৈ ধৰিলে সি। এইবাৰ একেবাৰে ডাঙৰকৈয়ে। ঢেক্‌ঢেকাই।

তাৰপাছত পেটত ধৰি ধৰি সি বাৰীৰ ফালে গুচি গ'ল।

নবৌ, বলিয়াটো বাৰীৰ মাজেৰে ঘাটত নামিবগৈ চাগে। ব'লা।

হা?

ও, ব'লা।

মই যাম জানো?

কিয়? তুমি কিয় নাযাবা?

নহয়। গৰু ধুওৱা মই চাম জানো?

তুমি চালেই সেইবোৰ গৰু গুচি হাতী হৈ যাব নেকি? ব'লা।

মাখনীয়ে বেণীৰ আগটো গুঁথি গুঁথি বাৰীলৈ সোমাই গ'ল। এখোজ পাছতে গৈ থকা দেৱবালা কিন্তু আধাবাটৰ পৰাই উভতিল। শাহুআয়ে বেয়া পাব পাৰে। সিগৰাকী ক'ত, কনকলতা? 'একেলগে থাকিলে ভাল হয়...!' শাহুআইৰ কথাষাৰ বুকুত লৈয়ে তেওঁ জায়েকৰ কোঠাৰ মুখত ৰ'লহি। লাহেকৈ মাতিলে—

বাইদেউ!

ভিতৰৰ পৰা মাত আহিল—

বৰমাই হ'বলা! সোমাই আহা।

কেইবাখনো নতুন বিচনীৰ ওপৰত কনকলতাই একোখনকৈ গামোচা থৈ গৈছিল। দেৱবালাই সুধিলে—

এয়া কি কৰিছে বাইদেউ?

এয়া গধূলিকৈ লাগিব নহয়। গৰুক বা দিবলৈ। গৰুক বা দিয়াৰ পাছতহে আমি মানুহবোৰে বিচনী ল'ব পায়।

অ'!

আজি ঘৰৰ বাহিৰত যিমানহে মতা মানুহ। জলপান সজাই তৰণি হেৰাব দেই।

দেৱবালা পৰ্দাৰ নিচেই কাষতে বৈ থাকিল।

অনুচ্চ মাতে উচ্চাৰিলে— জলপান সজাবতো নাজানো মই!

মই সজাওঁতে চাই থাকিবা।

পিঠা এখনো উঠাব নোৱাৰিলো। ভাগি ভাগি যায়।

কি পিঠা?

পাটিচেপ্তাৰ নিচিনা শুকান বগা দীঘলীয়া।

তিলপিঠাতো?

ওঁ।

একো নহয়। তুমিনো এনেই খোৱাবস্তু কি জানা?

বনাব?

ওঁ।

উ... উ... কুটি নিম্‌কী... আৰু...।

কাটা নিম্‌কী? সৰু সৰুকৈ যে ভাজে?

ওঁ।

ভালেই হ'ল। নতুন এবিধ যোগ হ'ব। চবেই বৰ ভাল পাব।

০ ০ ০ ০ ০ ০ ০

বিহুৰ দিনা পুৱাই কমলালয়াই দেৱবালাক হাতৰ ঠাঁৰেৰে ওচৰলৈ মাতিলে। বাৰাণ্ডাৰ ওপৰৰ পৰা দেৱবালাৰ হাতত টোপোলা এটা গুঁজি ক্ষণিক ইফালে সিফালে চালে। সামান্য আচৰিত হৈ দেৱবালাই সুধিলে—

কি বাইদেউ?

গা-পা ধুলা?

হয়।

বিহুৱান এখন আছে। বাপক দিবা। সেৱা কৰি দিবা।

দেৱবালা তলমূৰকৈ বৈ থাকিল। ভীষণ দোষী দোষী অনুভৱ। শালত বহিব নেজানিলো, পিঠা তুলিবও নিশিকিলো।

বৰমাই, আজৰি হোৱাগৈ যোৱা। আজি মোলৈ এবাটি চাহ কৰিবাচোন। তোমাৰ হাতৰ চাহ খাম।

দেৱবালাৰ আন্ধাৰ হৈ পৰিব খোজা মুখখন উজ্জ্বল হৈ উঠিল। বাইশাহুলৈ মূৰ তুলি চালে। মহিলাগৰাকীয়ে চকুযুৰি নমনীয় কৰি মিচিকিয়াই ক'লে—

কালি হেনো তুমি নিম্‌কী ভাজিছিলা, আয়ে কৈছে বৰ সোৱাদলগা হৈছে হেনো, তাকে দুডোখৰমান দিবা। আমাৰ ঘৰত আজিলৈকে সেইবিধ তৈয়াৰী হোৱা নাইতো, খাই চাবৰ মন।

জঁপিয়াইহে উঠিব যেন দেৱবালা।

প্ৰশংসা নে চেনেহ, একো গমিব নোৱৰাকৈয়ে উৎফুল্ল হৈ উঠিল দেৱবালাৰ ভিতৰ-বাহিৰ গোটেইখন।

সেই সন্ধিয়াতেই দেৱবালা চুব নোৱৰা হ'ল। বছৰৰ হুঁচৰি আহিল, কোঠাৰ ভিতৰত টলকা মাৰি বহি থাকিল দেৱবালা।

যাদৱপ্ৰসাদ ভিতৰলৈ সোমাই আহিল। মেজৰ ওপৰত আজি টিপচাকি এগছি। হাৰিকেনটো চোতাললৈ উলিয়াই দিয়া হৈছে। বোম্বেৰ পৰা এবাৰ গুৰুপ্ৰসাদ আহোঁতে পাম্প দিয়া লাইট এটা কিনা হৈছিল। এনেই সেইটো সকামে-নিকামে পোহৰোৱাৰ কামত লগোৱা হয় যদিও আজি সেইটোতো কিবা আহুকালে দেখা দিছে। সেয়ে হাৰিকেন গ'ল চোতাললৈ, টিপচাকি আহিল কোঠালৈ। চাকিগছিৰ শিখা কঁপি আছিল। দাপোণৰ একাষৰ ফুলদানিৰ ছায়া পেলাইছিল বেৰত। সেই ছায়াতে চকু থৈ খেৰ আৰু কলঠৰুৱাৰ শয্যাত বহি আছিল দেৱবালা। কোন তলকতনো কোঠাত যাদৱপ্ৰসাদৰ প্ৰবেশ ঘটিছিল, তেওঁ সেইবোৰ একো উমানকে নাপালে।

যাদৱপ্ৰসাদে থিৰ হৈ পত্নীৰ এই ৰূপলৈ চাই ৰ'ল।

বিষণ্ণ নেকি দেৱবালা?

বৰমাই!

মানুহগৰাকী উচপ্‌খাই উঠিল। কোঠাৰ মাজত ওখ-পাখ যাদৱপ্ৰসাদক তেনেদৰে বৈ থকা দেখিয়েই নে কি কাৰণত মানুহগৰাকীৰ চকু ঢুলুঢুলু হওঁ যেন হ'ল।

যাদৱপ্ৰসাদ পত্নীৰ শয্যাৰ সৈতে মুখামুখিকৈ ওখ পালেঙত বহিল।

হুঁচৰি ধৰি আছে চোতালত, বছৰি ধৰে। অহা বছৰলৈ শৰাই তুমিয়ে সজাব লাগিব।

দেৱবালাই মজিয়ালৈ চাই ৰ'ল। এইবাৰোতো পাব লাগিছিল তেওঁ আশীৰ্বাদ ল'বলৈ।

বৰমাই!

স্নেহসনা মাত। অত্যন্ত স্নেহসনা মাত যাদৱপ্ৰসাদৰ।

বৰমাই! চোতালত তোমাৰ হৈও আঁঠু ল'ম বাৰু মই, তুমি ইয়াতে আশীৰ্বাদকণ ল'বা। বিহুৰ পাছতে আমি বনমালীলৈ যামগৈ, তাত আমাৰ সুকীয়া সংসাৰ হ'ব। গুৰি ধৰিব লাগিব তুমি, বুজিছা নহয়? আশীৰ্বাদ মূৰ পাতি ল'বা।

দেৱবালাই পতিৰ মুখলৈকে চাই ৰ'ল। টিপচাকিৰ ছয়ামায়া পোহৰত মানুহজনে এক অনন্য ৰূপ ধাৰণ কৰি উঠিছিল। ৰংঘৰৰ বাকৰিৰ পৰা ঢোলৰ মাত তেতিয়াও আহি আছিল। হুঁচৰিৰ ঠেও ধৰা তালৰ তুলনাত সেই মাত আছিল অধিক গমগমীয়া। একেবাৰে বুকুত চাপৰ মাৰি যোৱা বিধৰ। তাৰ মাজেৰেই দৃষ্টিত উদ্ভাসিত প্ৰাণপুৰুষৰ এনে ৰূপে দেৱবালাক মন্ত্ৰমুগ্ধহে কৰি তুলিলে যেন।

০ ০ ০ ০ ০ ০ ০

ভাত খালা ৰঘু?

দেৱবালাৰ মাতত গছৰ পৰা পাৰি অনা পাণ খিলা-খিলাকৈ যুকিয়াই থকা ৰঘুৱে মূৰ তুলি চালে। ঘপ্‌কৈ উঠি থিয় হৈ হাঁহিমুখে শলাগিলে—

খালা।

উত্তৰ শুনি দেৱবালাৰ ৰগৰ কৰিবৰ মন গ'ল। পুনৰ সুধিলে ফিল্টাৰত পানী ঢালিলানে?

ঢালিলা।

ৰংঘৰ বাকৰিত এইবাৰ বিহু চালা?

চালা।

বৰজনাই হেনো তোমাকো বিহুৰ কাপোৰ দিছিল, পিন্ধিলানে নাই?

পিন্ধিলা পিন্ধিলা।

ভাল পালানে পিন্ধি?

পালা। খুব ভাল পালা।

হেৰি নহয়, সিদিনানো ইমানকৈ কিয় হাঁহিছিলা?

অঁ অঁ হাঁহিছিলা।

পিছে কিয়নো, কোৱা।

এহ্ নোকোৱা নোকোৱা।

মূৰ জোকাৰি য'ৰে পাণ ত'তে এৰি সি হাঁহি হাঁহিয়ে সেই ঠাই পৰিত্যাগ কৰিলে।

চাইকেলৰ চকা এটা চলাই চলাই বিমলী ওলালহি। পাছে পাছে ধনপোনা।

কি হ'ল নবৌ?

হু? একো হোৱা নাই।

পাণসোপা কোনে পেলালে?

ৰঘুৱে। আৰু কোনেনো পেলাব। চোৱাঁগৈচোন, পালে তাক পঠিয়াই দিবা।

চকা ঘূৰোৱা সৰু দলটি গ'লগৈ। দেৱবালাই দেখিলে পাণলতাৰে সৈতে ছিঙি অনা হৈছে। আগলিত সৰু সৰু ঠাৰি। ওহো, ঠাৰি নহয়, অন্য কিবা এটা নাম আছে। ভাত খোৱাৰ পাছত তেওঁ তাৰোল পাণ একো নাখায়। সিদিনা মাছ-ভাত খোৱাৰ পাছত পুতলীয়ে জোৰকৈ এনেকুৱা এডালকে হাতত গুঁজি দিছিল।

দেৱবালা লাহেকৈ বহিল আৰু এডালি এডালিকৈ পাণৰ পিপলিবোৰ ছিঙি যাব ধৰিলে।

# ন

ব'হাগ পাৰ হৈ গ'ল।

আগমন ঘটিল নতুন বছৰ এটাৰ।

এই বছৰটোৰ আৰম্ভণিতে দেৱবালাৰ জীৱনক দুটা কথাই আলোড়িত কৰিলে। এক, তেওঁৰ একমাত্র ককাইদেৱেক দেৱপ্রসাদ মেডিকেল পঢ়িবলৈ গ'ল। দুই, টালি-টোপোলা বান্ধি দেৱবালা যাদৱপ্রসাদৰ লগত বনমালীলৈ যাবলৈ ওলাল।

ইতিমধ্যে প্রফুল্ল বৰুৱা বোলা এজনৰ লগত মাখনীৰ বিয়াৰ কথা এটিয়েও মূৰ তুলি উঠিছিল, তেওঁ হৈছে তাৰাপ্রসাদৰ পত্নীৰ ককায়েক। এই লৈ যাদৱপ্রসাদক যথেষ্ট গম্ভীৰ দেখা গ'ল। বিষয়টোৰ সম্পর্কে মতামত দিবলৈ যদিও তাৰাপ্রসাদ বা নিকুঞ্জলতা আছিল, তথাপি যাদৱপ্রসাদৰ ভাৱনাৰ, গুণা-গঁথাৰ ওৰ নপৰিল।

দেৱবালাই আগ্রহেৰে পতিৰ মুখলৈ চাই ৰ'ল। সদায় খদ্দৰৰ সাজ পিন্ধা যাদৱপ্রসাদলৈ পাঞ্জাবী চোলা এটা আগবঢ়াই দিলে। যাদৱপ্রসাদে সেইটোৰ ভাঁজ ভাঙি গাত সুমুৱালে। দেৱবালাই ইফালে সিফালে পৰিপাটি কৰি দিলে। হঠাৎ চকুত পৰিল সোঁফালৰ জেপৰ ভিতৰখনত জুয়ে পোৰাৰ চিন। আচৰিত হৈ গ'ল দেৱবালা। মাত বাহিৰ হ'ল।

এয়া কি?

ক'ত, কি?

এয়া যে! পোৰাৰ নিচিনা!

যাদৱপ্রসাদে জেপৰ কাপোৰখন ওপৰমুৱাকৈ লুটিয়াই পেলাই খন্তেক চাই ৰ'ল। হঠাতে কিবা এটা মনত পৰাত জেপ আগৰ দৰে কৰিবলৈ খপ্‌জপ্‌ লগালে। কিন্তু দেৱবালাই এৰিব নুখুজিলে—

চাওঁ চাওঁ, কেনেকৈনো পুৰিলে বাৰু?

এহ্ কিবা পৰিল চাগে'। হেৰি নহয়, মোৰ কলমটো ক'ত?

কলম হ'ব বাৰু; কিন্তু পুৰিলে কেনেকৈ, আচৰিত!

যাদৱপ্রসাদৰ চেলাউৰি থূপ খাব খুজিলে যদিও সংযত হৈ বৈ গ'ল। দেৱবালা তেওঁৰ পত্নী। তেওঁ নিজে পছন্দ কৰি অনা কইনা। হাকিমৰ জীয়ৰী, ডায়'চেছনৰ দৰে সম্ভ্রান্ত বিদ্যালয়ৰ ছাত্রী; গতিকে একেটা কথাতে লাগি থকাৰ দস্তুৰ এটা থকাটো স্বাভাৱিক। তাতেনো যাদৱপ্রসাদৰ দৰে গোটেইবোৰ জঞ্জাল সামৰি ফুৰা মানুহ এটা বিৰক্ত হ'ব লাগেনে?

শোভা পায়নে এনে কথাই?

তেনেতে চোতালৰ পৰা কাৰোবাৰ হাঁহি শুনা গ'ল। সৰু ছোৱালী মানুহৰ হাঁহি। যাদৱপ্ৰসাদে তৎ পোৱাদি পালে। লগে লগেই পত্নীক কৈ পেলালে—

সেয়া, কোনোবা আহিছে বৰমাই, দিনতে কোঠাত সোমাই আছো দুয়োটা, বেয়া দেখিব, তুমি যোৱা।

কিয় বেয়া দেখিব? আমিতো গিৰীয়েক-ঘৈণীয়েক।

তথাপি যোৱা।

আমিতো শুই থকা নাই!

হ'ব দিয়া, ময়ে যাওঁ। গ'লো।

চোলাৰ হাত কোঁচাবলৈ লওঁ যেন কৰি মানুহজন কোঠাৰ পৰা বাহিৰলৈ ওলাই গ'ল।

আৰু কি হ'ল নিমিষতে?

দেৱবালাৰ মুখ ফুলি গ'ল।

অভিমান, খং নে অসন্তোষত চকুলো ওলাওঁ যেন হ'ল।

বেছ কিছুপৰ তেওঁ পালেঙৰ খুঁটি এটাকে আঁকোৱালি ধৰি বহি ৰ'ল।

চোতালৰ হাঁহিটোত মাখনী-পুতলীহঁতেও উজান দিছিল। তেনেতে দেৱবালাক উদ্দেশি পুতলীৰ মাত বাহিৰ হ'ল—

নবৌ, বোলো অ' সৰু নবৌ, কিবা এটা শুনাহি, আহা।

দেৱবালাৰ মন তেতিয়াও ডাৱৰীয়া।

এনে কিয় লাগিছে, পতি যেন তেওঁৰ সান্নিধ্যত বিৰক্ত। কিয় এনে ভাব?

নবৌ!

অচিনাকি মাত এষাৰ। সৰু ছোৱালী মানুহৰ মাত।

কোন বা?

দেৱবালা কোঠাৰ বাহিৰ হ'ল।

পাভৈ নামৰ ছোৱালীজনী। কাষত নগা নামৰ ভায়েকটো।

নবৌ, ডাঙৰ কথা, শুনাহি।

পুতলীৰ হাতত শালৰ চিৰি এপাট। দেৱবালাৰ দৃষ্টি এইবাৰ চোতালৰ সিপাৰলৈ গ'ল। এনে লাগিল, তেওঁক দেখিয়ে যেন কোনোবা এটা ধাইধুইকৈ বাৰীলৈ ঢপলিয়াইছে। ৰঘু। হয় হয়, সেয়া ৰঘুৱেই হয়।

দেৱবালা চোতাললৈ নামি আহিল। মানুহখিনিৰ কাষ পালেহি। পুতলীয়ে ক'লে—

সিদিনা যিহে কাণ্ড নবৌ, তুমি শুনা উচিত।

কোৱাচোন।

কৈছো ৰ'বা। আগতে তুমি ওৰণি ঠিক কৰা। সিদিনা বোলে বৰমাজু ককাইদেৱে পদূলিতে চিগাৰেট জ্বলালে। এহোঁপা মাৰিছে মাত্ৰ, বৰকাইদেউৰ খোজৰ শব্দ শুনিলে।

এখেত ক'ত বৈ আছিলনো?

বৈ থকা নাই। জ্বলাই লৈ আহিব ধৰিছিল। তেওঁ সংসাৰী হৈছেতো নতুনকৈ, ভাবিছিল চাগে' চুৰট জ্বলাই কোঠাতে সোমামগৈ। পাছে কি হ'বনো! যেই বৰকাইদেউ আগুৱাই আহি মাত দিলে— বাপ। উহ্ বাপৰ কি অৱস্থা, কল্পনা কৰা নবৌ। হাতত চিগাৰেট, সমুখত ককায়েক। কৰে কি? দিলে নহয় জেপতে ভৰাই।

কি??

অঁ দেখা সাক্ষী আছে নবৌ।

দেখা সাক্ষী?

ওঁ। নিজচকুৰে এই ঘটনা দেখা মানুহ।

কোননো?

ৰঘু। আমাৰ ৰঘুকাই আক'!

মাতাচোন তাক।

সুধিবা?

ওঁ।

তুমিও ভাল নবৌ। কি সুধিবা তুমি? মিছা ক'ব নেকি সি?

নহয়, তুমি বুজা নাই। জ্বলা চিগাৰেটটোকেই জেপত ভৰাইছিলনে তেখেতে? ইচ্ ইচ্।

ৰ'বা। অধীৰ নহ'বা তুমি। অই পাভৈ, যাচোন ৰঘুক মাতি আন। ইয়াত নবৌ আছে বুলি নক'বি।

চোলাৰ কুছি উৰুৱাই ছোৱালীজনী বাৰীলৈ লৰ ধৰিলে। পাছে পাছে নগা।

দেৱবালাই মূৰৰ কাপোৰ টানি ভাবিবলৈ ধৰিলে আৰু আচম্বিতে কিবা এটা মনত পৰি গ'ল। হাত মেলি পুতলীলৈ খৰখেদাকৈ ক'লে—

পুতলী, ইহঁতক ফিৰাই আনা।

তাৰমানে?

ৰঘুক মাতি আনিব নালাগে বুলি কোৱা।

কিয়, তোমাৰচোন কিবা সুধিবলগা আছিল!

এতিয়া নাই।

তাৰমানে কি?

মই উত্তৰ পাই গৈছো। এখেতৰ চোলাৰ এটা পকেট পোৰা।

তাৰমানে জ্বলি থকা চিগাৰেটটেই জেপত ভৰাইছিল ককাইটিয়ে।

পুতলীৰ কথা কোৱাৰ ভংগীত আটায়ে হাঁহি দিলে।

কিন্তু হাঁহিব নোৱাৰিলে দেৱবালাই।

এৰা, কেৱল দেৱবালাইহে নেহাঁহিলে।

দিখৌপাৰৰ ঘৰ এৰি যেতিয়া বনমালী বাগিচাত থাকিবলৈ গ'ল দেৱবালা, তেতিয়ালৈও এই প্ৰসংগ লৈ হাঁহিব নোৱাৰিলে তেওঁ। স্বামীৰ আলফুল স্নেহৰ বলয়ত দিন ঘূৰে তেওঁৰ, ৰাতি গোঁথে দেৱবালাই নিজহাতে সপোনৰ মালা। মাতৃগৃহত এৰি থৈ অহা চেতাৰৰ তাঁৰেৰে স্বৰগম হৈ উঠা-নমা কৰোবায় জীৱনৰ দিব্যপুৰুষ যাদৱপ্ৰসাদক। অথচ এই পুৰুষেই তেওঁৰ পৰা সূতাৰ সমান কথাও গোপন কৰে।

এৰা, এনে কি ক্ষতি হ'লহেঁতেন, পাঞ্জাবী চোলাৰ পোৰা জেপটোৰ বিষয়ে সঁচা কথাটোকে যদি তেওঁ পত্নীক কৈ দিলেহেঁতেন!

দেৱবালাৰ মুখ ওফন্দে।

যেন ডায়'চেছনৰ ছিৰিত বহি ৰ'ব খোজে সমনীয়াৰ ওপৰত অবুজ অভিমানেৰে!

এই কথা অনুমানো কৰিব পাৰেনে যাদৱপ্ৰসাদে? কানি অনুসন্ধান কমিটীক তথ্য যোগানৰ কামত গভীৰভাৱে সোমাই গৈ থকা যাদৱপ্ৰসাদে?

হয়, তেওঁ সকলো অনুধাৱন কৰিব পাৰে। এয়া যেন তেওঁৰ পত্নী নহয়, মাটিৰ হাকিমে কলিকতাৰ ডায়'চেছনৰ ফুলনিত থোৱা ফুল পুলিটি যতনেৰে লৈ আহিছে তেওঁ নিজৰ জীৱনলৈ। লহ্পহ্কৈ বাঢ়িব, জক্মক্কৈ ফুলিব, সুখী হৈ ৰ'ব ফুলজোপা।

আদৰেৰে পত্নীক কাষত বহুৱাই লয় তেওঁ।

চাহ বাগিচা নহয় যেন সেউজ সমুদ্ৰহে। সমান্তৰাল সেউজীয়া, দশোদিশে সেউজীয়া। শিৰীষৰ ছায়াত জোপোহাবোৰেৰে এটি কলি দুটি পাতে মূৰ তুলি উঠে।

দেৱবালা অধীৰ হৈ উঠে। আত্মহাৰা হৈ উঠে। প্ৰথমবাৰৰ বাবে বনমালীত প্ৰবেশ কৰোঁতে সাজ নামি আহিছিল। ডাঠ কলপতীয়া বৰণৰ পৰা বাগিচাখন এন্ধাৰমুবা হৈ পৰিছিল। তথাপি দেৱবালাৰ প্ৰাণ ভৰি উঠিছিল।-পুৱাতেই সাৰ পাই দেখে শয্যা উদং কৰি গৃহস্থজন কোন কাহানিবাই বাগিচাৰ কামত ওলাই গৈছে। সৰু ছোৱালীৰ দৰে খিৰিকীমুখ পাইছিলগৈ দেৱবালা।

আঃ কি সৌন্দৰ্য!

তেওঁচোন সেউজ সমুদ্ৰৰ তীৰত। নিচেই কাষত।

দেৱবালা সুখী হৈ উঠিছিল।

প্ৰাণ ভৰি উঠিছিল।

আকৌ এবাৰলৈ যেন বিয়াত বহি সপোন কোঁৱৰ এজনক একান্তই কাষত পাই গৈছে। আকৌ এবাৰলৈ যেন প্ৰেমত পৰিছে দেৱবালা।

দেৱবালা প্ৰেমত পৰিছে?

প্ৰেম নহয়নো কি? এই যে যাদৱপ্ৰসাদক কেন্দ্ৰ কৰি ঘূৰি থকা, অহৰহ তেওঁৰ ভাৱনাই আলোড়িত কৰি ৰখা, এইবোৰ কি? কিন্তু আকৌ এবাৰলৈ? হয়, দাম্পত্য জীৱনত পতি-পত্নীয়ে যেতিয়া একেবাৰে একান্ত অনুভৱেৰে ইজনে সিজনক যিকোনো সময়তে কাষত পাব পাৰে, তেতিয়াতো আলোড়িত হৃদয়ত জোৱাৰভাটা চলে। সেয়াই নহয়নে পুনঃপ্ৰেম? আৰু য'ত প্ৰেম থাকে তাত অভিমানো থাকে।

যাদৱপ্ৰসাদে তেওঁক সকলো কথা নিশ্চয় নকয়। হয়, নিশ্চয়কৈ নকয় দেৱবালাক। কিন্তু কিয়? তেওঁ যিমান ভাল পায় পতিক, সিমান চাগে' মানুহজনে তেওঁক নাপায়। প্ৰায়ে অন্যমনস্ক হৈ ৰয়। হাতৰ চিগাৰেট হাততে জ্বলি জ্বলি ধোঁৱা হৈ উৰি যায়, ছাই হৈ সৰি পৰে, খিয়াল নাথাকে যাদৱপ্ৰসাদৰ।

কেৱল বাগিচাৰ চিন্তাই এইধৰণে আৱৰি ৰাখেনে তেওঁক? দেশ আৰু সমাজৰ ভাৱনাই? তাত কি দেৱবালা নামৰ মানুহ এজনীৰ স্থানেই নাই?

অভিমান আৰম্ভ হয় দেৱবালাৰ।

দিনৰ দিনটো কৰ্মব্যস্ত হৈ ৰোৱা যাদৱপ্ৰসাদে পত্নীক আদৰেৰে কাষলৈ মাতে। এন্ধাৰ-মুন্ধাৰ বাৰাণ্ডাত বহিবলৈ মাতে। বনমালীৰ বঙলা নিচেই সাধাৰণ। ওচৰ-পাঁজৰৰ কিছুমান অন্য বাগিচাত ব্ৰিটিছৰ তত্ত্বাৱধানত নিৰ্মিত বঙলা আছিল। ১৯২১ চনত মহাত্মা গান্ধী অসমলৈ আহোঁতে বাগিচা দুখনমান পৰিদৰ্শন কৰিছিল। ফলত বনুৱাসকলৰ মাজতো স্বাধীনতাৰ ৰাগিয়ে মূৰ তুলি উঠে। মজুৰি আৰু ৰেচন বৃদ্ধি, কাম কম কৰোৱা ইত্যাদিৰ দাবীৰে ব্ৰিটিছ মেনেজাৰ কিছুমানক মাৰধৰ কৰি নিজ দেশলৈ উভতি যোৱাৰ চিন্তাৰে উত্তেজিত হৈ উঠিছিল সিহঁত। ফলত সেই বিয়াগোম বিয়াগোম বঙলাবোৰ দুদিনতে উদং হৈ পৰিছিল। হৈ পৰিছিল দিনতে এন্ধাৰ। প্ৰেতাত্মা বাস কৰিব পৰাকৈ বনৰীয়া লতাই মেৰিয়াই ধৰিছিল বঙলাবোৰৰ কোনো কোনো অংশ। হয়, সেই বিশালাকৃতিৰ ঘৰবোৰৰ তুলনাত বনমালীৰ এই গৃহ আছিল একেবাৰে জাগ্ৰত মন্দিৰৰ দৰে। বঙলাৰ আগবাৰাণ্ডাৰ চকীত বহি আন্ধাৰৰ মাজেৰে যাদৱপ্ৰসাদে নিশা ফুলা ফুলৰ সুবাস উজাব খুজিছিলনে?

চিগাৰেটত সুখটান মাৰি মাতিছিল তেওঁ পত্নীক—

বৰমাই। ইয়ালৈ আহা। মোৰ কাষত বহাহি।

তাৰপাছত কাষত আহি বহা পত্নীৰ হাত এখন চকীৰ হাতলৰ পৰা তুলি লৈছিল। আকৌ মাতিছিল তেওঁ—

বৰমাই!

দেৱবালা নিশ্চুপ হৈ ৰৈছিল। এনে মাতত কিবা সঁহাৰিৰ প্ৰয়োজন যে নাথাকে, সেইকথা বৈবাহিক জীৱনৰ অভিজ্ঞতাই শিকাইছে তেওঁক।

যাদৱপ্ৰসাদৰ হাতৰ তলুৱা মঙহাল, কঠিন যদিও স্নেহৱান। দেৱবালাৰ হাত তাত হেৰাই যাব খোজাবিধৰ, নিচেই অকণমানি।

খন্তেকতে কেনেবা লাগিল যাদৱপ্ৰসাদৰ। পত্নীৰ হাতত যেন প্ৰাণ নাই।

অন্ধকাৰ পদূলিলৈকে চায়ে লাহেকৈ সুধিলে তেওঁ—

কিবা কথাত মোক বেয়া পাই আছা বৰমাই?

দেৱবালা নিশ্চুপ।

যাদৱপ্ৰসাদে পত্নীৰ হাতখন মুঠিত নতুনকৈ সামৰি ধৰি উচ্চাৰিলে—

বেয়া নাপাবা মোক।

যাদৱপ্ৰসাদৰ যেন মাত কঁপিছিল। তাঁৰ এডাল চুই দিয়াৰ পাছত কঁপি কঁপি এসময়ত তাৰ মাতত কঁপনি ক্ষীণ গৈ একধৰণৰ স্বাভাৱিক অৱস্থালৈ আহে। তেতিয়া তাক এক ব্যথাভৰা গৰ্তলৈ গমন কৰা যেন লাগে।

হয়, যাদৱপ্ৰসাদৰ মাতৰো এতিয়া তেনে দশা।

বৰমাই, ইয়ালৈ আমি এই জংঘলত থকাকৈ আহিছো দুয়ো মিলি অধিক শক্তি আৰু সাহসেৰে অসাধ্য কাম কিছুমানত লাগিবলৈ। ইয়াৰ পৰাই মই গোসাঁইবাৰীও চলাব লাগিব। তাত থকাৰ ব্যৱস্থা আছে যদিও প্ৰাণৰ সংশয়।

কিয়?

দেৱবালাৰ নিষ্প্ৰাণ হাতত এইবাৰ সঞ্চাৰ ঘটিল। পত্নীৰ শিশুমতীয়া আচৰণত যাদৱপ্ৰসাদ আশ্বস্ত হ'ল। হওক তেও, বৰমাইৰ ঠেহ ভাগিল।

এইবাৰ তেওঁৰ গলা সহজ হৈ পৰিল। ক'লে—

অগাধ অৰণ্য নিতাইপুখুৰীৰ ওচৰত। যদিও চাবলৈ গ'লে বনমালীৰে এক অংশ এই গোসাঁইবাৰীৰ এফালে দিখৌ আনফালে ব্ৰহ্মপুত্ৰ। মাজত চাহখেতি, বছৰি খহনীয়া হয়, বছৰি বনৰীয়া জীৱ-জন্তু বাঢ়ি আছে, মৰণত শৰণ দি ৰাতিবোৰ কটাওঁ। এতিয়া বনমালীত থাকি ল'লে ইয়াৰ পৰাই সেইখন চলোৱাত সুবিধা হ'ব। আকৌ ইয়াতো তুমি থাকিলেহে থাকিব পাৰি।

কি ক'লে যাদৱপ্ৰসাদে?

দেৱবালা চলিহাৰ স্বামীয়ে?

'ইয়াত তুমি থাকিলেহে থাকিব পাৰি।'

হৃদয় ভৰি উঠিল দেৱবালাৰ।

নিচেই সৰু ল'ৰা যেন কাষত বহি থকাজন! অবুজ মান-অভিমান নিমিষতে ধোঁৱা হৈ উৰি গুচি যায় ভালপোৱাজনৰ এনে কথাত! পতিৰ মুখলৈ চাই ক'লে—

হ'ব, চব ভাল হ'ব। আপুনি কাম কৰি যাওক কেৱল। আজি বনমালীতে ইমান পলম হৈছিলনে?

ওঁ, ইয়াতে আছিলো।

দুপৰীয়া দেৰি হোৱাত ভাবিলো আপুনি গোসাঁইবাৰী পালেগৈ নেকি।

দেৰি নহয়, পলম। ওহো, গোসাঁইবাৰীলৈ কাইলৈহে যাম। আগতে কৈছিলো তোমাক, কানিৰ কামত লাগি থকাৰ কথা। ইয়াত দুটা মৌজা আছে। মাহমৰা আৰু খালৈ-ঘোগোৰা। আমাৰ হিচাপত অতি দুখদায়ক কথা হ'ল যে গোটেই শিৱসাগৰৰ ভিতৰত এই দুই মৌজাই হৈছে কানিয়াৰ প্ৰধান চোং। এই মৌজাত অচিনাকি দেখিলেই মাৰধৰ কৰে।

হঠাৎ, কথা নাই বতৰা নাই দেৱবালাই খিল্‌খিলাই উঠিল। হাত এৰি দিলে যাদৱপ্ৰসাদৰ, আৰু বাহুৰ চাদৰ পৰিপাটি কৰি সৰু ছোৱালীৰ দৰে হাঁহিয়ে ৰ'ল।

যাদৱপ্ৰসাদ মুগ্ধ হ'ল।

পত্নীৰ এই ৰূপ ভাল লাগে তেওঁৰ।

লাহেকৈ সুধিলে—

হাঁহিলা যে?

যিহে কয়, হাঁহি নুঠিব নেকি?

কি ক'লোনো?

দেৱবালাৰ হাঁহিৰ উখল-মাখল কমি আহিল ক্ৰমশঃ। বহি থকা চকীখনতে পুনৰ নতুনকৈ বহাৰ দৰে বহি লৈ পতিৰ ফালে ঘূৰিল।

কি ক'লো মানে? এইমাত্ৰ কোৱা নাছিল আপুনি, কানি খোৱাইঁতৰ গাঁৱত সোমালে মাৰপিট কৰে বুলি?

কৈছিলো।

তেন্তে?

কি তেন্তে?

ইচ্ মই নাজানো বুলি ভাবিছে, কানি খোৱা মানুহে দেখোন বেমাৰীৰ নিচিনাকৈ টোপনিয়াই থাকে। মাৰপিট কৰে বোলে সিহঁতে।

আকৌ হাঁহি দিলে দেৱবালাই।

আৰু তাৰ বিপৰীতে গম্ভীৰ হৈ পৰিল যাদৱপ্ৰসাদ। গুৰু-গম্ভীৰ মাতেৰেই ক'বলৈ ধৰিলে—

তুমি অসমখনৰ কথা বিশেষ নাজানা বৰমাই! ইয়াৰ মানুহে কানি খায়, ইয়াৰ মানুহ কানিয়া, কিন্তু এইবোৰ পায় ক'ত তেওঁলোকে?

কোনোবাই আনি দিয়ে।

এৰা! আনি দিয়া, কানিৰ বেপাৰ কৰা, মৌজাবোৰৰ চুকে-কোণে কানিৰ যোগান

ধৰা একশ্ৰেণীৰ মানুহ আছে। সিহঁত সদাসতৰ্ক। অচিনাকি নতুন মানুহ দেখিলেই সিহঁত বলিয়া হৈ যায়।

কানিয়াইঁতে দেশখন যে স্বাধীন কৰিব লাগে, গম নাপায় নেকি? কিয় অনবৰতে কানি খাই শুই থাকে সিহঁত? মহাত্মা গান্ধীয়ে কোৱা কথাবোৰ নুবুজে নেকি?

যাদৱপ্ৰসাদে পত্নীৰ এই কথাত দীৰ্ঘ নিশ্বাস এৰি ক'লে—

কানিয়াইঁতে একোকে ভু নাপায় বৰমাই। মহাত্মা গান্ধীৰ নামকে চাগে' শুনা নাই।

আচৰিত!

এৰা, আচৰিত হোৱাৰ কথাই।

আপোনালোকেনো কি কৰি আছে? ভলণ্টিয়াৰসকলে?

১৯২১ চনত টীয়কৰ ৰজাবজাৰৰ আয়ুব আলী শেখক যাদৱপ্ৰসাদে স্বেচ্ছাসেৱক বাহিনী দল গঠনৰ দায়িত্ব দিছিল। ফলত ছমাহৰ ফাটেক খাবলগীয়া অৱস্থা হৈছিল যাদৱপ্ৰসাদৰ। তথাপি এতিয়াও তেওঁ লাগি আছে।

লাগি আছে দুৰ্গম অঞ্চলতো পোহৰ সিঁচিবলৈ।

আমি লাগি আছো বৰমাই। চক্ৰাইৰ কাঠৰ মিলৰ পৰা হাতী মহলদাৰ ৰাধা ফুকনৰ সৈতে চলোৱা বাগিচাৰ সেই অঞ্চললৈকে ঘূৰা-পকা কৰিছিলোবেই, ধৰি-বান্ধি জে'লত সুমুৱালে।

সেইবুলিয়ে সেইবোৰ জেগা এৰি দিবনে?

জেগা নহয়, ঠাই। নাই এৰা, এতিয়াও ঘূৰি আছো। ভুবন গগৈ...।

ভুবন গগৈ মানে, ফুটবলাৰজন?

ঠিক চিনিছা। তেওঁ শিৱসাগৰ জিলা কংগ্ৰেছৰ সাধাৰণ সম্পাদক। তেওঁ আছে, মই আছো, পদ্মনাথ বৰঠাকুৰ, কনক চেতিয়া ইত্যাদিবোৰ আছে।

আপোনালোক এই মৌজা দুটাত সোমাবনে? অচিনাকি নতুন মানুহ দেখিলে মাৰপিট কৰা মৌজা দুটাত?

যাদৱপ্ৰসাদে মিচিকিয়ালে।

আৰু মূৰ দুপিয়ালে।

# দহ

বনমালীলৈ অহাৰ পাছৰে পৰা দেৱবালাই অহৰহ গুণগুণাই থাকিবলৈ লৈছে। বঙলাৰ আলধৰাইঁতেও এই নিচেই কুমলীয়া মালিকনীগৰাকীক পাই সজীৱ হৈ উঠিছে। সৰৱ হৈ উঠিছে সিহঁত। আগতে যাদৱপ্রসাদে মাজে-সময়েহে নিশাটো কটায়হি ইয়াত। কিন্তু এতিয়া সেই উকঙা ভাব নোহোৱা হৈ গৈছে। গেজেপমৰা বাঘঢকাৰে আগুৰি থোৱা অঞ্চলটোৰ বাগিচাৰ মাজৰ ওখ ওখ শিৰীষ-আমলখি-কৃষ্ণচূড়া-ৰাধাচূড়াবোৰো ইমান ছায়াঘন যে দিনতে অগাধ অৰণ্য যেন বোধ হয়।

বনমালীত যাদৱপ্রসাদৰ সৈতে বঙলাত কেতিয়াবা বিষ্ণুপ্রসাদ চলিহাও উঠিছিলগৈ। দুয়ো একেলগে কাঠৰ ব্যৱসায়ত লাগিছিল। পাছে এতিয়া কাঠৰ মিল বন্ধ হওঁ হওঁ অৱস্থাত যাদৱপ্রসাদে সেইফালে মন ঢিলাই দিয়া দেখা গৈছে। ইয়ালৈ দেৱবালা অহাৰ পাছতো বন্ধুবৰ এবাতি থাকি গৈছেহি। চফ্রাইৰ পৰা আহোঁতে মানুহজনে ফল-মূল লৈ আহিছিল। দেৱবালাই মন কৰিছিল যাদৱপ্রসাদে অশেষ তৃপ্তিৰে এটাৰ পাছত এটাকৈ সেই ফলাহাৰ গ্ৰহণ কৰি যোৱাৰ দৃশ্য।

কিবা এক পৌৰাণিক কাহিনী যেন গুণ্‌গুণ্‌কৈ দেৱবালাৰ কাণলৈ উৰি আহিছিল! বৰপেটাত যেতিয়া তেওঁৰ পিতৃ বিষ্ণুপ্রসাদ দুৱৰা হাকিম হৈ আছিল, ককায়েকৰ লগত দেৱবালা সংস্কৃত টোললৈ অহা-যোৱা কৰিছিল। তাতে তেওঁ এনেধৰণৰ এক কাহিনী শুনিছিল যেন! শ্রীকৃষ্ণৰ ঘৰলৈ সৰুকালৰ সখি এজনে চিৰা লৈ যোৱাৰ কাহিনী। সেই কাহিনী যাদৱপ্রসাদকে এবাৰ কৈ শুনাবলৈ খাটনি ধৰা যায়নে?

বনমালীৰ পৰা দুমাইলমানৰ ওভতনি যাত্রাৰে গ'লেই পোৱা যায় দিচাং নৈ। কাষত পাৰঘাট। পাৰঘাটৰ নিচেই কাষতে ঘাটৰ পঁজা। ৰিং মাৰিলেই নাও লৈ আহে। সেই নাৱতে উঠি দেৱবালা যাদৱপ্রসাদৰ সৈতে বিষ্ণুপ্রসাদ চলিহাৰ ঘৰলৈ ফুৰিবলৈ গ'ল। কলিকতা হেন ঠাইত পঢ়ি অহা, মাটিৰ হাকিমৰ জীয়ৰী, ৰায়বাহাদুৰ কালীপ্ৰসাদৰ বোৱাৰী আৰু স্বাধীনতা যুঁজাৰু জনপ্রিয় ব্যক্তি যাদৱপ্রসাদৰ কইনা চোৱা মানুহেৰে চলিহাৰ ঘৰ ভৰিল। চলিহাৰ পত্নীয়ে আথেবেথে দেৱবালাক চুবুৰিৰে খাৰঘৰীয়াৰ ঘৰলৈও কইনা ফুৰাবলৈ নিলে। এই সময়খিনিতে দেৱবালাই মন কৰিলে যে যদিও দুই চলিহাৰ মাজত বন্ধুত্বৰ কটকটীয়া এনাজৰী আছে, দুয়োৰে বয়সৰ মাজত ভীষণ ফাঁক। এই কথা ঘৰখনলৈ আহিহে দেৱবালাই অনুধাৱন কৰিব পাৰিলে।

এৰা, বন্ধুত্বৰ বাবে বয়সৰ কি প্রয়োজন? যাৰ চিন্তা প্রবাহ একেধাৰা হৈ বব পাৰে,

তেনে লোকৰ মাজতেইতো অভিন্নতা দেখা যায়। বন্ধুত্ব দেখা যায়। অথচ প্ৰথমবাৰ দুয়োকে বনমালীত একেলগে দেখোতে চোন সমনীয়া যেনেই লাগিছিল।

ঘৰলৈ ওভতাৰ বাটত দেৱবালাই তাকে ভাবি গ'ল। বয়সতকৈ যাদৱপ্ৰসাদ যেন বেছি গম্ভীৰ। বিয়াৰ আগতেই গোলাঘাটৰ ঘৰখনৰ বৈঠকখানাত বহি দৰাঘৰীয়া ডাঃ ভুবনেশ্বৰ বৰুৱাই কৈছিল—

চলিহা পৰিয়ালৰ মানুহ মাত্ৰেই গম্ভীৰ। পুৰুষসকলতো বয়সানুযায়ী অতিশয় গম্ভীৰ। কিন্তু ফুচুৰি আৰু মৰমিয়ালো। উদাৰতা, অত্যধিক শিষ্টাচাৰ, সংস্কৃতিবান আৰু অতি সাধাৰণ পৰিয়ালৰ মানুহৰ লগতো সহজে মিলি যাব পৰা বিধৰ। সা-সম্পত্তি বা আভিজাত্যই তেওঁলোকক অহংকাৰী কৰিব পৰা নাই। এনে পৰিয়াল সতকাই চকুত নপৰে।

অনেক কথাই কৈছিল বৰুৱাদেৱে। শুনি দেৱবালাৰ পিতৃ সমন্বিতে অনেকেই সন্তোষ লভিছিল। ভিতৰ কোঠাৰ পৰা এই কথা শুনিবলৈ পোৱা দেৱবালাৰো প্ৰাণ ভৰি উঠিছিল। চ'ৰাঘৰৰ ব্যক্তিসকলক দেখা পোৱা নাছিল যদিও কোঠাটোৰ সন্তোষিত বতাহক দেৱবালাই সঠিকভাৱেই উশাহত উজাব পাৰিছিল।

চফ্ৰাইৰ পৰা উভতি অহাৰ পাছত এই কথা সুঁৱৰি কেইবাদিনলৈকে দেৱবালাৰ মন-প্ৰাণ আলোড়িত হৈ ৰ'ল। চফ্ৰাইত বিষ্ণুপ্ৰসাদ চলিহাৰ কাঠৰ চাংবঙলা দেখি অহাৰ পাছত দেৱবালাই ৰাতি ভাতৰ পাতত মাত মাতিলে লাহেকৈ—

আমাৰ মেলাচকৰত সাজি থকা ঘৰখন সিদিনা দেখি অহা চফ্ৰাইৰ বঙলাটোৰ নিচিনাই হ'ব নেকি?

মেজৰ মধ্যভাগত লেম এটা জ্বলাই দুয়ো মুখামুখিকৈ বহিছিল। ভাতৰ গৰাহ সামৰিবলৈ লৈ পত্নীৰ মুখলৈ চকু তুলি চালে যাদৱপ্ৰসাদে। দেৱবালাৰ মুখত লেমৰ হালধীয়া পোহৰ। কপালত সেন্দুৰৰ ফোঁট। চুলিৰ মাজত ডাঠকৈ বোলোৱা সেন্দুৰৰ ৰেখা। তিৰ্‌বিৰ্ তিৰ্‌বিৰ্ দুচকু।

যাদৱপ্ৰসাদে ভাতত মনোযোগ দিলে।

তাৰে এনিশাৰ পাছত যাদৱপ্ৰসাদে উপজি পুৱাতে গাড়ী সাজু কৰিলে। চেভ্ৰোলেট গাড়ী। কাষত পত্নীক বহুৱাই লৈ তেওঁ শিৱসাগৰৰ ঘৰলৈ ৰাওনা হ'ল। তেতিয়া চৰাইবোৰে এঙামুৰি দিছিলহে, পাখি কটালি বাহৰ পৰা ওলোৱাই নাছিল। গাৰ চাদৰ টানিটুনি দেৱবালাই পুবলৈ চাই পঠিয়ালে। আকাশত এতিয়াও সূৰ্য উঠা নাই। কেৱল কজলা বৰণক ঠেলি ঈষৎ কমলা বৰণৰ আঁক-বাক কিছুমান। যেন পৃথুৱীৰ গোলাকৃতি বলয় কিছুমানে ৰঙীন সাজ পিন্ধি এডালি এডালিকৈ আকাশৰ মোহনাৰে উঠি আহিব এতিয়া।

ওখোৰা-মোখোৰা বাট। বাগিচাৰ পাত কঢ়িওৱা গৰুগাড়ীৰ লিকবোৰ যথেষ্ট দ।

সেইবোৰক এবাৰ ওপৰে হেঁচি, কেৰেচিয়াকৈ তলে কাটি গাড়ীখন জঁপিয়াই জঁপিয়াই গৈ থাকিল।

গৈ থাকিল এইদৰে দেৱবালা শিৱসাগৰৰ দিখৌপাৰৰ শহুৰৰ ঘৰলৈ বনমালী বাগিচাৰ পৰা এবাৰ-দুবাৰকৈ অনেকবাৰ।

০ ০ ০ ০ ০ ০ ০

এতিয়া শৰৎ ঋতু। এই ঋতুলৈকে চলিহা পৰিয়ালে বহু হেঁপাহেৰে বাট চাই ৰয়। মহা উল্লাহেৰে এই গৃহত দুৰ্গাপূজা অনুষ্ঠিত হয়। ইষ্ট-কুটুম্ব, দুৰ-দুৰণিৰ পৰিচিত অতিথিৰে ঘৰ ভৰি পৰিছে। গোসাঁইঘৰত ঘট স্থাপন কৰি চণ্ডীপাঠেৰে পূজা আৰম্ভ হ'ব।

বিয়াৰ পাছত দেৱবালাক নিচেই কাষত এইবাৰহে ঘৰুৱাভাৱে অতিথিসকলে পাইছে। ভাতৰ মজিয়াত মহিলামেলৰ ওৰকে নপৰিব যেন! পানী তুলিবলৈ ঘাটলৈ যোৱা আইসকলৰ মাজতো দেৱবালাৰ ৰূপ-লাৱণ্যই অত্যধিক গুৰুত্ব পালে। নাপাবইবা কিয়? দেৱবালাৰ ৰূপ একেবাৰে প্ৰকৃতিৰ দৰে স্বাভাৱিক।

হয়, প্ৰকৃতিৰ নৈ-পাহাৰ-অৰণ্যৰ ওপৰত যেতিয়া সূৰ্যৰ কিৰণ অথবা শুক্লপক্ষৰ জোনাক উবুৰিখাই পৰে, তেতিয়া তাৰ লাৱণ্য হেজাৰগুণে বাঢ়ে। দেৱবালাৰ ক্ষেত্ৰতো একেই ঘটনা ঘটিল। অংগ-প্ৰত্যংগৰ বাহ্যিক সৌন্দৰ্যৰ ওপৰত তেওঁৰ অভিজাত সঞ্চালন আৰু নিৰ্মল আচৰণে ৰ'দ আৰু জোনাকৰ দৰে খেলা কৰিছিল।

মুগ্ধ হৈ পৰিছিল শাহুআই নিকুঞ্জলতা। নিচেই কোমলমতীয়া দেৱবালা! আৰু সৰুপুত্ৰীৰ সমবয়সীয়া।

দৰদী হৈ উঠিছিল নিকুঞ্জলতা, দেৱবালাই যেতিয়া ৰ' লাগি কথা শুনে এনে লাগে তেওঁ যেন সাইলাখ ভেলেণ্ডী এজনীহে। ৰ' লাগি শুনি থাকে, চাই থাকে বক্তালৈ চকুৰ পলক নেপেলোৱাকৈ। আৰু তাৰপাছত? ধীৰ গতিত নামি আহি থাকে মূৰৰ কাপোৰ, পিছলি নামি আহি থাকে ওৰণি, দেখা যায় সেন্দুৰ বোলোৱা সেওঁতা, মূৰৰ নিম্নভাগৰ খোপা, তাৰপাছতো নামি গৈ থাকে মূৰত তুলিবলগীয়া কাপোৰ। আৰু তেনেতেই, হয় ঠিক তেনেতেই হুঁচ অহা মানুহৰ দৰে দুয়ো হাতেৰে দেৱবালাই খপ্‌জপাই মূৰত ওৰণিখন তুলিবলৈ লাগি যায়।

নিকুঞ্জলতাই বোৱাৰীয়েকৰ ফালৰ পৰা দৃষ্টি অন্যদিশে ঘূৰায়।

ষষ্ঠীত প্ৰতিষ্ঠা কৰা ঘট বিসৰ্জন দিবলৈ বিজয়া দশমীত চলিহা পৰিয়ালে দিখৌত ভিৰ কৰেগৈ। গোসাঁনী নামেৰে মুখৰিত হৈ উঠে চৌপাশৰ বতাহ। পুৰোহিতৰ সুললিত মন্ত্ৰোচ্চাৰণত বৈ থকা দিখৌৰ ঢৌবোৰো বৈ যাওঁ যেন কৰে।

একাদশীৰ পৰা যেন এক বিশেষধৰণৰ শূন্যতা নামি আহে পৰিয়ালটোলৈ। পূজালৈ

বুলি অহা মিতিৰ-কুটুমসকলো ঘৰাঘৰি যায়গৈ। বিয়া দি উলিয়াই দিয়া জী আৰু জোঁবাইহঁতো নিজা নিজা কৰ্মক্ষেত্ৰলৈ ঢাপলি মেলে। এইবাৰহে লক্ষ্মীপূজাৰ পাছলৈকে বৈ গ'ল ক'হিমাত থকা জীয়ৰী লাৱণ্যপ্ৰভা।

লাৱণ্যপ্ৰভাই এদিন পুৱাতে মাকক ক'লে—

সৰু নবৌক মাকৰ ঘৰৰ পৰা এবাৰ আহিবলৈ দিলে ভাল হয় নেকি!

নিকুঞ্জলতাই ভাবিবলৈ ধৰিলে। আৰু কিছুসময়ৰ পাছত তেওঁ শুনিবলৈ পালে দেৱবালাৰ কোঠাৰ ফালসৈ জীয়েক গৈ থকাৰ খোজৰ শব্দ। খন্তেকৰ পাছত শুনিবলৈ পালে সেই কোঠাৰ ভিতৰৰ পৰা ভাহি অহা জীয়েকৰে মাত—

নবৌ। আমন-জিমনকৈ কিয় আছা নবৌ? পূজা বুলি আমি আটাইবোৰ জীয়ৰী আইৰ ঘৰলৈ আহিছো, তুমিও গৈ আহা এবাৰ, যোৱা। লক্ষ্মীপূজাও হৈ গ'ল। আমি আছো দুদিনমান ইয়াত, ঘৰ খালী হোৱাৰো কথা নাহে।

নাই, কোঠাৰ ফালৰ পৰা আৰু অন্য এক মাত শুনা নগ'ল।

নিকুঞ্জলতা আখলত সোমালগৈ।

দুপৰীয়াৰ কাঁহী সজাই দি যাদৱপ্ৰসাদৰ মুখলৈ চাই খীণ-শান্ত মাতে উচ্চাৰিলে তেওঁ—

বাপ। ন-ছোৱালীক মাকৰ ঘৰৰ পৰা ফুৰাই আনিবগৈ লাগিছিল।

হয়। হ'ব বাৰু।

ভাতখোৱা ওখ ভেটিত কাঁহৰ থালখন লৰচৰ কৰাৰ কোনো সম্ভাৱনা নথকা সত্ত্বেও যাদৱপ্ৰসাদে বাওঁহাতেৰে কাঁহীৰ একাষে ধৰি ল'লে। ওখ চাৰিচুকীয়া ভেটিত চাৰি কাষৰ পৰা চাৰিজনে খায়। এয়া, সমুখত ববককায়েক তাৰাপ্ৰসাদ, এয়া সোঁহাতে ভনীজোঁৱাই সীতানাথ, এয়া বাওঁহাতে বিমলী।

গুৰুপ্ৰসাদ এতিয়াও বোম্বাইত আছে। চাৰিচুকীয়া ভাত খোৱা ভেটিৰ এখনি আসন সদায়ে উদং হৈয়ে ৰয়। ল'ৰাটো কেতিয়ানো ঘৰ সোমাবহি বুলি নিকুঞ্জলতাই ভাতৰ কাঁহী সজাই থকা অৱস্থাত তলমূৰকৈ ভাবি থাকে।

একেদৰে তলমূৰকৈ ভাতৰ কাঁহী সজাই বিষ্ণুপ্ৰসাদ দুৱৰাৰ পত্নী সাবিত্ৰী দুৱৰায়ো ভাবি ৰয় বিয়া দি উলিয়াই দিয়া দেৱবালাৰ কথা।

কি ভাবে তেওঁ দেৱবালাৰ বিষয়ে?

কি ভাবে কোনেও মুখ খুলি নাপাতিলেও সকলোৱে জানে।

হয়, এইবোৰৰ উমান ল'ব পৰাকৈ যাদৱপ্ৰসাদো প্ৰখৰ বুদ্ধিৰ লোক। কেৱল একো আওভাও নোপোৱাকৈ বৈ যায় দেৱবালা।

শৰতৰ পাছত আহে হেমন্ত ঋতু।

আৰু তাৰপাছত?

সকলোবোৰ পাত সৰুৱাই লঠঙা হৈ আহে গছবোৰ। উত্তাপো হৈ আহে কোমলতাৰে

ভৰা আৰু থকথকাই কঁপিব ধৰে গোটেই পৃথিৱী। হয়, এই ঋতুৰ নামেই শীত।

মাকৰ ঘৰৰ পৰা ঘূৰি অহা দেৱবালাই এইবাৰ নিজা চেতাৰ আৰু বেহেলাখনো লগতে লৈ আহিল। বেহেলাখন হাতত তুলি ল'বলৈ লৈও বৈ যায় দেৱবালা। আস্ কনকলতা। বৰজনাক তাৰাপ্ৰসাদৰ স্ত্ৰী কনকলতা, যাক পতিয়ে মৰমেৰে মাতে ফুনুলী বুলি, আঃ তেওঁৰ হাতৰ আঙুলিৰ কঠিন মূৰবিলাক, বছৰৰ পাছত বছৰ ধৰি চলাই অহা বেহেলাৰ দীৰ্ঘ অনুশীলনৰ ফলত কঠিন হৈ পৰা, কাঠ আচিনাইৰ দৰে গেথেলা মৰা আঙুলিৰ মূৰবোৰ?

দেৱবালা উদাস হৈ পৰে যেন!

বঙলাৰ খিৰিকীৰে বনমালী বাগিচাৰ সেউজীয়াত বিলীন হৈ যায় তেওঁৰ দৃষ্টি। এইবাৰ শিৱসাগৰৰ ঘৰলৈ তেওঁ বেহেলাখন লৈ যাব, জায়েকৰ হাতত তুলি দিব।

ভাবোতেই মুখ উজ্জ্বল হৈ উঠিল তেওঁৰ। আলধৰা এজনীক ফটাকানি এডোখৰ আনিবলৈ পাচিলে। তাৰপাছত কাপোৰৰ ঢাকনী উদঙাই ধূলি মোহাৰিবলৈ ধৰিলে। ধূলিৰ কোনো প্ৰভাৱ নথকা বনমালীৰ মাজত দেৱবালাৰ সেই কাৰ্যই যেন প্ৰতিবাদহে কৰিব খুজিছিল! একেৰাহে মানুহগৰাকীয়ে কেইবাটাও হাঁচি মাৰিলে। এটাৰ পিছত আনটোকৈ।

ওহো চেতাৰ বজোৱা নহ'ল। হাঁচিয়াই অন্ত কৰি দেৱবালা আগফালৰ মুকলি বাৰাণ্ডাত ৰ'লহি। কিছুদিনৰ আগতে হেনো এইডোখৰ ঠাইৰে মচোৱাগোম এডাল পাৰ হৈ গৈছিল। বাগিচাৰ কামজাৰিৰ পৰা উভতি অহা যাদৱপ্ৰসাদে দূৰৈৰ পৰাই হেনো লক্ষ্য কৰিছিল। অত্যন্ত শ্লথ গতিৰে গৈ থকা সাপডালৰ পেট ভিন্দাকাৰ হৈ আছিল।

কথাষাৰ শুনি দেৱবালাই খিলখিলাই উঠিছিল—

আজি চাগে' তাৰ ভোজ আছিল। ভেকুলীৰ ভোজ।

যাদৱপ্ৰসাদে সেই হাঁহিত কিন্তু সঁহাৰি নজনাই গম্ভীৰ মাতেৰে উচ্চাৰি উঠিছিল—

এইফালে চাইচিতি ওলাব লাগে।

দেৱবালাই কথাষাৰত মনোযোগ নিদিলে। আচলতে দিয়াৰ প্ৰয়োজনবোধো নকৰিলে। ওলাব লাগে যদি লাগে আৰু!

সেয়েহে যেন আজি তেওঁ নোচোৱাকৈয়ে ওলাল। বাৰাণ্ডাৰ খুঁটা এটাৰ নিচেই কাষত ৰ'লগৈ। বাগিচালৈ অহাৰ দিন ধৰি তেওঁ খোপা বান্ধিবলৈ এৰাৰ দৰেই। ওৰণিখনো এৰিছে। অৱশ্যে আলহী-অতিথিৰ আগমন ঘটিলে সেইখন পৰিপাটিকৈ লৈ থাকে। যাদৱপ্ৰসাদে ভালপায় দেৱবালাৰ তেনে ৰূপ।

বুকুৰ মাজলৈ টানি আনিলে দেৱবালাই পিঠিৰ বেণী। চুলিকোছা যথেষ্ট দীঘল, চিক্‌চিকীয়া, শকত। এগৰাকী নাৰীয়ে বিচৰাৰ দৰেই, এজন পুৰুষে তেওঁৰ প্ৰণয়িনীৰ সৌন্দৰ্যত আশা কৰাৰ দৰেই দেৱবালাৰ চুলিকোছা।

তুমি গা ধুই তিতা চুলি মেলি যেতিয়া ৰাতিপুৱা কোঠাৰ পৰ্দাবোৰ কোঁচাই থাকা

বৰমাই, বৰ ভাল লাগে মোৰ।

কৈছিলনে, কৈছেনে যাদৱপ্ৰসাদে এনে কথা?

ওহো, কাহানিওতো কাণত পৰাহি নাই দেৱবালাৰ, তেন্তে এতিয়া কিয় মনলৈ উৰি আহিছে এনে ভাব— এনে সংলাপ?

দেৱবালাৰ ওঁঠেৰে লাজকুৰীয়া হাঁহি এটি পিছলিল। বেণীৰ আগটোৰ কেইটামান পাক খুলি লৈ তেওঁ নতুনকৈ গুঁথিবলৈ ধৰিলে। উদুলি-মুদুলিকৈ তললৈ নামি আহি থাকিল চঞ্চল আঙুলিকেইটা। তেওঁ চৌহদৰ বাহিৰলৈকে চাই ৰ'ল। সৌৱা, বনুৱা দুটাই কোৰেৰে জেওবাৰ সিপাৰৰ সমতলত দীঘে দীঘে চবিয়াই গৈছে। চপৰা-চপৰে উঠি আহিছে সেউজীয়া বনবোৰ।

দেৱবালাই সেইফাললৈকে চাই ৰ'ল। যাদৱপ্ৰসাদে বেডমিণ্টন কৰ্ট কটোৱাইছে।

মিচিকিয়ালে দেৱবালাই। তেওঁ যে খেলি ভাল পায়, বা ভালধৰণে খেলে, এই কথাত গুৰুত্ব দিয়ে যাদৱপ্ৰসাদে। পাছে কাৰ লগতনো খেলিব, এই কথা ভাবি চাইছেনে? মানুহজনৰ চোন সময়ে নাই।

ঘপ্ ঘপ্ কোৰেৰে মাটি চবিওৱাৰ শব্দ। ওৰেনিশা নিয়ৰত গা ধুই কোমল হৈ থকা বনবোৰত কোৰৰ ঘাপ পৰাত শস্য কটাৰ দৰে কোমল শব্দ বাহিৰ হৈছে। দেৱবালাই সেইফাললৈকে চাই ৰ'ল। ডায়'চেছনৰ চোতালত বাস্কেটবল, বেডমিণ্টন বা টেনিছৰ বাবে অহৰহ কৰ্ট সাজু হৈ থাকে। শশী, বিমলা, মহামায়াৰ লগত কম দৌৰাদৌৰি হৈছিলনে তাত? শশীয়েতো হাঁহি হাঁহিয়ে কৈছিল— 'বেডমিণ্টনত তোমাক দৌৰাই খুব ভাল লাগে দেৱবালা। তুমি ইমান অকমানি, মৰমলগা। বাচ্চা যেন লাগে।'

এতিয়া? সৌৱা, বনুৱা এটাই কাটি দিয়া দাগেৰে চূণৰ গুড়ি পেলাই যাব ধৰিছে, সেই সীমাৰেখাৰ ভিতৰত খেলিবলৈ যেতিয়া নামিব তেওঁ, যাদৱপ্ৰসাদেও শশীহঁতৰ দৰেই দৌৰাই ফুৰাব নেকি?

দেৱবালাই মিচিকিয়ালে পুনৰ।

বেণীগোঁথা শেষ হৈছিল।

চৌপাশে নাম নজনা পখীৰ কূজন। চেঁচা, শীতকালীন জুৰ বতাহ।

দেৱবালা ভিতৰলৈ উভতিবলৈ ল'লে।

হঠাৎ চৰচৰ শব্দ। চৰচৰ।

তেওঁ ৰৈ গ'ল।

উভতি চালে।

আৰু লগে লগেই উধাতু খাই ভিতৰলৈ দৌৰ। হয়, খন্তেক আগতে তেওঁ ৰৈ থকা খুঁটাটোৰ কাষেৰে সৌৱা যাবলৈ ধৰিছে বিষধৰ সৰ্প।

# এঘাৰ

বুকুত হাত দি ঘন ঘন উশাহ টানিলে দেৱবালাই। কি কৈছিল যাদৱপ্ৰসাদে সিদিনা?

'এইফালে চাইচিতি ওলাব লাগে।'

কি হয়, কথাষাৰ যদি চিধাকৈ কয়? এনে কি ক্ষতি হ'লহেঁতেন, তেওঁ যদি ক'লেহেঁতেন 'এইফালে চাইচিতি ওলাবা বৰমাই। সাপসুপ ঘূৰি ফুৰে' বুলি?

উঃ চলিহা পৰিয়াল।

কি প্ৰয়োজন ইমান পৰিশীলিত কথাৰ?

বিছনাত উবুৰিখাই পৰিল দেৱবালা।

কিন্তু পাছমুহূৰ্ততে নিজ মাতৃদেৱীৰ কথাও মনলৈ আহিল। তেওঁ কৈছিল— 'সকলো মানুহে একেধৰণে কথা নকয় বৰমাই। নিজে বুজি ল'ব লাগে।'

দেৱবালা যেন শিশু। চকুত আঙুলি থৈ নেদেখুৱালে একো দেখা নাপায়।

শয্যা এৰি থিয় হ'ল তেওঁ।

মুখ-হাত ধুই চৌকাৰ ওচৰ পালেগৈ। ডাঙৰ চচ এটাত গাখীৰ উতলি আছিল। খন্তেক ৰৈ, ক'লাজহা এমুঠি ধুই তেওঁ কামৰ পৰা উভতি আহিবলগা স্বামীৰ বাবে পৰমান্ন পগাবলৈ সাজু হ'ল।

০ ০ ০ ০ ০ ০ ০

বেডমিণ্টন খেলৰ সকলো সৰঞ্জামেৰে ক'টখন প্ৰস্তুত হৈ উঠিছিল। দুদিন একেৰাহে যাদৱপ্ৰসাদৰ সৈতে দেৱবালাই খেলাৰ পাছত নেটৰ দুয়োমূৰৰ খুঁটি দুটাৰ কাষত দুটা লেম থোৱাৰ ব্যৱস্থা কৰোৱা হ'ল।

খিল্‌খিল্ হাঁহিৰে সুধিলে দেৱবালাই—

ইমান খেলিম আমি?

যাদৱপ্ৰসাদৰ দুচকুত পত্নীৰ প্ৰতি স্নেহ বিৰিঙিল। ক'লে—

ও। দিনতো, ৰাতিও।

আকৌ খিল্‌খিলনি। যাদৱপ্ৰসাদৰ বুকু ভৰি গ'ল। এই হাঁহি সুখৰ হাঁহি। প্ৰশান্তি আৰু বিশ্ৰান্তিৰ হাঁহি। এনে লাগিল পত্নীৰ এই হাঁহিভৰা স্ফটিকৰ দৰে স্বচ্ছ নিৰ্মলতাক যেন তেওঁ সদায় এনেদৰেই চাই ৰ'ব। মৰমেৰে ক'লে—

ওঁ, হাঁহি চোৱা। ইমানকৈ হাঁহিবলৈ কি হ'ল?

নাহাঁহিমনে? চব বুজি পাওঁ মই।

কি?

দিনটো বাগিচাই এৰিলেহে আপোনাক। সেইকাৰণে গধূলা বেলি খেলাৰ কথা ভাবিছে। নহয়নে?

গধূলা বেলি? সেইটো আকৌ কোন দেশৰ বেলি?

দেৱবালাই দাঁতেৰে জিভাৰ আগটো কামুৰি ধৰিলে। কি যে হয় তেওঁৰ। কেনেকৈ যে ভুল ভুল কথা কিছুমান পট্‌কৰে ওলাই যায় মুখেৰে।

তথাপি তেওঁ নদমিল যেন দেখুওৱাৰ চেষ্টাৰে ক'লে—

আচলতে গধূলা বেলা। মই তেনেকৈয়ে কওঁ, বেলি বুলি।

হয় নেকি? কেতিয়াৰ পৰা বা?

বহুত বছৰৰ পৰা।

যাদৱপ্ৰসাদে আঁৰ চকুৰে পত্নীৰ মুখলৈ চালে। নাই নাই, জধে-মধে ভুল ধৰি দেৱবালাৰ মুখৰ জেউতি কাঢ়িব নোৱাৰি। কোনো কাৰণতে নোৱাৰি। দেৱবালাই হাঁহি থাকক, সদায় খিল্‌খিল্ হাঁহিৰে সুখ আৰু প্ৰশান্তিৰে হাঁহিয়ে ৰওক, হে ৰওক দেৱতাৰ বালা। দেৱবালা।

গলহেকাৰি মাৰি ক'লে যাদৱপ্ৰসাদে—

মই কিন্তু পাৰো দেই...।

দেৱবালাই গহীন মুখেৰে পতিলৈ চালে। আকৌ ক'লে যাদৱপ্ৰসাদে—

একে উশাহতে তোমাৰ হাঁহি বন্ধ কৰি দিব পাৰো।

ইঃ পাৰেহে হয়! চাওচোন।

আকৌ খিল্‌খিল্, খিল্‌খিল্, অবিৰত খিল্‌খিল্...।

যাদৱপ্ৰসাদ মুগ্ধ হৈ উঠে। হৈ উঠে সন্মোহিত।

বেডমিণ্টন খেলা আৰম্ভ হৈ যায়। পাছে লেমৰ পোহৰত ভবাৰ দৰে খেলিব পৰা নগ'ল। বেলি লহিয়ালেই হেজাৰ-বিজাৰ কীট-পতংগ বলিয়াৰ দৰে উৰি আহে। বঙলাৰ ভিতৰৰ পোহৰ দেখি এনেদৰে উৰি অহা কীট-পতংগবোৰ বন্ধ দুৱাৰ-খিৰিকীৰ কাঁচত খুন্দা খাই খাই পৰি মৰে। ইয়ালৈ অহাৰ দিন ধৰি পুৱা দুৱাৰ খুলিয়েই দেখি আহিছে সেইবোৰৰ মৃত শৰীৰ। ঝাড়ুৰ আগত দ'ম বান্ধে অগণন কীটে। বঙলাত কাম কৰাইঁত অভ্যস্ত হৈ পৰিছে। দৈনিক দেখি আহিছে সিহঁতে অৰণ্যৰ এই আদিম বাসিন্দাবোৰকো। এতিয়া বেডমিণ্টন ক'ৰ্টৰ ফাললৈও ঢপলিয়াই আহিছে সিহঁত। প্ৰথমটো সন্ধিয়াত সিমান অহা নাছিল, দ্বিতীয়দিনা অতপালি আৰম্ভ হ'ল। চুঙা বাদুলিৰ নতুনকৈ উৰিবলৈ শিকা পোৱালিবোৰৰ সমান আকৃতিৰ অনেক পতংগেৰে দেৱবালাৰ মূৰৰ আকাশ ভৰি পৰিল।

খেল সামৰা ৰবমাই, ভিতৰলৈ ব'লা।

দেৱবালাই মূৰ তুলি চালে। এখন্তেক ৰ'ল তাৰপাছত পুনৰ খেলত মত্ত হ'ল। খেলি খেলিয়েই কৈ গ'ল—

এইবোৰ পোকে কি কৰিব পাৰে? চুলি এডালো খাব নোৱাৰে মোৰ।

নহয়, সামৰা। মই সামৰিলো কিন্তু।

লগুৱাইঁতলৈ কাম এৰি ঘৰমুৱা হ'ল যাদৱপ্ৰসাদ। হাতৰ বেডমিণ্টন কোনোবা এটাৰ হাতত দি পাছে পাছে দেৱবালা। শিশুৰ দৰে থেন্‌থেনালে—

খেলিব পাৰিলোহেঁতেন, কিয়নো ভয় কৰিছে আপুনি?

মূৰৰ ওপৰত উৰি থকাবোৰক খাবলৈ নিশাচৰ পক্ষী ওলাবহি পাৰে। সকলো ক্ষেত্ৰতে অলপ সাৱধানে থকাটো ভাল। অপকাৰ হ'ব-নহ'ব পাছৰ কথা।

সেইনিশা দেৱবালাই হাতীৰ চিঞৰ শুনিলে। এনেদৰে হাতীৰ চিঞৰ জীৱনতে শুনা নাছিল তেওঁ। কুঁচি-মুচি পতিৰ বুকুত সোমাব খুজিছিলহে, গম্ভীৰ মাতেৰে কৈ পেলালে যাদৱপ্ৰসাদে—

মই ওলাই যাব লাগিব ৰবমাই। হাতী খেদাৰ যো-জা কৰোঁগে। নহ'লে মজদুৰ লাইনৰ ঘৰবোৰ গচকি ভাঙিবহি।

যাদৱপ্ৰসাদ হুৰমুৰকৈ ওলাই গ'ল।

পাছে পাছে আৰু কেইজনমান বাগিচাৰে মানুহ। সেইনিশা দেৱবালা আগবাৰাণ্ডাৰ চকীত ভৰি-হাত তুলি বহি ৰ'ল। বেছ কিছুসময় বহি ৰ'ল। ৰাতিৰ চকীদাৰে ঘনঘনকৈ পায়চাৰি কৰি তেওঁক পহৰা দি থকাৰ দৰে দেখা গ'ল।

চকীত ভৰি তুলি বহা দেৱবালাৰ কপালে আঁঠুৰ মূৰত টোপনিৰ খুন্দা মাৰিছিল। সেত্‌সেত্‌কৈ যেনি-তেনি বৈ আহিছিল ইজাকৰ পাছত সিজাক চেঁচা বতাহ।

চকীদাৰ বাৰাণ্ডাৰ তললৈ আহিল।

হঠাৎ যেন কিবা এক শব্দ।

মূৰ তুলিলে দেৱবালাই। ওহো, চৰচৰ-চৰচৰকৈ বাৰাণ্ডাৰ সেই খুঁটাটোৰ কাষেৰে পাৰ হৈ যোৱা নাই কোনো সৰ্প। কিন্তু সেই জয়াল ঠাইডোখৰতে সৌটো চকীদাৰ বৈ আছেহি।

জঁপিয়াই চকীৰ পৰা নামিল তেওঁ।

আঁতৰ হোৱা, সেইখিনিৰ পৰা আঁতৰ হোৱা, সাপ ওলায় তাত।

মানুহটোৱে মুহূৰ্ততে পাছলৈ জঁপিয়াই দিলে।

দুয়ো খন্তেকলৈ তেনেদৰেই ৰ'ল। এন্ধাৰে-মুন্ধাৰে। নিশাচৰ পক্ষীৰ ডেউকাৰ ঢপ্‌ঢপনি শুনা গৈছিল। সন্ধিয়াৰ পৰা চিঞৰি থকা ঝিলী পোকবোৰ তেতিয়াও ক্লান্ত

হোৱা নাছিল। কিন্তু এই সকলোবোৰকে তল পেলাই ভাহি আহিছিল নেদেখা দূৰণিৰ পৰা হাতী খেদা মানুহৰ চিঞৰ-বাখৰ।

গাৰ চাদৰ টানিলে দেৱবালাই। গা থকৃথকাইছে কঁপনিৰে, শীতৰ কঁপনিৰে। চকীদাৰ বহুদিনৰ পুৰণি মানুহ। চাহাবক বাপ বুলি মানে। এতিয়া এই নিৰ্জু নাৰীলৈ তাৰ মায়াহে উপজিল যেন। হয়, সি তাৰ কৰ্তব্যই বান্ধি দিয়া পৰিসীমাৰ বাহিৰলৈ ওলাই গ'ল। সি হৈ উঠিল স্নেহবান অভিভাৱক।

বহুত ঠাণ্ডা, ভিতৰত যাওক মা।

দেৱবালা একেদৰে ৰ'ল। লাহেকৈ ক'লে—

ভিতৰতো ঠাণ্ডা।

মানুহটোৱে খন্তেক কিবা চিন্তা কৰিলে। তাৰপাছত সি বাৰাণ্ডাত উঠিল—

চিম্‌নী জ্বলাই দিম মই, বহিব ব'লক।

বৈঠকখানাৰ চিম্‌নী জ্বলাবলৈ মানুহটো বহিল। দেৱবালা চোফা এখনতে ভৰি তুলি বহিল। ভীষণ ঠাণ্ডা লাগিছে তেওঁৰ। টোপনিৰ জাল আঁতৰিছে যদিও তন্দ্ৰা ভাবটো তেতিয়াও আছে। চিমনীত লাগি থকা মানুহটোৰ পিঠিলৈ চায়ে সুধিলে তেওঁ--

বাগিচাত হাতী ওলাঁয়ে থাকে নেকি?

চব ওলায়। বাঘ, হাতী, অজগৰ।

হঠাতে দেৱবালাৰ তাক জোকাবৰ মন গ'ল। ধেমালি কৰিবৰ মন গ'ল—

আৰু ভূত ওলায় নে নোলায়? ভূত-পিশাচ?

মানুহটোৰ হাত বৈ গ'ল যেন! জুই একুৰা জ্বলি উঠিছিল। হাতৰ দীঘল টৰ্চটোৰে সৈতে এইবাৰ সি তেওঁৰ ফালে মুখ কৰি সম্ভ্ৰমেৰে থিয় হ'ল।

আপুনি আৰাম কৰক, মই বাহিৰতে আছো, দৰকাৰ হ'লেই আৱাজ দিব।

প্ৰধান দুৱাৰখন বাহিৰৰ পৰা জপাই থৈ চকীদাৰ বাৰাণ্ডাৰ পৰা নামি গ'ল।

দেৱবালা বহাতে বহি ৰ'ল। কয়লাৰ চিম্‌নীটোৰ্ত এতিয়া গছৰ শুকান ঠানি কিছুমান ফটফটাই ফুটিছে। থৰ্‌মৰ্‌কৈ পুৰিব ধৰিছে ঠানিবোৰৰ লাহী আগলিবোৰ। দগ্‌মগীয়া ৰঙা অঙঠা হৈ আহিছে সেইবোৰ... ভাগি পৰিছে... সৰি পৰিছে জুইৰ বুকুত... বাঢ়ি গৈ থকা জুইকুৰাৰ পৰা উত্তাপ পোৱাৰ হেঁপাহ এইবাৰ দেৱবালাৰ ভিতৰত জাগ্ৰত হ'ল।

ডাঙৰকৈ হামি এটা মাৰি তেওঁ চোফাৰ পৰা নামি গ'ল। ইফালে-সিফালে চাই একো নেদেখি সজাই ৰখা এজনীয়া চোফা এখনকে টানি চোঁচৰাই জুইকুৰাৰ সমুখলৈ লৈ গ'ল। তাতে আৰাম কৰি বহিব পৰা যাব।

চোফা টনাটনি কৰাৰ পাছত কিন্তু দেৱবালা প্ৰধান দুৱাৰৰ ফালেহে আগুৱাই আহি সেইখন ঠেলা মাৰি খুলি দিলে। চেঁচা বতাহ এজাক সোঁ-সোঁৱাই সোমাই আহিল।

তেওঁ বাৰাণ্ডাৰ মূৰৰ একেবাৰে ছিৰিৰ কাষত ৰ'লগৈ। দূৰৈৰ গেটৰ ওচৰত পায়চাৰি কৰি ৰোৱা চকীদাৰক এইফালে বেগাই অহা দেখা গ'ল। বননিৰ ওপৰত নিয়ৰৰ বৰষুণ। মানুহটোৰ প্ৰতিটো খোজেই তাত এক ভাললগা শব্দ সৃষ্টি কৰিছিলে—

কেৰেছ... কেৰেছ... কেৰেছ...।

মা!

চাহাব সদায় যায় নেকি এনেকৈ?

হা যায়।

ওভতে কেতিয়া?

ঠিকানা নাই। কেতিয়াবাতো ৰাতিপুৱা, পোহৰত আহে।

অ'!

মানুহটোৱে ইফালে-সিফালে চাই মূৰ খজুৱালে। হাতৰ টৰ্চ পাছলৈ কৰি বিনম্ৰতাৰে ক'লে—

আপুনি শোৱক। গোটেই ৰাতি পহৰা দি আছো মই, চাহাব আহিলে একো অসুবিধা নহ'ব।

দেৱবালা ভিতৰলৈ উভতিল।

দুৱাৰ জপালে আৰু চেঁচা হৈ পৰা হাত-ভৰি সেকিবলৈ চিম্‌নীৰ কাষৰ চোফাত বহিবলৈ লৈয়ে চমকি উঠিল তেওঁ।

অগণন কীট-পতংগৰে ভৰি পৰিছে সেই ঠাই। চোফাত বগাই ফুৰা সেইবোৰক কোবাই মাৰিলেও চিম্‌নীৰ আশে-পাশে উৰি ফুৰাসোপা?

তেওঁ পিছুৱাই গ'ল।

জুইত আত্মজাহ যোৱা পোৰা পতংগৰ গোন্ধ আহি তেওঁৰ নাকত লাগিছিল।

আৰু পিছুৱালে তেওঁ।

যাদৱপ্ৰসাদৰ কথা কাণত নহয়, বুকুত বাজিল— 'সকলো ক্ষেত্ৰতে সাৱধানে থকাটো ভাল। অপকাৰ হ'ব-নহ'ব পাছৰ কথা।'

চাৎকৈ ঘূৰি চালে।

হয়, কোঠাৰ ভিতৰত একুৱা উজ্জ্বল পোহৰ জ্বলাই থৈ দুৱাৰখন তেৱেঁইতো খুলি থৈছিল। তেৱেঁইতো পৰোক্ষভাৱে আমন্ত্ৰণ কৰি আনিছে এইজাক কীট-পতংগক এন্ধাৰ অৰণ্যৰ পৰা।

খন্তেকলৈ দৰক লাগি ৰ'ল দেৱবালা।

সকলোৱে তেওঁক কম বয়সীয়া বুলি যে স্নেহৰ দৃষ্টিৰে চায় সেই কথা তেওঁ অনুভৱ কৰে। হ'ব পাৰে তেওঁৰ বয়স কম; সেইবুলিয়েই, আঃ, সেইবুলিয়েই ইমান অবোধ?

ইমান অবোধ?

নিজৰ ওপৰতে কষ্ট হৈ পৰিব যেন। কিয়, কিয় তেওঁ নিজ চেষ্টা আৰু চিন্তাৰে নেতৃত্ব দিব পৰা নাই কোনো কামতে? কিয় তেওঁ এডাল আঁক টানিব পৰা নাই উচিত-অনুচিতৰ মাজত? এই যে চাৰিওফালৰ পৰা তেওঁক সজাই-পৰাই আলফুলে ৰখা হৈছে, ইয়াৰ মাজতে জীৱন-যাপন কৰাটোৱেই তেওঁৰ জীৱনৰ উদ্দেশ্য হ'ব পাৰেনে? হোৱা উচিতনে?

কিয় নাই তেওঁৰ দায়িত্ববোধ। কিয় তেওঁ যাদৱপ্ৰসাদ চলিহাৰ পাছে পাছে ঘূৰিব ধৰিছে শিশুৰ দৰে? তেওঁতো তেওঁৰ সন্তান নহয়, স্ত্ৰী। ভাৰ্যা। এই মানুহজনৰ সকলোখিনিৰে অৰ্ধাংশ অধিগ্ৰহণ কৰা অৰ্ধাংগিনী তেওঁ।

অথচ তেওঁ কৰিছে কি।

এজাক মানুহৰ নেতৃত্ব দি এই দুপৰ নিশাৰ প্ৰচণ্ড শীতকো আওকাণ কৰি যাদৱপ্ৰসাদে এজাক বন্যপ্ৰাণীক খেদিবলৈ সাহসৰ ক্ষেত্ৰত নামি পৰিছেগৈ। আৰু তেওঁ ইমান ঐশ্বৰ্য-বিলাসৰ মাজত থাকিও কেৱল এখন দুৱাৰ জপোৱাৰ দায়িত্বকে পালন কৰিব নোৱাৰিলেনে?

দুয়ো নয়ন ভৰি আহিল দেৱবালাৰ। চুণা বাদুলিৰ দৰে, ডাওৰ পখিলাৰ দৰে কেইবাটাও পতংগ জুইকুৰাত জাহ গৈছিল।

পুনৰ দুৱাৰখনলৈ উভতি চালে তেওঁ। এখন্তেকৰ কাৰণে ওলাই গৈছিল বাৰাণ্ডালৈ। কিয় জপাই থৈ নগ'ল সেইখন? আঃ নাজানিছিল তেওঁ পোহৰ দেখিলেই যে বনমালীৰ আদিম বাসিন্দাবোৰ বলিয়া হৈ উঠে?

এখোজ-দুখোজকৈ দেৱবালা শোৱনিকোঠাত সোমালগৈ আৰু ভিতৰৰ পৰা জপাই পেলালে দুৱাৰ।

বহু দেৰিলৈকে উজাগৰেই ৰ'ল।

শেহনিশা খিৰিকীৰ তলৰ ছিদ্ৰৰে সৰকি অহা বতাহত তেওঁ চিগাৰেটৰ গোন্ধ পালে।

জাঁপ মাৰি বিছনাৰ পৰা নামিল তেওঁ।

দুৱাৰ খুলি উৰা মাৰি যোৱাদি গ'ল। হয় যি হয়, শোৱনিকোঠাৰ বাহিৰৰ বেঞ্চত শুই শুই তেওঁৰ স্বামীয়ে চিগাৰেট হুঁপি আছে। বনমালী-গোসাঁইবাৰী বাগিচাৰ সম্পূৰ্ণ ভাৰসা যাৰ ওপৰত ন্যস্ত, ভাৰতৰ স্বাধীনতা আন্দোলনৰ সন্তৰ্পণ প্ৰহৰী যাদৱপ্ৰসাদ চলিহা এয়া। নিৰ্বিকাৰ ভংগিমাৰে শুই আছে বঙলাৰ বাহিৰৰ শুকান বেঞ্চত নিৰবচ্ছিন্ন চিন্তাৰ স্ৰোতত নিজকে উটুৱাই— সাৰথি হৈছে মাত্ৰ এডাল চিগাৰেট।

০ ০ ০ ০ ০ ০ ০

সেইনিশাৰ পাছত একেৰাহে কেইবানিশাও বাগিচাৰ মাজলৈ সোমাই আহিল বনৰীয়া হাতীৰ পাল। নিশা শুবলৈ যোৱাৰ আগতেই দেৱবালাই হাত মেলিলেই পোৱাতে টুপী, ছুৱেটাৰ আৰু গৰম কাপোৰ আনি থোৱা হ'ল। বিছনাৰ পৰা জঁপিয়াই নমা যাদৱপ্ৰসাদে তত্‌ হেৰুৱাই হাতী খেদিবলৈ ঢাপলি মেলে। ঢাপলি মেলক, তাত বাধা দিবলৈ নাযায় দেৱবালা। কিন্তু এইহেন শীতত অন্ততঃ কাপোৰ-কানি পিন্ধি যাওক।

কি হৈছে, অনবৰত যে হাতীবোৰ আহি আছে? ইয়াতনো কি পায় খাবলৈ, চাহখেতিৰ মাজত?

যাদৱপ্ৰসাদে মিচিকিয়াই উত্তৰ দিলে—

ঠিকেই কৈছা তুমি, হাতীয়েতো চাহ নাখায়। তোমাক বাগিচা ফুৰাওঁতে মই কিছুমান দ ঠাই দেখুৱাইছিলো, সেইবোৰ মাটিত আমি বনুৱাক খেতি কৰিবলৈ দিওঁ। ধানখেতি। এতিয়া ধান পূৰঠ হৈছে, মাঘৰ আগতেই চপাই আদায়ে হ'বগৈ, উদং হ'বগৈ পথাৰ।

অ' বুজিলো, হাতীবোৰ ধান খাবলৈ আহে।

ঠিকেই ধৰিছা কিন্তু কেতিয়াবা বাগিচা পাৰ হৈ ৰিজাৰ্ভলৈ যাবলৈও আহে।

যোৱানিশা বৰকৈ চিঞৰিছিল হাতীয়ে। কাঁড় মাৰিছিল নেকি আপোনালোকে?

নহয়। বাগিচাৰ মাজত নলাত হাতী পোৱালি এটা পৰি গৈছিল।

তাৰপাছত?

তাৰপাছত দেখোন কেনেবাকৈ উঠিল। সিহঁতেই উঠালে। আগতে এবাৰ এনেকৈ পৰোঁতে জাকটোৱে এৰি থৈ গুচি গৈছিল, কেৱল মাকজনীহে বলিয়া হৈ ওচৰে-পাঁজৰে ঘূৰি ফুৰিছিল আৰু এপাকত জাকটোৰ ওচৰলৈ আঁতৰি যাওঁতে বনুৱাইঁতে তুলি থৈ আহিছিল। জাকটো আকৌ আহিছিল, গুচি গৈছিল সি।

ওচৰৰ পৰা হাতী পোৱালি চাবৰ মন যায় মোৰ। মাকৰ ঠেঙৰ মাজত সোমাই থকা হাতী পোৱালি।

দেৱবালাৰ আত্মহাৰা ৰূপ। পুৱাৰ চাহৰ মেজত বহি কলৰ বাকলি গুচাবলৈ লৈ এয়া তেওঁ হাতী পোৱালিৰ প্ৰতি হেঁপাহ প্ৰকাশ কৰিছে। যাদৱপ্ৰসাদে মন কৰিলে, দেৱবালাৰ দুয়োগালত ফুলৰ ৰেণু সানি থোৱাৰ দৰে গোলাপী আভা। দুয়ো চকু, নাকৰ অগ্ৰভাগ উজ্জ্বল হৈ উঠিছে।

ইমান সৌন্দৰ্য মানুহৰ থাকেনে?

এই পৃথিৱীৰে মানুহৰ?

যাদৱপ্ৰসাদে নিজৰ চাহপিয়লাত চকু থ'লে।

হঠাৎ খকখকাই উঠিল দেৱবালাই। কি হৈছে? কথা কৈ কৈ খোৱা কল ডিঙিত লাগি ধৰিছে। খোৱা মেজত বহি থকা অৱস্থাতে মানুহগৰাকীয়ে কাহিবলৈ ধৰিলে,

কাহি কাহিয়ে মুখ ধোৱা ঠাইলৈ উঠি গ'ল। পাছে পাছে হাতধৰা তিৰোতাজনী।

যাদৱপ্ৰসাদ একেদৰে বহি ৰ'ল।

হয়, যাদৱপ্ৰসাদৰ শৰীৰটো বহা ঠাইতে বহি ৰ'ল।

তাৰ এখন্তেকৰ পাছত কাণত পৰিল ঘকঘকাই বমি কৰি দিয়াৰ শব্দ।

ইমানপৰে দেৱবালাৰ কাষত যাদৱপ্ৰসাদৰ মন-মগজু বৈ আছিলগৈ, এইবাৰ খোৱা মেজৰ পৰা শৰীৰটোও তালৈকে উঠি গ'ল।

মুখ-হাত ধুই দেৱবালাই স্বামীৰ মুখলৈ মূৰ তুলি চালে, আউলী-বাউলী হৈ পৰিছে মানুহগৰাকী। ৰঙা-ছিঙা পৰি গৈছে মুখ। তথাপি তেওঁ পতিৰ মুখলৈ চাই হাঁহিলে। এই হাঁহিত সকাহ পোৱাৰ চিন স্পষ্ট হৈ প্ৰকাশ পাইছিল।

যাদৱপ্ৰসাদ তেওঁৰ কাষেৰেই আগফালৰ বাৰাণ্ডালৈ ওলাই গ'ল। সৰুতে বোপাই পকা কঁঠাল খাব নোৱাৰিছিল। ফুটটো গিলিব খোজোঁতেই সদায় ডিঙিত লাগি ধৰে। উশাহ-নিশাহ বন্ধ হোৱাৰ উপক্ৰম ঘটে। অৱস্থা এনেকুৱা হৈছিলগৈ যে পকা কঁঠাল বুলি শুনিলেই বোপাৰ চুলিৰ আগে জীউ উৰো যেন কৰিছিল। আজিকালি অৱশ্যে সহজ হৈছে। এতিয়াতো সুদূৰ বোম্বাইত থাকে, বাণিজ্য বিষয়ত শিক্ষা গ্ৰহণ কৰি আছে।

কথাবোৰ মনলৈ এনেদৰে উৰি উৰি আহিবলৈ ধৰিলে যেন আহিব ধৰা ঋতুৰ সুবাসহে বতাহত উৰি আহিছে।

যাদৱপ্ৰসাদে কামিজৰ জেপত হাত ভৰালে। নাই, এটাও চিগাৰেট নাই। সতকাই চিগাৰেট পোৱাটো ইমান উজু নহয়। টকা দিলেই পোৱা নাযায়। বন্ধু-বান্ধৱ যিকেইজনৰ ধূমপানৰ অভ্যাস আছে, আটাইবোৰে মিক্সাৰ পকাই খায়। থাপতে পালেহে চিগাৰেটত টান মাৰে।

দুয়োটা জেপ জোকাৰি চালে মানুহজনে। নাই, একেবাৰে উদং হৈ আছে। এখোজ-দুখোজকৈ তেওঁ বওলাৰ পাছফাল পালেগৈ। তাত এখন ঘোঁৰাশাল আছে। ৰঙা ঘোঁৰা এটা আছে তেওঁৰ। তাৰ পিঠিতে উঠি গোসাঁইবাৰী বনমালী-দিখৌপাৰ টহলি ফুৰে। আৰু কামৰ সুৰুঙা বুজি তেওঁ দাঁতিকাষৰীয়া গাঁৱতো সোমায়গৈ। লগত যায় সত্যাগ্ৰহী ভলণ্টিয়াৰ।

# বাৰ

ঘোঁৰাৰ পিঠিত উঠি ধলপুৱাতে যাদৱপ্ৰসাদ কামলৈ ওলাই গ'ল। এখোজ-দুখোজকৈ দেৱবালাও বঙলাৰ চৌহদৰ বাহিৰ হ'ল। ডায়'চেছনত পঢ়াকালত এনেকুৱা সময়বোৰতে তেওঁলোক কেইজনীমান ছাত্ৰীয়ে গোটেই চৌহদৰ পৰিসীমাৰে কেইবাপাকো ঘূৰিছিল। সেইখন কলেজিয়েট স্কুল হোৱা হেতুকে ছাত্ৰীনিবাসত ওপৰ বিভাগত শিক্ষাগ্ৰহণ কৰা ছাত্ৰী কিছুমানো আছিল। তাৰে দুগৰাকীমানো এই প্ৰাতঃভ্ৰমণৰ অংশীদাৰ হৈছিল। সৈনিকৰ কুচ-কাৱাজৰ দৰে পুৱাতেই শুনা গৈছিল গিৰিপ্-গাৰাপ্‌কৈ খোজকঢ়াৰ শব্দ। ওখ দেৱালত সেই শব্দ ঠেকা খাইছিল, ভংগ হৈছিল উষাৰ তন্দ্ৰালসতা। চৌহদৰ বৃদ্ধ গছকেইজোপাৰ ওপৰত সংসাৰ পাতি ৰোৱা চৰাইহঁতো সাৰ পাই উঠিছিল।

আঃ কেনে সময় আছিল সেয়া!

দেৱবালাৰ মন ভৰি আহিল।

গৈ গৈ তেওঁ বাগিচাৰ মাজৰ ৰাস্তা ধৰিলে। দুখোজমান যোৱাৰ পাছতে বাওঁহাতৰ জোপোহানিৰ পৰা ভুটুংকৈ কিবা এটা লৰ মাৰি সোঁহাতৰ জোপোহানিলৈ সোমাই গ'ল। পাছে পাছে আৰু এটা। কি? বাঘ নে শিয়াল? শিয়াল নে পহু?

যিয়েই নহওক দেৱবালাৰ বুকুত কম্পনৰ সৃষ্টি হ'ল। বিশেষ একো নভবাকৈয়ে তেওঁ তৎক্ষণাৎ ঘূৰিল। দীঘল দীঘল বেগাৰে ঘৰৰ ফালে কোবাকুবিকৈ খোজ ল'লে তেওঁ।

ঘৰ সোমাও যেন কৰিছে, সৰাপাতৰ ওপৰেৰে নিয়ৰে সেমেকোৱা ঘাঁহৰ কাষেৰে যেন কিবা এটা বগুৱাবাই যাব ধৰিছে। স্পষ্টকৈ শুনা গৈছে তাৰ শব্দ। চৰচৰ-চৰচৰ।

একপ্ৰকাৰ দৌৰ মৰাৰ দৰেই দেৱবালা বঙলাৰ ভিতৰত সোমালহি। বুকুত হাত দি উশাহ সলাব খুজিছিলহে, দুয়োচকুৰে ধোঁৱা-কোঁৱা যেন দেখি গ'ল। কজলা বৰণীয়া জলবিন্দু কিছুমান যেন চকুৰ আগৰ বায়ুসমুদ্ৰৰ পৰা উঠিছে আৰু মাৰ গৈছে। মাৰ গৈছে আৰু উঠিছে।

দুয়ো হাতেৰে মূৰত ধৰি ঠাইতে বহি পৰিল দেৱবালা। সশব্দে বাজিব ধৰিছে কাণত চৰচৰ-চৰচৰ শব্দ।

কিমান সময় তেওঁ নেজানে, যেতিয়া মূৰ তুলি চকু মেলিলে, কাণৰ পৰা নোহোৱা হৈ গৈছে সেই শব্দ। দৃষ্টিৰ পৰাও আঁতৰি গৈছে কজলা বৰণৰ জলবিন্দুবোৰ।

মজিয়াত বাগৰি থকাৰ পৰা উঠি তেওঁ থিয় হ'ল। ধীৰ খোজেৰে গৈ ড্ৰেছিং টেবুলৰ সমুখৰ পৰা চুলিত ঘঁহা তেলৰ বটলটো হাতত তুলি ল'লে। মাজতালু তেলেৰে চপ্‌চপীয়া কৰি লৈ ঢলং-পলংকৈ তেওঁ পালেঙত ঢলি পৰিলগৈ।

লাহে লাহে নিদ্ৰাতো ঢলি পৰিল দেৱবালা।

বাগিচাৰ কামজাৰিৰ পৰা উভতি অহা যাদৱপ্ৰসাদে শোৱনিকোঠাৰ বাহিৰৰ পৰাই চুলিত ঘঁহা তেলৰ গোন্ধ পালে। হয়, এয়া তেওঁৰ প্ৰিয় তেলৰে গোন্ধ। জবাকুসুম তেলৰ গোন্ধ। কি হ'ল, বটলটো পৰি ভাঙিল নেকি?

কাণি-দুৰবীকৈ জপাই থোৱা শোৱনিকোঠাৰ দুৱাৰ ঠেলিয়েই চকুত পৰিল তেওঁৰ, ওখ হৈ থকা লেপৰ তলৰ পৰা ওলাই আছে দেৱবালাৰ মুখ। এপাহ ফুলি থকা বেলিফুলৰ দৰে, এটা শিশুৰ নিৰ্মল মুখ দেৱবালাৰ।

যাদৱপ্ৰসাদে নিজৰ উদ্বিগ্নতা ঢাকি ৰাখিব নোৱাৰিলে। ধলপুৱাতে উঠি প্ৰাতঃভ্ৰমণ কৰা দেৱবালাক এনে সময়ত তেওঁ সদায় কৰ্মৰত অৱস্থাত পায়হি। প্ৰায়ে ফুলনিতে ব্যস্ত হৈ থাকে দেৱবালা। নহ'লেবা ৰান্ধনিশালত।

কিন্তু এনেদৰে শুই থকা?

ওহো, কোনোকালে দেখা যাদৱপ্ৰসাদৰ মনত নপৰিল। উদ্বিগ্ন মানুহজন পত্নীৰ শয্যাৰ সমুখত ৰ'লগৈ।

বৰমাই।

নাই, মানুহগৰাকীৰ সাৰসুৰ নাই। আকৌ মাতিলে তেওঁ। এইবাৰো নিৰ্বিকাৰ দেৱবালা শিশুৰ দৰে শুই আছে, লেপৰ মাজত কেৱল তেওঁৰ বেলিফুলৰ দৰে প্ৰতিভাত মুখ।

কি হৈছে বৰমাই?

যাদৱপ্ৰসাদৰ শৰীৰ এইবাৰহে সামান্য ধেনুভিৰীয়া হ'ল, সমুখলৈ দোঁ খাব খুজিলে। হাত এখনেৰে আঁতৰাই দিলে মুখৰ ওচৰৰ লেপৰ ঢাকনি।

বনমালীৰ আৰণ্যক বতাহজাকৰ শীতলতা যাদৱপ্ৰসাদৰ লগে লগে কোঠাৰ ভিতৰলৈ ইতিমধ্যে সোমাই আহিছিলেই। এতিয়া সি দাপ্তি দিয়া লেপৰ অংশইদি সোমাবলৈ উথপ্‌থপ্‌ লগালে।

বতাহৰ শীতল স্পৰ্শত দেৱবালাই চকু মেলি দিলে।

কি হ'ল, শুই আছা যে? গা বেয়া?

পত্নীক কেন্দ্ৰ কৰি যাদৱপ্ৰসাদ তেতিয়াও উদ্বিগ্ন।

দেৱবালা উঠি বহিল। পিঠিত গাৰু তুলি দিলে যাদৱপ্ৰসাদে। অবিন্যস্ত চুলি সামৰি মানুহগৰাকীয়ে পতিৰ মুখলৈ চাই পাতলকৈ হাঁহিলে আৰু হাত এখন মেলি দিলে যাদৱপ্ৰসাদৰ ফালে।

সেই হাততে ধৰি যাদৱপ্ৰসাদ পত্নীৰ কাষত বহিল। যাদৱপ্ৰসাদৰ বাহুত মুৰ পেলাই উচ্চাৰিলে দেৱবালাই—

গাটো ঠিক লগা নাছিল... মনটোও কেনেবা লাগিছিল। এনে লাগিছিল যেন সাপে খেদিছে মোক।

মৰ্ণিং বাকলৈ নগ'লা নেকি আজি?

গৈছিলো। বাঘ নে হেপা কিবা দুটা দৌৰি পাৰ হৈ যোৱা দেখিলো।

যাদৱপ্ৰসাদৰ হাঁহি উঠিল যদিও প্ৰকাশ নকৰি ক'লে—

শিয়াল-চিয়ালহে হ'ব। অ' তাতে হ'বলা ভয় খালা?

আকৌ হাঁহিলে দেৱবালাই। একেবাৰে পাতল, ৰুগ্ন হাঁহি।

পত্নীৰ বাহুত জোকাৰি দিলে যাদৱপ্ৰসাদে—

উঠা। ৰাতি চাগে' ভাল টোপনি হোৱা নাছিল তোমাৰ।

হৈছিল। ...শুনক,

কি?

ভূত-চুত নাইতো বাগিচাত?

হাঁহিলে যাদৱপ্ৰসাদে। সুধিলে—

কিয়?

গাটো কেনেবা লাগিছিল।

কেনেকুৱা?

ভূতে ধৰা মানুহৰ যেনে লাগে।

সেইটোনো কেনেকৈ জানিলে বা?

ফুলমতীয়ে কৈছিল... মাথা বেয়া লাগে... বুকু ধপ্‌ধপ্ কৰে।

এইবাৰ আৰু ৰ'ব নোৱাৰিলে যাদৱপ্ৰসাদ। দুয়ো হাতেৰে আঁকোৱালি ধৰিলে পত্নীক।

এজাক যেন বতাহহে বলিল। পতি-পত্নীৰ মাজৰ সম্পৰ্ক কিমান মধুৰতম হ'ব পাৰে, কিমান ঐশ্বৰ্যময় হ'ব পাৰে তাৰে সম্ভেদ লৈ বাতৰি বিলোৱা বতাহ।

এৰা! বতাহজাকে ঠিকেই বাতৰি বিলালে। যথাসময়ত বাতৰি গৈ দিখৌপাৰৰ নিকুঞ্জলতাৰ কাণতো পৰিবগৈ। হয়, দেৱবালা মাতৃ হ'বলৈ ওলাইছে। চলিহা বংশৰ উত্তৰ পুৰুষক ধাৰণ কৰিছে তেওঁ গৰ্ভত।

প্ৰতিভা অৰ্থাৎ আইমানুহক লগত লৈ মাখনী আহিল। পুতলীও অহাৰ কথা আছিল। কিন্তু তাইৰ পৰীক্ষা আছে। পঢ়াশুনাৰ ক্ষেত্ৰত ছোৱালীজনী গম্ভীৰ।

তুমি দুমাহমান চাগে' গা ধোৱা নাই। বেয়া নাভাবিবা নবৌ, আখলঘৰত কোৱাকুই চলিছিল দেখিহে ক'লো।

আচৰিত হৈ গ'ল দেৱবালা। হয়, বাগিচাত এতিয়া প্ৰচণ্ড শীত, সেইবুলিয়েই গা নুধুৱনে তেওঁ? তথাপি সৌজন্যৰে উচ্চাৰিলে—

কি যে কোৱা! গা-পা কিয় নুধুম বাৰু? সদায় ধুই আছো।

এইবাৰ মাখনীক সামান্য বিব্ৰত হোৱা দেখা গ'ল। খন্তেক সময় ল'লে কিবা উত্তৰ দিবলৈ। তাৰপাছত লাহেকৈ ক'লে—

তুমি বুজা নাই নবৌ। গা-ধোৱা মানে মই মাহেকীয়া বিধুতিৰ কথাহে বুজাব খুজিছো।

এইখিনিতে খন্তেক ৰ'ল দেৱবালা। চেলাউৰিযোৰ ক্ৰমশঃ থূপ খাই আহিল আৰু অত্যন্ত ধীৰ গতিৰে সেইযোৰ এটা সময়লৈ মুকলি হৈ আহিব ধৰিলে। ঘৰৰ আগবাৰাণ্ডাত বহি আছিল তেওঁলোক। পুৱাৰ জলপান খাই পুনৰ কামলৈ ওলাই গৈছে যাদৱপ্ৰসাদ। দিখৌপাৰৰ পৰা মাখনীহঁতক লৈ ঘৰ সোমাওঁতে কালি বহু বেলি লাগিছিল। কেইবাবাৰো বেয়া হৈছিল বাটত গাড়ীখন। এতিয়া সেইখনৰ গাৰ ধূলিবোৰ বাল্টিয়ে বাল্টিয়ে পানী ঢালি কোনোবা এটাই ধুই আছিল। চোতালত উমলি আছিল আইমানুহে।

লাহেকৈ ক'লে দেৱবালাই—

গা ধোৱা-নোধোৱা কাৰবাৰটো ভালকৈ নাজানিছিলো মই।

ময়োতো। কিন্তু বৰনবৌক দেখিলো, বাইদেউহঁতক দেখিলো-শুনিলো; বুজি পালো, জানিলো কথাষাৰৰ আচল অৰ্থ।

কিছুপৰ নিস্তব্ধতা।

তাৰপাছত দেৱবালাৰ মাত—

এবাৰ। মাত্ৰ এমাহ গা ধোৱা নাই মই।

আয়ে তোমাৰ বাবে মাদলি দি পঠাইছে। বৰনবৌৱে চিঠি এডুখৰিও দিছে, পঢ়িছাইতো। তথাপি মোক কৈ পঠিয়াইছে। কোনো কাৰণতে যাতে তুমি মাটিকঁঠাল মুখত নিদিয়া। প্ৰথম তিনিমাহ সাৱধানে থাকা।

সেতৃসতৃকৈ এচাটি-দুচাটিকৈ কেইবাচাটিও বতাহ বলিল। এনে লাগিল যেন বাগিচাৰ কোনোবা প্ৰান্তত বৰষুণ বৰষিছে আৰু সেই বৰষুণৰ কণিকা চুই চুই এইফাললৈ উৰি উৰি আহি আছে সেঙেতালগা বতাহজাক।

# তেৰ

তিনিমাহ ওকলাৰ পাছত দেৱবালাক সমুখৰ আসনত, কাষত বহুৱাই গাড়ী চলাই যাদৱপ্ৰসাদ দিখৌপাৰলৈ আহিল। এতিয়াৰ পৰা দেৱবালা ইয়াতে থাকিব, ভৰা ঘৰখনৰ মাজত।

হয়, সন্তানসম্ভৱা দেৱবালাক মাকৰ ওচৰত নিৰাপদে থৈ যাদৱপ্ৰসাদ বনমালীলৈ উভতি গ'ল। পিছে সেইৰাতি তেওঁ বাগিচা নেপালেগৈ। বাটতে গাড়ীখনে আহুকাল দিয়াত সেইৰাতি তেওঁ নেপালী খুঁটি এটাতে কটাবলগীয়া হ'ল। পুৱা পোহৰ হোৱাৰ লগে লগেই গাড়ীৰ মেৰামতিৰ কামত লাগি গ'ল।

সেইদিনাই দুপৰীয়াৰ ফাললৈ তেওঁ নামতিলৈ ওলাই গ'ল। নামতি ষ্টেচনৰ ওচৰৰে কেএগুৰ ঘৰৰ ওচৰ পায়গৈ। আগতে তাত ভলণ্টিয়াৰৰ কেম্প এটা আছিল। তালৈ মাজে-সময়ে এই সুযোগ-সুবিধা মিলিলেই যাদৱপ্ৰসাদ লৱৰি আহিছিল। কেৱল বুদ্ধি-ভাৰসাৰে বা মনোবলেৰেই নহয়, জেপৰ তলি উদঙাই টকা-সিকা দিও যি পাৰে কৰিছিল।

আজি এই ঘৰ ভলণ্টিয়াৰেৰে গিজ্‌গিজাই থকাৰ কথা আছিল।

ৰাতিটো তেওঁ নামতিতে থাকিল। আৰু পাছদিনা ধলপুৱাতে বনমালী পালেগৈ। বঙলা তেতিয়া সৰা-মচা হোৱা নাছিল। ৰাতিৰ চকীদাৰো নিজৰ ঘৰলৈ উভতিছিল। এৰা, বঙলা আছিল একেবাৰে জনশূন্য। যাদৱপ্ৰসাদে চাহ এপিয়লা লৈ শোৱনিকোঠাত সোমাল। গোটেই কোঠাটো দেৱবালাৰ শৰীৰৰ পৰা নিঃসৃত সুগন্ধিৰে ভৰি আছিল। কেইখোজমান কোঠাৰ মাজতে টহল দিয়াৰ পাছত যাদৱপ্ৰসাদ আগফাললৈ ওলাই আহিল। তাৰপাছত তেওঁ ঘোঁৰাত উঠি বাগিচালৈ বুলি ওলাই গ'ল। এই একেটা সময়তে, ইফালে তাৰাপ্ৰসাদো মেলাচকৰ বঙলাৰ কাম চাই ঘৰ সোমাইছিলহি। আজি দুদিনমানৰ পৰা মন মোলান তেওঁৰ। স্বৰ্গীয় পিতৃদেৱক সমাজিকত দেখিছে। গোৰোহা ঢকাকৈ শান্তিপুৰী চুৰিয়া পিন্ধি মানুহজন আকাশৰ পৰা নামি আহিছিল, আহি পাছবাৰীৰ তেঁতেলীজোপাৰ ওচৰতে বৈ আমন-জিমনকৈ দিখৌৰ বুকুলৈ চাই আছিল, তাৰপাছতে তেওঁ নোহোৱা হ'ল। ঠাইতে নোহোৱা হ'ল। এই সকলো ঘটনা দেখি থকা তাৰাপ্ৰসাদ সেইখিনি পায়গৈ আৰু দেখে যে শৱ এটি পৰি আছে। ভালকৈ চাই দেখে যে সেয়া অন্য কোনো নহয়, তেওঁৰে স্ত্ৰী কনকলতা।

লৰালৰিকৈ তাৰাপ্ৰসাদ অফিচ কক্ষত সোমায়। মেলি লয় জন্মচক্ৰ। হয়, তেওঁৰ সপ্তম স্থান অতিশয় দুৰ্বল। শনি বহি আছে, পত্নী বিয়োগ যোগ।

কিন্তু সময়টো কি?

নাই নাই, ইমানলৈ যাব নোৱাৰে তাৰাপ্ৰসাদ। ভাবিবও নোৱাৰে বুকু শুদা কৰি সেই প্ৰিয় নাৰী কেনিবা আঁতৰি যোৱাৰ কথা।

শিশুকাঠৰ মেজখনতে মূৰে-কপালে হাত দি বহি ৰয় তেওঁ, বহুপৰ বহি থাকে। এই মেজ আজিৰ নহয়। ৰায়বাহাদুৰ কালীপ্ৰসাদ চলিহা চিএগ্ৰাহী কেৰেণী হৈ থকা দিনৰে। কালীপ্ৰসাদে চিএগ্ৰাহী কলমেৰে যি লিখে, এবাৰেই লিখে। কোনো কটা-কুটা নাই। এই মেজৰ বুকুৰে যিদৰে সেই নির্ভুল সমাহাৰ বাগৰিছিল, তেনেদৰে বাগৰিছিল অনেক হা-হুমুনিয়াহো। হয়, স্বাস্থ্যজনিত কাৰণতে অহৰহ অনবৰত বিষণ্ণ হৈ ৰৈছিল কালীপ্ৰসাদ। এতিয়া সেই ধৰণৰে অন্য এক বিষণ্ণতা বুকু পাতি ল'বলগা হৈছে মেজখনে। তাৰাপ্ৰসাদৰ বিষণ্ণতা।

জপনা কাতি কৰি কোনোবাজন সোমাই অহাৰ উমান পোৱা গ'ল। তাৰাপ্ৰসাদৰ এই অফিচ কক্ষ বা পুথিভঁৰাল অভ্যাগতসকলৰ বাবে একধৰণৰ আদৰণি কক্ষও। কিমান অভ্যাগতই যে ইয়াত পদধূলা দি গৈছেহি, তাৰ লেখ-জোখ নোহোৱাৰ দৰেই। কেতিয়াবাতো মানুহে নধৰা হয়গৈ। এতিয়া মেলাচকৰৰ বঙলাৰ বাহিৰতো নির্মাণ কৰা হৈছে পুথিভঁৰাল তথা অফিচ কক্ষ।

আগন্তুক পিৰালিত উঠিলহি। ডাকোৱাল।

লেফাফা খুলিলে তাৰাপ্ৰসাদে। বোম্বাইৰ পৰা ভায়েক গুৰুপ্ৰসাদে টকা বিচাৰি দিয়া চিঠি।

০ ০ ০ ০ ০ ০ ০

১৯২৩ চনত নামতি ষ্টেচনত কেএগ্ৰাৰ ঘৰটো মিলিটেৰীয়ে জ্বলাই ভস্ম কৰি পেলাইছিল। যেনি-তেনি ছিটিকি পলাইছিল ভলণ্টিয়াৰবোৰ। তাৰে কেইজনমানক বন্দী বনোৱা হৈছিল।

সেই ঠাইত এতিয়া সৰু দোকানঘৰ এটাই মূৰ তুলি উঠিছে। দীর্ঘসময় ধৰি তাত আধা পোৱা খুঁটাবোৰ নির্বিকাৰ হৈ থিয় হৈ আছিল। মানুহ দাহ কৰাৰ পাছৰ অর্ধদগ্ধ গছৰ ডাল কিছুমানৰ দৰে দেখা গৈছিল ঘৰটোৰ চৌকাঠৰ খণ্ডবোৰ।

আকাশ আজি ফৰকাল। বহুদিন ধৰি কাৰোবাৰ চিতাভস্ম বুকুত সাবটি থকাৰ দৰে দেখি থকা ভেটিটোত এই আকাশৰে নির্মলতা বৰষিছিল। ধুতিৰ খোৰটো বাওঁহাতেৰে ধৰি যাদৱপ্ৰসাদ সেইখিনিতে ৰ'লগৈ। আশে-পাশে নৱ যুৱক দুজনমান। এই ল'ৰাইতে সভা-সমিতিলৈ ৰাইজক আহ্বান জনায়। এক কথাত ক'বলৈ গ'লে সিহঁত আয়োজক। দুজনমানৰ দাড়ি ঠুটিওৱাই নাই। মাতবাৰো ছোৱালী মানুহৰ লেখীয়া মিঠা। ৰিহা-মেখেলা পিন্ধি ইহঁতেই প্ৰয়োজনত গুপ্ত বতৰা সৰবৰাহ কৰে। পদ্মধৰ চলিহাই কিছুমান দেশপ্ৰেমমূলক গীত ৰচনা কৰিছে। আজি সেই গীতৰ আখৰা চলি আছিল, যাদৱপ্ৰসাদক দেখা মাত্ৰকে আটাইবোৰ লৰৰি আহিল।

খন্তেক সময় পোৰাঘৰৰ ভেটিত নতুনকৈ গজা দোকানৰ ফালে চাই ৰোবাৰ অন্তত যাদৱপ্ৰসাদে সেই ঠাই পৰিত্যাগ কৰিলে।

বনমালী বাগিচাত এতিয়া হাড়কঁপোৱা শীত। এদিন দুদিনকৈ দুসপ্তাহেই পাৰ হৈ গ'ল। দেৱবালা দিখৌপাৰলৈ যোৱাৰ। যাদৱপ্ৰসাদ কাম-কাজত ব্যস্ত হৈ আছে। কামে-কাজে থাকিব পাৰিলেই যেন ৰক্ষা।

ৰক্ষা?

কিহৰ পৰা ৰক্ষা?

মুখ খুলি প্ৰকাশ নকৰিলেও আজিৰ যাদৱপ্ৰসাদ চলিহাই হৃদয়েৰে স্বীকাৰ কৰে তেওঁৰ পত্নীপ্ৰেম। আজিকালি বঙলাৰ চৌহদত ভৰি থ'লেই এক অদ্ভুত শীতলতা নামি আহে তেওঁৰ তেজলৈ। দেৱবালা ইয়াত নাই। সমুখৰ বেডমিণ্টন ক'ৰ্টৰ কোৰেৰে কটা ঘাঁহৰ দাগত এতিয়া নতুন ঘাঁহে মূৰ তুলি উঠিছে। সৌ সিদিনালৈকে ক'ৰ্টৰ মাজত বন্ধা নেটৰ দুয়োমূৰৰ খুঁটি দুটাক এতিয়া মুকলি পথাৰৰ মাজৰ অকলশৰীয়া লঠঙা গছ যেন দেখা গৈছে।

কিয় এনে লাগে, দেৱবালা নথকাত গোটেই চৌহদটোৱে যেন ম্ৰিয়মাণ হৈ পৰিছে। নুফুলিলে নহয় কাৰণেহে যেন ফুলিছে ফুলবোৰো। নিদিলে নহয় কাৰণেহে যেন ৰুণ দিছে পাৰ চৰাইবোৰে, নাতিদূৰৈত ৰখা পোহনীয়া গৰু-ছাগলীয়ে নাখালে নহয় কাৰণেহে যেন ঘাঁহত মুখ দিছে, আনকি বঙলাত কাম-বন কৰা মানুহকেইটায়ো নকৰিলে নহয় কাৰণেহে যেন হাত চলাইছে। আৰু তেওঁ?

এৰা তেওঁ, যাদৱপ্ৰসাদ নিজে?

বনমালী এৰিব নোৱাৰি কাৰণেহে আছে নেকি তেওঁ?

নিজৰ অজানিতে মূৰ জোকাৰি পেলায় মানুহজনে। পুৰুষজাতৰ ইমান দুৰ্বলতা ঠিক নহয়। ওঁঠেৰে তেওঁৰ হাঁহি পিছলে। দাপোণত নিজৰে হাঁহি দেখি লজ্জা অনুভৱত ডুবি যায় যাদৱপ্ৰসাদ। দেশবাসী ব্ৰিটিছৰ বুটজোতাৰ তলত পিষ্ট হৈ থকাৰ এনে সময়ত প্ৰতিজন পুৰুষেই বৰ্ম পিন্ধি লৈছে। মায়া-মোহৰো বহু উৰ্দ্ধৰ জাতীয় একাত্মবোধৰ বৰ্ম। দেশসেৱাত পৰিধান কৰা বৰ্ম।

সন্ধ্যা নামি আহিছিল। বৈঠকখানাতে চিম্‌নী জ্বলাই লেমৰ পোহৰত কাগজ-কলম উলিয়াই বহিছিল যাদৱপ্ৰসাদ। বাগিচাৰ দুই-এটা কথা টুকি থোৱাৰ আয়োজন। তেনেতেই আগমন ঘটিল ভলণ্টিয়াৰ কেইজনমানৰ।

পাছদিনা আৰু কেইজনমানৰ।

সৰ্বমুঠ তেৰজন।

যাদৱপ্ৰসাদে বঙলাৰ চৌপাশে কটকটীয়া নিৰাপত্তাৰ ব্যৱস্থা কৰোৱালে। ভলণ্টিয়াৰহঁতৰ চকুৰ টিপ্ মাৰিবলৈ আহৰি নাই। যেয়ে য'তে পাৰে বহি গৈছে। কানিৰ প্ৰধান চোং বুলি জনাজাত মৌজা দুটাৰ অন্তৰ্গত যিমানকেইখন গাঁও আছে, এতিয়া সেইকেইখনতে নিৰ্মূলকৰণৰ অভিযান চলোৱা হ'ব, ভলণ্টিয়াৰসকলে তাৰেই খচৰা প্ৰস্তুতকৰণত লাগি পৰিল।

ফুনু ওলালহি। কাঠৰ মিলৰ পৰা পোন বাটেৰে বনমালী পাইছেহি। বাটত তেলীয়াৰ ঘৰত জিৰাইছিল নেকি, পোছাকৰ পাছফালে তেলৰ দাগ।

মই দিখৌপাৰৰ ঘৰলৈও গৈছিলো।

জলপান মুখত দি ফুনুৰে উচ্চাৰিলে। যাদৱপ্ৰসাদে তীক্ষ্ণ পৰ্যবেক্ষকৰ দৃষ্টিৰে চাই পঠিয়ালে। কিন্তু একো নক'লে, নুসুধিলেও। খেজুৰৰ গুৰচপৰাত কামোৰ এটা মাৰি আকৌ ক'লে ফুনুৰে—

নতুন মানুহতো, মাক হ'বলৈ ওলাইছে, তাতে পতিদেৱতাও সুদূৰত, সেয়েহে চাগে' মুখখন মোলান যেন দেখি আহিলো।

যথেষ্ট। ইমানখিনিয়েই যথেষ্ট। ফুনুৰে নিজ চকুৰে দেৱবালাৰ বিষণ্ণ ৰূপ দেখি আহিছে।

হয়, এয়া সত্য।

দেৱবালাৰ কথাৰে অস্থিৰ যাদৱপ্ৰসাদৰ গম্ভীৰ মুখ তললৈ দোঁ খাই পৰিল।

দিখৌপাৰৰ ঘৰলৈ দেৱবালাৰ ভগ্নী দুদিনমান থকাকৈ গৈছে আৰু কেইদিনমানৰ পাছতে মাক আহিব দেৱবালাক পঞ্চামৃত খুৱাবলৈ, তেতিয়াই মাকৰ লগত উভতি যাবগৈ।

বনমালীৰ পৰা আহিয়েই গা ধুই ভাতৰ পাতত বহা যাদৱপ্ৰসাদৰ কাণত এইবোৰ খবৰ এটা এটাকৈ পৰিব ধৰিলে। তেতিয়ালৈকে পুত্ৰীৰ সৈতে কথা পতাৰ সুযোগ মিলা নাই। খুলশালী অকণমাই অহা বুলি শুনিলেহে, সাক্ষাৎ ঘটা নাই। বৰ খৰধৰ তেওঁৰ। ককায়েক তাৰাপ্ৰসাদ সাজু হৈ বৈ আছে তেওঁৰ সৈতে মেলাচকৰৰ ঘৰখনলৈ যাবলৈ।

ভাত খাই দুয়ো ভাতৃ ওলাই গ'ল। মেলাচকৰৰ বঙলা সম্পূৰ্ণ হওঁ হওঁ। পদুলিৰ সিপাৰে বিল এখন আছে। এতিয়া খৰালি তাৰ ওপৰেৰে এশবাৰ আহ-যাহ কৰিব পাৰি। বিলৰ সিপাৰে চলিহা পৰিয়ালৰ কিছু নিষ্কৰ মাটি আছে। এতিয়া বঙলা নিৰ্মাণ কৰি থকা অৱস্থাত গৃহ নিৰ্মাণৰ কিছুমান লাম-লাকটু এৰেহা বৈ গৈছে। সেইবোৰকে পুনৰ কামত লগোৱাৰ চিন্তা এটা কৰা হৈছে। ঘৰখনত কাম-বনত হাত উজোৱা মানুহ সৰহ। সেই মানুহখিনিৰ থকাৰ ব্যৱস্থা এটা যদি ইয়াতে কৰা যায়? বিলৰ এইপাৰে?

বিলৰ পাৰত দুই-চাৰিজনকৈ কেইবাজনো গোট খালেহি। মাটিৰ জোখ-মাখ চলিছে। সৰু সৰু ঘৰ কেইটামান নিৰ্মাণৰ কথা চলিছে।

যাদৱপ্ৰসাদে মূৰৰ ওপৰেৰে হাত চলালে। আজি দুদিন হ'ল চুলিত তেল নপৰাৰ। জবাকুসুম তেল ভাল পায় তেওঁ। বনমালীৰ বটলটো উদং হৈছে। যোৱাৰ সময়ত শিৱসাগৰৰ পৰা কিনি নিব লাগিব।

আঃ সেইকাৰণেই মূৰৰ তালু তপত হোৱা যেন লাগিছেনে? চুলিৰ ওপৰেৰে কেইবাবাৰো হাত চলালে তেওঁ। বিলৰ সিপাৰে কোনো ঐতিহাসিক সৌধৰ দৰে মূৰ তুলি উঠা বঙলাটোলৈ চাই পঠিয়ালে। এই বঙলালৈকে যেতিয়া দেৱবালা বাস কৰিবলৈ আহিব, তেতিয়া তেওঁৰ কোলাত এধানি কেঁচুৱাও থাকিব।

সন্তান! যাদৱপ্ৰসাদ-দেৱবালাৰ সন্তান!

কিন্তু কি হ'ব সেই সন্তান?

ল'ৰা নে ছোৱালী, ছোৱালী নে ল'ৰা?

০ ০ ০ ০ ০ ০ ০

দেৱবালাক পঞ্চামৃত খুওৱাৰ পৰ্ব সমাধা হ'ল। আজি কেইবাদিনো ইয়াত অতিবাহিত কৰি সাবিত্ৰী দুৱৰা ঘৰমুৱা হ'ব লৈছে। নিকুঞ্জলতাই বিয়নীয়েকৰ হাতত ইটোৰ পাছত সিটোকৈ টোপোলা তুলি দিছে। জীয়ৰীৰ ঘৰৰ পৰা ভাৰে-ভেটীয়ে উভতিবলৈ দেৱবালাৰ মাতৃ যে সামান্য সংকুচিত। হাঁহি মাৰি ক'লে তেওঁ—

এইখন ঘৰৰ পৰা চাহপাত এমুঠি গ'লেই যথেষ্ট, অতখন যোগাৰনো মিছাতে কেলেই?

নিকুঞ্জলতাৰ মুখ উজ্জ্বল হৈ উঠে।

একো নামাতে তেওঁ।

যোৱাৰ সময়ত দেৱবালাক আদৰ কৰি মাকে চকু চলচলীয়া কৰিলে। অকণমায়েতো কান্দিয়ে পেলালে। যাদৱপ্ৰসাদৰ কাণত পৰাকৈ সাবিত্ৰী দুৱৰাই উচ্চাৰিলে—

একো আওভাও নোপোৱা ছোৱালী। সাৱধানে ৰাখিব লাগিব, প্ৰতিটো খোজতে চকু দিব লাগিব। এনেও নতুন মানুহৰ ভয় বাঢ়ে।

যাদৱপ্ৰসাদে তললৈ চাই ৰ'ল। দেৱবালা তেওঁৰ প্ৰাণৰ পুতলী হিয়াৰ আমঠু। সোণৰ প্ৰতিমাৰ দৰে ৰাখিব তেওঁ।

দেৱবালাই শোৱনিকোঠাৰ খিৰিকীৰ শলখাত হাত থৈ এদিন দুদিনকৈ কেইবাদিনো পদুলিমুখলৈ চাই ৰ'ল। এইবাটে গুচি গৈছে মাক-ভনীয়েক। এইবাটে কাইলৈ পৰহিলৈ গুচি যাব যাদৱপ্ৰসাদো। তেওঁ বৈ যাব ইয়াত।

হয়, তেওঁ অকলেই বৈ যাব এই কোঠাৰ মাজত।

দুয়ো নয়ন চকুলোৰে উপচি পৰো যেন হ'ল।

কিন্তু হঠাৎ পেটৰ ভিতৰত এক আলোড়ন। ততাতৈয়াকৈ পেটত হাত দি খিৰিকীমুখৰ পৰা আঁতৰি বিছনাত বহি পৰিলহি তেওঁ।

নাই, একো নাই।

নবৌ, পাভৈৰ মাক আহিছে, লেটা কাটিব খুজিছে, এইবাৰ তোমাৰ ভাগৰ মুগা ৰিহাত কেচ বাছিব নিদিবা কিন্তু।

কথা কৈ কৈ কোঠালৈ সোমাই অহা মাখনীয়ে দেখিলে দেৱবালা কিবা ভাবনাত আচ্ছন্ন।

কি ভাবিছা নবৌ?

হুঁ?

বোলো ইমানকৈনো কি ভাবিছা?

হাঁহিলে দেৱবালাই, ক'লে—

চকু মেলি মেলিয়ে ডাঙৰ ৰভা এখন দেখিছো, দৰা-কইনা এহালকো। দৰা প্ৰফুল্ল বৰুৱা আৰু কইনানো কোন, সেইটোহে ধৰিব পৰা নাই।

মাখনী ৰঙা-ছিঙা পৰি গ'ল।

দেৱবালাক তাতে এৰি নিমিষতে বাহিৰলৈ দৌৰ মাৰি ওলাই গ'ল তাই।

দেৱবালাও কোঠাৰ পৰা ওলাল। চোতালত আটায়ে ৰিহাৰ ফুল-নক্সাৰ কথাত ঘোৰ খাই পৰিছে।

পুতলী ক'ত?

দেৱবালাই কনকলতাকে সুধিলে। উত্তৰত কনকলতাই মিচিকিয়ালে মাথোন। ওখ-পাখ কনকলতাৰ হাঁহিত প্ৰায়ে ডিঙিটো সামান্য হেলনীয়া হৈ যায়। অন্যৰ কথা নাজানে, দেৱবালাৰ কিন্তু ভাল লাগে। ডায়'চেছনত পঢ়িবলৈ যাওঁতে তেওঁ মাহীয়েক ৰাজবালা দাসৰ আঙুলিত ধৰি গৈছিল। হোষ্টেলত যিগৰাকী আয়াক ৰাজবালাই দেৱবালাৰ আঙুলিটো সঁপি দিছিল, সেইগৰাকী যথেষ্ট ওখ মহিলা আছিল। তেৰোঁ থেৰোগেৰোকৈ বৈ থকা দেৱবালালৈ চাই এনেদৰে ডিঙি হেলনীয়াকৈ হাঁহিছিল। প্ৰায়ে হাঁহিছিল। আঃ নিজ মাতৃৰ দৰে সেই মমতাময়ী।

দেৱবালা অতীতলৈ উভতি যায়।

অতীতলৈ মানুহ যেতিয়া উভতি যায়, সেই পথ হৈ উঠে মাৰ্বলৰ দৰে মসৃণ। সেই মসৃণতাতে কেতিয়াবা খোজ পিছলে, মনত পৰে অতীতৰ দুখস্মৃতি। কেতিয়াবা সুচলভাৱে চলে খোজ, তেতিয়া এনে লাগে যেন অতীত সদায়ে মধুৰ। যেন সেই অতীততে বৈ যাব পৰা হ'লেই ভাল আছিল।

খিৰিকীৰ ফাঁকেৰে দিগন্তলৈ দৃষ্টি এৰি দিয়া দেৱবালাৰো মনৰ অভ্যন্তৰত এতিয়া এনে ভাব কিছুমানে অহা-যোৱা কৰিবলৈ ধৰিলে। অহ্ সেই সময়! ডায়'চেছনত

শিক্ষাগ্ৰহণ কৰি থকাৰ সময়ছোৱা। ওঁঠৰ ওচৰত ধৰা ট্ৰাম্পেটৰ সুৰ যেতিয়া ক্ৰমশঃ আকাশমুৱা হৈ গৈ থাকিছিল মনলৈ এবাৰো অহা নাছিল থিয় হৈ ৰোৱা পৃথিৱীখনৰ কথা। যেন পৃথিৱী-সমাজ-ঘৰ-পৰিয়াল, এইবোৰ একোৱে অস্তিত্বই নোহোৱা হৈ গৈছিল...।

ৰৰমাই।

খৰধৰকৈ দেৱবালা বাস্তৱলৈ উভতি আহে। চকুত চকু থোৱাৰ প্ৰস্তুতিৰে এয়া একেবাৰে সমুখত যাদৱপ্ৰসাদ। মূৰ তুলি চালে দেৱবালাই। একেবাৰে সৰু ছোৱালী এজনীৰ দৰে অজলা দৃষ্টিৰে পতিলৈ মূৰ তুলি চোৱা দেৱবালাক যাদৱপ্ৰসাদৰ বুকুত সুমুৱাই ধৰি ৰাখিবৰ মন গ'ল। আহিব ধৰা সন্তানৰ জননী হ'বলৈ গৈ আছে এই নাৰী। তেওঁৰে সন্তানৰ জননী। কিমানখিনি শাৰীৰিক যাতনাৰ মুখামুখি হ'ব লাগিব তেওঁৰ পত্নী, যাদৱপ্ৰসাদে নাজানে। ওহ্, অনুমানো কৰিব পাৰেনে কোনোবাজন স্বামীয়ে? যাদৱপ্ৰসাদৰ দৰে মৰমিয়াল স্বামীয়ে?

দেৱবালাই স্বামীৰ মুখলৈকে চাই ৰ'ল খন্তেক। তাৰপাছতহে কোঠাৰ ইটো-সিটোলৈ দৃষ্টি বগৰালে। হয়তো, তেওঁচোন চোতালতহে আছিল, ঘৰৰ মহিলাসকলৰ মাজৰে এজনী হৈ। পাভৈৰ মাকক বেৰি ধৰি ৰিহাৰ কথা-বতৰা পাতিবলৈ লৈছিল, এইখিনি পালেহি কেতিয়া?

কিবা এটা মনত পৰাৰ দৰে হাঁহি পেলালে দেৱবালাই। যাদৱপ্ৰসাদে লাহেকৈ সুধিলে—

কি হ'ল?

আকৌ হাঁহিলে দেৱবালাই। কি যে হৈছে তেওঁৰ আজিকালি? চোতালত ৰিহাৰ কেচবছা নক্সাৰ আঁত ধৰি কথা-বতৰা চলি আছিল। তেওঁৰ হঠাতে মনত পৰিল কাঠৰ আলমাৰিত সোমাই থকা বিশেষ এখন ৰিহাৰ কথা। সেইখন তেওঁৰ খুবেই পছন্দৰ। সেয়েহে চোতালৰ মেল এৰিততাতৈয়াকৈ তেওঁ কোঠাত সোমাইছিলহি আলমাৰি খুলি ৰিহাখন উলিয়াই নিব বুলি। পাছে কথা সিমানতে ৰ'ল। আজিকালি শৰীৰৰ ভাৰ বঢ়া যেন লগা হৈছে। অলপ ইফাল-সিফাল কৰিলেইচোন কিবা ভাগৰ লগাদি লাগে।

এৰা, ভাগৰৰ উশাহ সলাবলৈকে খন্তেক বৈছিলহি তেওঁ ইয়াত। খিৰিকীৰে চাইছিল দূৰ-সুদূৰলৈ। এনেতে হঠাতে যাদৱপ্ৰসাদ।

কি হ'ল, মিচিক-মাচাক হাঁহি যে?

যাদৱপ্ৰসাদৰ এই কথাত লাজ কৰিলে মানুহগৰাকীয়ে। তললৈ মূৰ কৰি ওৰণিখন টানি ল'লে।

# চৈধ্য

মই ডাক্তৰী পঢ়িম বুলি ভাবিছো, নবৌ।

পুতলীৰ কথাত দেৱবালাই তাইলৈ মনোযোগেৰে চালে, কপাললৈকে গজা লহপহীয়া চুলিৰ পুতলী। দেখাতো স্বাস্থ্যৱতী। খোজটোও কিবা ডেকা ল'ৰাৰ দৰে। গজং গজংকৈ যায়। ছোৱালীজনীৰ পেটত এটা, মুখত এটা নাই। এতিয়া শকত-আৱত হাত দুখনেৰে তাই যঁতৰত মহুৰা ফুৰাই আছিল।

সূতা ছিগিছিল নেকি, যঁতৰ ফুৰণি খন্তেকলৈ ৰখোৱাই পুতলী গোটেই মানুহজনী সমুখলৈ হাওলি গ'ল। কাষৰ মূঢ়াত বহি কুৰুচা কাঠীৰে শৰাই ঢাকনী গুঁঠি থকা দেৱবালাৰো হাত বৈ গ'ল।

আকৌ ক'লে পুতলীয়ে,

ভবা বুলিলে ভুল কোৱা হ'ব। আচলতে প্ৰায় থিৰাংেই কৰি পেলাইছো।

পঢ়া, ভাল হ'ব।

ভাল হওক নহওক পাছৰ কথা। কিন্তু পঢ়িবই লাগিব অন্ততঃ বৰবৌৰ কাৰণেই।

দেৱবালাই পুতলীৰ হাত দুখনিলৈকে চাই ৰ'ল। চোতালৰ একাষৰ নাৰিকলজোপাৰ পাতৰ ফাঁকেৰে আগবেলাৰ ৰ'দ সৰকি আহি সেই হাতত পৰিছিল। টুকুৰা-টুকুৰ ৰ'দৰ বাখৰো হাত দুখনিৰ সঞ্চালনৰ লগে লগে ইফাল-সিফাল কৰিবলৈ ধৰিলে। একেবাৰে দুগছি ভিন্দাকাৰ জৰী সন্ধিয়াৰ চাকিৰ পোহৰত লৰিচৰি থকা যেন লাগিল।

দেৱবালাৰ দৃষ্টি নাৰিকলজোপাৰ গুৰিটোতে ৰ'লগৈ। তেওঁৰ ককায়েকো এতিয়া মেডিকেলৰ ছাত্ৰ। কি খবৰ তেওঁৰ?

যঁতৰ ফুৰণিৰ হৰহৰণি বাহিৰ হ'ল। সিদিনা মাত্ৰ বিমলীয়ে তেল-তুল দি শব্দহীন কৰি পেলাইছিল যঁতৰটোক, এতিয়া আকৌ হৰহৰণি উঠিছে দেখোন।

বৰবৌৰ কাৰণেই ডাক্তৰী পঢ়িব লাগিব মই। দিনে-নিশাই তেওঁৰ মুখত এই একেটা কথাই। তাঁতসূত কি শিক-নিশিক নেজানো, কিন্তু তই ডাক্তৰণী হ'বই লাগিব। বছৰি ল'ৰা-ছোৱালী ওপজাবলৈ গৈ আমাৰ তিৰোতা মানুহৰ কমখন নাকনি-কাণনি হয়নে? মতা ডাক্তৰ আহে, লাজ-কাজ চব পুৰি খাইছো। খাছীয়া নাৰ্ছ আহে, দকচা হাত। দিখৌৰ সিপাৰৰ ধাই আহে, সেই আইহঁতৰ যুগৰে নিয়মেৰে সকলো সামৰে। এনেকৈ আৰু নহয় পুতুলী, আমাৰ যি হ'ল হ'ল আৰু, পাছৰ মাকবোৰৰ বাবে ডাক্তৰণী লাগে। আমাৰ মাজৰে লেডী ডাক্তৰ। তোৰ ওপৰত মোৰ ভাৰসা আছে, তই পাৰিবি, পঢ়।

হৰহৰণি তুলি যঁতৰটো ঘূৰি আছিল। দেৱবালাই পুতলীৰ হাত দুখনিলৈকে চাই

ৰ'ল। হয়, এই দুখনি হাতত ডাক্তৰী সৰঞ্জাম একেবাৰে খাপখাই পৰিব। কিন্তু এইকথা প্ৰকাশ কৰিব তেওঁ নেজানে। পুতলী ডাক্তৰ কি, তাতোকৈও কিবা ওপৰলৈ গ'লে তেওঁ অসন্তোষ কৰিবলগা একো নাই। বৰঞ্চ ভালহে লাগিব। গৌৰৱ কৰিব পৰাকৈ আনন্দিতহে হ'ব।

এই কথাও প্ৰকাশ কৰিব লাগেনে?

প্ৰকাশ নকৰিলে নুবুজিবই নেকি পুতলীয়ে?

এনে কিয় লাগিছে, পুতলী যেন তেওঁৰ ওপৰত সামান্য অসন্তুষ্ট! অস্! ভাবে নেকি তাই, তাইৰ পঢ়াশুনা অধিক হোৱাটো তেওঁ নিবিচাৰে বুলি? বিয়াৰ পাছতে কইনা চাবলৈ অহা কোনোবা এগৰাকীয়ে যে তেওঁ ডায়'চেছনৰ ছাত্ৰী বুলি শুনি আনন্দিত হৈছিল, সেই মুহূৰ্তত যে ক'লা পৰি গৈছিল পুতলীৰ মুখ, কিয়? কি ভাবে তাই? কাণসমনীয়া দেৱবালাই তাইৰ তুলনাত অধিক কৃতিত্ব দাবী কৰিব?

কিন্তু কোনোধৰণৰ ভাব প্ৰকাশ হ'বলৈ নিদি দেৱবালাই হাতৰ কুৰুচাকাঠীত মন দিয়াৰ চেষ্টা কৰিলে। সিদিনা অকণমাইৰ হাতত ভালমায়ে পূৰণি চিলাইৰ নক্সা থকা সৰু কিতাপ এখনি দি পঠিয়াইছিল। পিচে বেজী-সূতা ল'বলৈ মন নাই তেওঁৰ।

জুনুক্‌কৈ চিচা চুৰী এজাপ বাজি উঠিলত দেৱবালাই পাছলৈ ঘূৰি চালে। আদৰমণি। তাই যেন তেওঁ ঘূৰি চোৱালৈহে বাট চাই আছিল। একেলগে হাতৰ ঠাঁৰেৰে ভিতৰলৈ মাতি থৈ নিজেও উভতিল।

দেৱবালা খন্তেক ৰ'ল। তাৰপাছত আঁঠু দুটাত ভেজা দি উঠি তাই গৈ থকা ফালেই যাবলৈ ধৰিলে। গৈ গৈ দুয়ো দেৱবালাৰ কোঠাত সোমালগৈ।

কি হ'ল আদৰমণি?

তাই ফিক্‌কৈ হাঁহি পেলালে। ইফালে-সিফালে চাই বুকুৰ মাজৰ পৰা নিচেই কণমানি ফটো এখন উলিয়ালে। শ্ৰীকৃষ্ণৰ ছবি। নিচেই কণমানি, জুইশলা বাহটোৰ সমান।

সেইখন তাই দেৱবালাৰ হাতত গুঁজি দিয়াৰ দৰে দিলে। দুয়ো দুয়োৰে চকুলৈ চালে। পাছমুহূৰ্ততে আদৰমণিয়ে আঁচলেৰে মুখত সোপা দি লাজকুৰীয়া হাঁহি মাৰি একেদৌৰে চোতাল পালেগৈ।

দেৱবালাৰো দুয়োগাল লাজৰ সেন্দূৰী চোঁৱৰে চুই থৈ গ'ল, হাতৰ কুৰুচাকাঠী পালেঙত থৈ তেওঁ ফটোখনি চাবলৈ ধৰিলে। এবাৰ ওচৰৰ পৰা, এবাৰ দূৰৈৰ পৰা। তাৰপাছত সেইখন বুকুত সাবটি পালেঙত বাগৰি দিলে।

আঃ সঁচাকৈয়ে আহি আছে নেকি এনে এটি শিশুৱেই? ঠিক এনে এটি শিশুৱেই?

দুয়ো চকু মুদি ধৰিলে তেওঁ। বহু দূৰ-দূৰণিৰ পৰা যেন এজাক সৰাপাত শুকান বাটেৰে বাগৰি বাগৰি উৰি আহিব ধৰিছে। খচ্‌মচ্ খচ্‌মচ্ নিৰৱচ্ছিন্ন শব্দ। যেন হাজাৰ গাভৰুৱে মুগাৰ নতুন মেখেলা পিন্ধি জাকপাতি আহিব ধৰিছে। আহি আছে আগুৱাই!

লাজ লাগি গ'ল দেৱবালাৰ। শিতানৰ গাৰু এটাতে মুখখন গুঁজি দিলে তেওঁ।

আঃ শিতানৰ গাৰুনে?

এক বুজাব নোৱৰা অদ্ভুত আনন্দময় আৰু সুখানুভূতিৰে দেৱবালাৰ বুকু ভৰি গ'ল। ভৰি উঠিল মানুহগৰাকীৰ ভিতৰ বাহিৰ সমস্ত।

এনেকৈয়ে চাগে' প্ৰতিটো ঋতুতে একো একোজোপা তগৰ ভৰি উঠে, শেৱালি ভৰি উঠে। ফুল ফুলিলে যিমান সৌন্দৰ্য প্ৰকাশ পায়, তাৰ প্ৰকৃত কৃতিত্ব দাবী কৰে গছজোপা ফুলাৰ প্ৰস্তুতিয়েহে। এৰা, অগণন কলিৰে ওপচা তগৰজোপাৰ সৌন্দৰ্য যেন একেবাৰে স্বৰ্গীয়। একেবাৰে বিশ্বাসযোগ্য প্ৰতিশ্ৰুতিভৰা।

সঁচাকৈয়ে দেৱবালাও এজোপা ঋতুজাত ফুলগছ হৈ উঠিল। অগণন কলিৰে ওপজা প্ৰতিশ্ৰুতিময় গছ এজোপা। চোতালত আলহীৰ মাতকথা শুনা গ'ল। নিকুঞ্জলতাৰো মাত শুনা গ'ল। কথাৰ মাজতে প্ৰতিভাৰ কাহ শুনা গ'ল। ধীৰে ধীৰে কথা-বতৰাবোৰ পাছবাটেদি বাহিৰৰ ফালে গৈ থকাৰ উমান পোৱা গ'ল।

গাৰুতে মুখ গুঁজি থকা দেৱবালাৰ কাণত এই সকলোবোৰ পৰিলহি যদিও শয়নভংগিমা সলনি কৰা বা তাৰপৰা উঠি যোৱাৰ কোনো তাড়না তেওঁ অনুভৱ নকৰিলে। বুকুৰ মাজৰ উখল-মাখলে এই সকলোবোৰ হেঁচি ধৰি থাকিল।

উখল-মাখল? দেৱবালাৰ ভিতৰৰ উখল-মাখল? হয়, বুকুত শ্ৰীকৃষ্ণৰ হাঁহিমুখীয়া প্ৰতিচ্ছবি আৰু তেওঁ-কোঁ কোঁৱাই উভতি গৈছে অতীতলৈ। দুডলীয়া বেণী গুঁথি ডায়'চেছনৰ সংগীত প্ৰতিযোগিতাত অংশগ্ৰহণ কৰিছে, গীত গাইছে, চেতাৰ বজাইছে, জাউৰি জাউৰি হাতচাপৰিৰ মাজেৰে মঞ্চৰ পৰা নামি আহিছে, আৰু অন্য এদিন উঠি গৈছে মঞ্চলৈ, মঞ্চত শিক্ষাগুৰুৰ মাজত বহি আছে কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰ। হয়, সৌৱা নিচেই কম বয়সীয়া দেৱবালা পুনৰ উঠি গৈছে মঞ্চলৈ, হাতচাপৰিত হুলস্থুল, সৌৱা তেওঁৰ হাতত কবিগুৰুৱে গুঁজি দিছে সোণৰ মেডেল— গানত প্ৰথম, চেতাৰত দ্বিতীয় স্থান। সংগীত সংঘই আগবঢ়োৱা গোকুল বড়াল সোণৰ মেডেল। এৰা, সোণৰ মেডেল। জুইশলা বাহটোৰ সমান ৰেশমী কাপোৰেৰে মেৰিওৱা বাকচত সোমাই থকা সোণৰ মেডেল। যাৰ বুকুত সূক্ষ্ম কাৰুকাৰ্যখচিত সৰস্বতীৰ বীণাধাৰিণী ৰূপ। আঃ কি কৰিছে দেৱবালাই পুৰস্কৃত ৰাতিটোত! ডায়'চেছনৰ ওপৰ মহলাৰ ছাত্ৰীনিবাসৰ অকলশৰীয়া বিছনাত বাগৰি কি কৰিছে তেওঁ? বুকুত সাবটি সেই মেডেল গাৰুত মুখ গুঁজি পৰি আছে দেৱবালা। ফুলেৰে জাতিষ্কাৰ হ'ব খোজা প্ৰতিশ্ৰুতিময় গছ এজুপি হৈ পৰি আছে দেৱবালা।

কিমানপৰ থকা যায় গাৰুত মুখ গুঁজি?

উশাহ হেঁচি?

তেওঁ চকুযুৰি নেমেলাকৈয়ে মুখখন একাষে ঘূৰালে। হাত এখনেৰে বুকুৰ মাজত লৈ থকা ক্ষুদ্ৰাকৃতিৰ ফটোখনেও সামান্য লৰচৰ কৰি উঠিল।

আঃ ফটো নে গোসাঁই ঈশ্বৰ?

নে সোণৰ মেডেল?

নে আহিব ধৰা শিশুটি?

একো ধৰিব নোৱৰা অৱস্থা। সকলোবোৰ একাকাৰ হৈ গৈছে। একাকাৰ হৈ গৈছে সকলোবোৰ...।

০ ০ ০ ০ ০ ০ ০

বনমালীৰ পৰা গোসাঁইবাৰীলৈ যাওঁ বুলি বঙলাৰ বাহিৰ হৈছিলহে যাদৱপ্ৰসাদ, কোনোবা এটাক ঢপলিয়াই অহা দেখা গ'ল।

কি হ'ল?

যাদৱপ্ৰসাদৰ কাষত বৈ যোৱা মানুহটোলৈ চাই সুধিলে তেওঁ। মানুহটোৰ মূৰত খদ্দৰৰ টুপী, গাত খদ্দৰৰ চোলা। কেৱল পোছাক-পৰিচ্ছদতহে নালাগে, গোটেই মানুহটোৱেই ধূলিৰে ধূলিময়। কোনোবাই যেন দৌল উৎসৱৰ ফিচ্‌কাৰীত ধূলি ভৰাই লৈ ধূলিৰ ফিচ্‌কাৰী মাৰি বুৰাই পেলাইছে তাক। বহুদূৰ লৰৰি আহিছে নেকি। এতিয়া যাদৱপ্ৰসাদৰ ওচৰত ৰওঁ বুলিও ৰ'ব পৰা নাই। হামখুৰি খাই পৰিব খোজাৰ দৰে অৱস্থা।

আকৌ সুধিলে যাদৱপ্ৰসাদে—

কি হৈছে?

অৱশ্যে সেইজননো কোন, এই প্ৰশ্ন তেওঁ নকৰিলে। কৰিবৰ আৱশ্যকো নাছিল। মানুহটোৰ বেশভূষাই তেওঁ যে এজন ভলণ্টিয়াৰ, সেই কথা প্ৰমাণ কৰিছিল।

ইন্দ্ৰ ককাইদেৱে আপোনালৈ সৰু খত এডুখৰি দি পঠাইছিল, ভাটিফালৰ গাঁৱৰ মাজেৰে চমু বাটে পোনাইছিলো মই, চোপ লৈ থকা কানীয়াই পাণকুটা গড় ফৰ্মুটিয়াই পঠিয়াইছে।

যাদৱপ্ৰসাদ গম্ভীৰ হৈ পৰিল। মানুহটোলৈ আকৌ এবাৰ চালে। অলপধতুৱা অনেক মানুহ, কিন্তু দেশপ্ৰেমৰ উত্তাল তৰংগেৰে বিধৌত হৈ থাকে। এইজনো তাৰ মাজৰে এজন বুলি ঠাৱৰ কৰিব পৰা যায়।

লাহেকৈ সুধিলে তেওঁ,

সেইডুখৰি হ'বলা যেনেতেনে আপোনাক পৌছাবলৈ দায়িত্ব দিছিল?

মোক নহয়, কনক গগৈক দিছিল। ফলা বাঁহৰ চোঁচ সোমাই তেওঁৰ ভৰিৰ তলুৱা পকি গৈছে, উখহি ভিন্দাকাৰ। তথাপি আদ্‌বাটলৈকে আহি কাৰ্যটি মোকে সঁপিলে।

হ'ব বাৰু। পাছে খত ডুখৰি?

মানুহটোৱে হাতযোৰকৈ কাওবাও কৰি উঠিল, কিবা যেন ক'ব। কিন্তু কি ক'ব, সি একো আঁত বিচাৰি নোপোৱাৰ দৰে হ'ল।

হাত এখন দাঙি মানুহটোক আশ্বস্ত কৰিবলৈকে ক'লে যাদৱপ্ৰসাদে,

হ'ব বাৰু, হ'ব। পাছে সংবাদ বা কি আছিল, সেইটি গম পোৱা হ'লেও হ'লহেঁতেন।

এই কথা শুনা মাত্ৰকে তৰাং পানীত থকা ভেকুলীয়ে বাৰিষাৰ বৰষুণ পোৱাৰ দৰে জঁপিয়াই উঠিল। খন্তেকৰ আগৰ অনুতাপৰ চিহ্ন তাৰ মুখত লেশমানো নোহোৱা হৈ গ'ল। শিশুৰ দৰে উত্ৰাৱলকণ্ঠে কৈ পেলালে সি,

জানো জানো, সেই সংবাদটি মই জানো। আপোনাসৱে খালৈঘোগোৰা মৌজাৰ পহিলা গাঁৱত বুৰ মাৰিলে অহা সাদিনৰ ভিতৰত সোপাসোপে কানিৰ সন্ধেদ পাব পৰাৰ সংবাদ আছিল তাত। সত্ৰৰ শিচ দুজনমানৰ ঘৰতে লুকাই থোৱা হৈছে কানিৰ বড়ি। ভঁৰালৰ তলত দ'মাই থোৱা কলৰ থোকৰ মাজত।

যাদৱপ্ৰসাদে হাত এখন দাঙি দিলে। মানুহটোৰ কথা বৈ গ'ল। বঙলালৈ মুখ কৰি ঘূৰিল তেওঁ। কোনটো মৌজাত কানিৰ কিমান প্ৰচলন, কোনখন গাঁৱৰ কেইটা চুবুৰি কানিৰ নিচাই নুৰিয়াই পেলাইছে, এইবোৰৰ খতিয়ান ল'বলৈ যাওঁতে ভলণ্টিয়াৰসকলক কোনে জানো অ-দেখা আঙুলিৰে নিৰ্দেশো দি দিলে কানি বিচাৰি-খোঁচাৰি নিৰ্মূল কৰিবলৈ।

যাদৱপ্ৰসাদ বিষণ্ণ হৈ পৰিল।

কি হ'ব অসমখনৰ? কি হ'ব জাতিটোৰ?

গোটেইখন যে নিচাৰ সমুদ্ৰত ব'ঠা নোহোৱা নাৱৰ দৰে টলং-ভটং, টলং-ভটং।

ভলণ্টিয়াৰজনে যাদৱপ্ৰসাদক অনুসৰণ কৰিলে। দুয়ো বঙলাত সোমালগৈ।

বনমালীত হাতী ওলোৱাটো দৈনন্দিন কাণ্ড হৈ পৰিছে। গোসাঁইবাৰীৰ সীমা খহিব ধৰিছে। মধুটিং গ্ৰাণ্টৰ মাটিখিনিলৈ মন-কাণ দিবলৈ ছেগ নোপোৱাৰ দৰে অৱস্থা।

অঃ অত্যন্ত ব্যস্ততা।

কানি খোৱাইতক দেখিলে বুকু হম্‌হমাই যায়। পদ্ম চলিহাৰ গীত আৰু ভলণ্টিয়াৰহঁতৰ মুখৰ জ্যোতি দেখিলেহে উশাহ স্বাভাৱিক হয়। হয়, ভাল দিন আহি আছে। অদৃশ্যৰ ফেৰত কানিৰ ভাৰ তললৈ যাবই যাব। ভাল দিন আহিব, আহি আছে।

চিগাৰেট এটা জ্বলাই ল'লে যাদৱপ্ৰসাদে।

ভলণ্টিয়াৰ বাপুৱে হাত-মুখ ধুই জলপান মুখত দিছে। মানুহজনৰ বাবে থকা-খোৱাৰ ব্যৱস্থা কৰি দি এটা সময়ত যাদৱপ্ৰসাদ কামলৈ যাবলৈ সাজু হ'ল।

জলপান খাই থকাৰ পৰাই ভলণ্টিয়াৰ বাপুৱে মাতিলে—

মই এঘণ্টামানতে দিচাঙৰ সিপাৰ পামগৈ।

কাইলৈ গ'লেও হ'ব।

কথাষাৰ কৈয়ে যাদৱপ্ৰসাদ বঙলাৰ বাহিৰ হ'ল। একেবাৰে উৰুঙা এই ঘৰ, এই স্থান। দেৱবালা ইয়াত নাই। যাদৱপ্ৰসাদৰ দীৰ্ঘনিশ্বাস বাহিৰ হ'ল। কেনে আছে মানুহজনী?

# পোষ্কৰ

কেইবামাহো পাৰ হৈ গৈছে। গ্ৰীষ্মৰ প্ৰখৰ উত্তাপত বাহিৰৰ পৃথিৱীত বগাই ফুৰা সৰীসৃপবোৰে পুনৰ গাঁতত সোমোৱাৰ আয়োজন চলাইছে।

দেৱবালাৰ শৰীৰো গধুৰ হৈ আহিছে। শৰীৰৰ ভিতৰত আৰু এটি শৰীৰৰ সঞ্চালন চলি আছে। দিনকদিনে বাঢ়ি আহিছে। পেটৰ শিশুটিয়ে হাত-ভৰি মাৰে নে এণ্ডামুৰিয়েই দিয়ে? নিয়মমাফিক দিখৌৰ সিপাৰৰ ধাই আহি আছে। খাছী নাৰ্ছ অহা-যোৱা কৰিছে। নাড়ীস্পন্দন ঠিকে আছে, শিশুৰ সঞ্চালন ঠিকে আছে।

মধুটিং গ্ৰাণ্টলৈ যাদৱপ্ৰসাদে অহা-যোৱা কৰাৰ কথা ভাবিছে। আগতকৈ সঘনাই নহ'লেও দিখৌপাৰলৈ যেতিয়াই আহে তেওঁ নিশাটোৰ বাবে ৰৈ যায়।

হাতখন দিয়কচোন।

দেৱবালাৰ পতিৰ হাত এখনত সন্তানৰ সঞ্চালন অনুভৱ বিয়পে। পত্নীৰ উদৰত হাত থৈ চকুযুৰি মুদি পেলায় যাদৱপ্ৰসাদে। কি হ'ব তেওঁলোকৰ সন্তান?

আজি পাভৈৰ মাকে চোতালত চাউল থৈ মঙল চাইছিল। ল'ৰা হ'ব হেনো।

দেৱবালাৰ মাত-কথাত এতিয়াও শিশুমতীয়া হাব-ভাব। হাঁহি পেলালে যাদৱপ্ৰসাদে। হাতখন আঁতৰাই ওপৰমুৱাকৈ শুই ক'লে তেওঁ,

ল'ৰাই হওক বা ছোৱালীয়েই হওক, যি হ'ব আমাৰে হ'ব বৰমাই!

বৰমাই!

আঃ এনে কি অমৃত সনা থাকে এই মাতষাৰত?

দেৱবালা একেবাৰে জুইৰ ওচৰত থোৱা ঘিউ এবাটিৰ দৰে গলি যায়। পতিৰ বুকুত মুখখন গুঁজি অফুট মাতে উচ্চাৰিলে,

ইমান যে ৰহস্য! মই নিজে লৈ ফুৰা শিশুটো ল'ৰা হ'ব নে ছোৱালী হ'ব, মই নিজেই নাজানো।

দুদিন ৰ'বা, জানিবৰ হৈছেহিয়ে।

সোনকালে হ'ব লাগে আৰু, যি হয় হ'ব।

ধৈৰ্য ধৰা।

গাটো যে কেনেকুৱা লাগি থাকে! ভৰি দুখনত প্ৰায়ে সিৰামুৰি ধৰে। ৰাতিটো শুবই নোৱাৰো, লৰচৰ কৰি থাকে।

এনে হয়েই। প্ৰত্যেক মাকৰে হয়।

ভাবিবই নোৱাৰো, মাইতে এইবোৰ বাৰে বাৰে কিমান সহ্য কৰিছে। কেনেকৈ পাৰিছে। কেতিয়াবাতো মোৰ হাহাকাৰ লাগি যায়। আজিকালি অৱশ্যে মূৰ ঘূৰণি নাই, বমি-চমিও নাই। তথাপি কিবাকিবি লাগি থাকে, সোনকালে আজৰি হ'বৰ মন গৈছে।

যাদৱপ্ৰসাদ নীৰৱে ৰ'ল।

ককায়েক তাৰাপ্ৰসাদৰ কোঠাৰ পৰা কান্দোন ভাহি আহিছে। আইমানুহ ডাঙৰ হৈছে, আইতাকৰ লগত শোৱে তাই। বোধকৰো ধনে কান্দিছে।

তেওঁ খন্তেক কাণ উনাই লৈ ক'লে,

ই ধনে কন্দা যেন লগা নাইনে?

ও হয়, সিয়েই। আজিকালি ৰাতি প্ৰায়ে আমনি কৰে।

কিয়, কি হৈছে তাৰ? গা-চা বেয়া নহয়তো?

দেৱবালাই বেৰৰ ফাললৈ মুখ কৰি বাগৰ সলাই ক'লে, যেন নক'লে নহয় কাৰণেহে ক'লে,

নহয়। গা ঠিকে আছে। মাকৰ গাখীৰ খাবলৈ লাগে, কেতিয়াবাৰ পৰা এৰুৱাবলৈ চাই আছে, নেৰেহে নেৰে।

যাদৱপ্ৰসাদৰ থূৰ্প খাই অহা চেলাউৰিযোৰ মুকলি হৈ পৰিল। এনেবোৰ সমস্যা তেওঁৰ অজানা নহয়। সৰু ভায়েক বিমলীক গাখীৰ এৰুৱাবলৈকে মাকে কমখন কৰিছিলনে? তিতাফুল সানি থৈছিল, দুবাৰমান জলকীয়াও। মুখ দিয়েই কান্দোনত সি গছৰ পাত সৰুৱাইছিল। এইটো কোঠাৰ বাৰাণ্ডাতে থিয় হৈ দেউতাক কালীপ্ৰসাদ চলিহাই হাত দুখন পাছলৈ কৰি চিন্তিত মনেৰে ৰৈছিল। ৰৈ ৰৈ যেন নুমলীয়া পুত্ৰৰ তালফাল কান্দোনহে শুনিছিল।

পিতৃদেৱতালৈ মনত পৰাত যাদৱপ্ৰসাদ উদাস হৈ পৰিল। প্ৰায়ে এনে অনুভৱ। কালীপ্ৰসাদ চলিহাও আছিল উদাসীন ধৰণৰ ব্যক্তি। আঃ কোনোবাই কাহানিবা দেখিছিলনে তেওঁক ভালকৈ হাঁহি মৰা? হাঁহিছিলনে কেতিয়াবা তেওঁ প্ৰাণখুলি?

যাদৱপ্ৰসাদে আন্ধাৰতে পত্নীলৈ মুখ ঘূৰাই চালে।

এৰা, অনেক দিনেই হৈ গ'ল দেৱবালাৰ মুখত হাঁহি নেদেখা।

খিল্‌খিলনি নুশুনাৰ।

অৱশ্যে বৰ বেছিদিন অপেক্ষা কৰিবলগা নহ'ল দেৱবালাৰ হাঁহি চাবলৈ। ছেপ্টেম্বৰৰ এঘাৰ তাৰিখে দেৱবালাৰ কোলালৈ নামি আহিল সৰগৰ পাৰিজাত এপাহি। এজনী দেৱশিশু।

এৰা, দেৱবালা মাতৃ হ'ল।

যাদৱপ্ৰসাদ চলিহা এটি কন্যা সন্তানৰ পিতৃ হ'ল।

এইবাৰৰ দুৰ্গোৎসৱত চলিহা পৰিয়ালত আৰু এক নতুন সদস্য বাঢ়িল। দেৱবালাৰ জীয়ৰী— মায়া।

অশৌচীয়া সকাম-নিকাম হৈ যোৱাৰ পাছতো দেৱবালাই সাধাৰণ সদ্য পোৱাতীৰ দৰে ঘৰকৈ লৰিচৰি ফুৰিবলৈ মন নকৰা হ'ল। ঘৰ-ঘৰোৱাহে পাৰে মানে যতন লৈছে। কচুৰ জালুকীয়া খুৱাইছে, জীয়া মাছৰ জোল খুৱাইছে। তথাপি দেৱবালা সোটমোচ খোৱা পাটৰ চাদৰৰ দৰে নিষ্প্ৰাণ।

কিয়?

পতিৰ সমুখত এনিশা কান্দিয়ে পেলালে তেওঁ। প্ৰতি পুৱা বাহিৰ ফুৰিবলৈ যাওঁতে হাত কঁপে, ভৰি কঁপে, শৰীৰটোৱেই কঁপে। এৰা, ভয়ত। ভয়তে কঁপে দেৱবালা। কোষ্ঠকাঠিন্য আৰম্ভ হৈছে। ভীষণ কষ্ট।

পতিৰ সমুখত কান্দিয়েই পেলালে—

আজিকালি তেজো পৰিবলৈ লৈছে...।

যাদৱপ্ৰসাদ সেইফালেই থৰ লাগিল। খন্তেকলৈহে। তাৰপাছত নিজকে চম্ভালি লৈ সুধিলে,

ঘৰত কোনোবাই জানেনে? বগীধায়ে?

দেৱবালাই মূৰ জোকাৰিলে। জানে।

পত্নীক দুবাহুত ধৰি যাদৱপ্ৰসাদে পালেঙত বহুৱালে। লাহেকৈ সুধিলে,

একো দিয়া নাই? একো উপায়?

সেক দিয়ে।

আৰু? তেজ পৰাৰ কাৰণে একো ব্যৱস্থা নাই?

দেৱবালা নিৰুত্তৰ।

যাদৱপ্ৰসাদে স্বগতোক্তিৰ দৰে ভুনভুনালে—

ডাক্তৰৰ লগত কথা পাতিব লাগিব। নহ'লে পাইলছ্‌ হৈ যাবগৈ...।

পালেঙৰ কেঁচুবাটিয়ে খৰ্‌মৰাই উঠিছিল। বোধকৰো কাপোৰ তিয়াইছিল। দেৱবালাই সেইফালে হাত মেলিবলৈ গৈ গোটেই মানুহজনীয়ে হাওলি গ'ল। এইবাৰ যাদৱপ্ৰসাদে আগুৱাই কেঁচুবাটি তুলি ধৰি পত্নীক সহায় কৰি দিলে।

নতুনকৈ পিতৃত্বৰ গৌৰৱেৰে উজলি উঠা যাদৱপ্ৰসাদক এতিয়া তেনেই সেমেকি পৰা যেন দেখা গ'ল। পত্নীৰ স্বাস্থ্যৰ বাবে উদ্বিগ্ন হৈ উঠা দেখা গ'ল।

দেৱবালাৰ দৃষ্টিয়ে পতিৰ এই বিষণ্ণ ৰূপ নেদেখাকৈ নাথাকিল। আঃ এই বিষণ্ণতা! এই বিষণ্ণতাক ভয় কৰে তেওঁ। শহুৰ দেউতা স্বৰ্গীয় কালীপ্ৰসাদ চলিহা আছিল একেবাৰে

বিষণ্ণ পুৰুষ। ডাঙৰীয়া তাৰাপ্ৰসাদৰ মুখতো বিষণ্ণতাৰ প্ৰচ্ছায়াই সততে বিৰাজ কৰে। যাদৱপ্ৰসাদক এক সুকীয়া ব্যক্তিত্বৰে পাই আহিছে তেওঁ। দেৱৰ গুৰুপ্ৰসাদ উদাসীন ধৰণৰ আৰু বিমলীতো নিচেই সৰু।

আঃ! এই বিষণ্ণতা!

চলিহা পৰিয়ালৰ তেজত প্ৰবাহিত?

এই কথা মন কৰি দেৱবালা আশ্বস্ত হয় যে যাদৱপ্ৰসাদ এই বিষণ্ণতাৰ পৰিধিৰ বাহিৰত। কিন্তু হঠাৎ চকুত পৰে যে অসীমলৈ দৃষ্টি নিক্ষেপ কৰাৰ এক অদ্ভুত উদাসীনতা?

ভয় লাগে দেৱবালাৰ।

জীৱনটো মানুহে এবাৰেই পায়। ঈশ্বৰৰ কৃপাত এই জীৱন নদন-বদন। ইয়াৰ মাজত আকৌ উদাস হোৱাৰ কি প্ৰয়োজন? যি পাইছা তাতে সন্তুষ্ট থাকা। সুখী হোৱা।

পতিৰ মুখলৈ চাই সহজ মাতেৰে ক'লে দেৱবালাই—

চবেই কৈছে এনেকুৱা বোলে হয়েই।

হুঁ?

কষ্ট পোৱাটো চব মাকৰে বোলে হয়, পাছত ভাল হৈ যায়।

ওঁ, হ'ব পাৰে। জালুক খোৱাৰ কাৰণে...

কচু, কচু।

কচু খোৱাৰ কাৰণেও হ'ব পাৰে। শুনা বৰমাই, তোমাৰ যিয়েই নহওক মোক ক'বা।

কেতিয়ানো ক'ম, নাথাকেই।

থাকিম ৰ'বা। কাম অলপ বাঢ়িছে কাৰণেহে। তদুপৰি মেলাচকৰৰ বঙলাত লাগি আছো, ওলাবই অলপতে।

তালৈ আমি কেতিয়া যাম?

সোনকালেই। দুই-এমাহৰ ভিতৰতে।

তাত মই বেডমিণ্টন ক'ৰ্ট কটোৱাম, টেনিছো খেলিব পৰা যাব।

সেইবোৰ এতিয়াও নাভাবিবা, তোমাৰ স্বাস্থ্য প্ৰথম কথা। ঘৰৰ সমুখত ডাঙৰ লন থাকিব, আমাৰ ল'ৰা-ছোৱালীবোৰে দৌৰাদৌৰি কৰি খেলিব পাৰিব।

ক'তনো ল'ৰা-ছোৱালীবোৰ? আইমানুহ, ধন আৰু এইজনীহে।

ইহ্ কথা শুনা। অহা বছৰলৈ আমাৰ আৰু এটা নহ'ব নেকি?

হঠাৎ কি হ'ল?

শিৱৰ জঁটা ভেদি ফোৱাৰা মাৰি পঠিয়ালে যেন আবদ্ধ গংগাই। খিল্‌খিলাই হাঁহি দিলে দেৱবালাই। খিল্-খিল্, খল্-খল্, অবিৰাম কল্-কল্।

শৰৎ ঋতু। চাৰিওপিনে শেৱালিৰে ওপচা স্নিগ্ধতা। এনে সময়ত নিশাৰ জোনাক বৰ মনোৰম হৈ উঠে। আকাশলৈ মূৰ তুলি চালে এনে লাগে যেন সেইবোৰ তৰা নহয়, একো একোপাহ শেৱালিহে। দুখোজ মুকলিলৈ ওলাই গ'লেই এনে লাগে যেন বতাহ এজাক বলিলেই জৰ্‌জৰাই সৰি পৰিব তৰাৰ শেৱালিবোৰ।

চোতাল পাৰ হৈ বাৰীৰ ফালে যাবলৈ এনে এক মনোৰম নিশাতে দেৱবালা কোঠাৰ পৰা বাহিৰ হ'বলগা হ'ল। ঘৰৰ আটায়ে ভাত-পানী খাই শুইছে। কেইদিনমানৰ পাছতে ঘৰখন আলহীৰে ভৰিব। ঘট স্থাপন কৰি চণ্ডীপাঠেৰে দুৰ্গা গোসাঁনীক আৱাহন কৰা হ'ব। পূজা কৰা হ'ব। প্ৰাৰ্থনা কৰা হ'ব। বিজয়াৰ দিনা ঘাটলৈ গৈ উটুওৱা হ'ব। অনেক কামৰ প্ৰস্তুতি চলি আছে ঘৰখনত। দিনে নিশাই চলিছে। তেওঁ একোতে হাত উজাব পৰা নাই, পীৰা এখন পাৰি বহিব নোৱাৰে, কোষ্ঠকাঠিন্যই বিষ-যাতনাত ভোগাইছে। কেঁচুৱা ৰখা খাছী তিৰোতাজনীৰ হাততো সকলো কাম এৰিব নোৱাৰি। যাদৱপ্ৰসাদে কেইবাদিনো কৈছে— 'কং আনি দিছো, তুমি দুদিনমান জিৰণি লোৱা। সিহঁতে কেঁচুৱা প্ৰতিপালন ভালকৈয়ে কৰে।' এনে কথাৰ উত্তৰ নিদিয়ে দেৱবালাই। কিন্তু তেওঁ হাড়ে-হিমজুৰে উপলব্ধি কৰে যে সন্তানটি তেওঁৰ একেবাৰে আপোন। এই সন্তানৰ জীৱনধাৰা তেওঁ নিয়ন্ত্ৰণ কৰিব লাগিব, গঢ়িব লাগিব তেওঁ নিজে। শৈশৱৰ পৰাই শিশুটিৰ প্ৰতিটো আচৰণ-অভ্যাসত তীক্ষ্ণ নজৰ দিব লাগিব তেওঁ। এই শিশু তেওঁৰে একাংশ। নাই নাই, খাছী কঙৰ হাতত কিছু সময়ৰ বাবে কেঁচুৱা উমলিবলৈ এৰিব পাৰিলেও সমস্ত এৰিব নোৱাৰি। পাৰে মানে তেওঁ নিজে ডাঙৰ কৰিব এই শিশুক, প্ৰতিপালন কৰিব। কিন্তু কেনেকৈ? ইমান যে ব্যস্ত হ'বলগা হয়। ৰাতিও ভালকৈ শোৱা নহয়। ক্ষণে ক্ষণে কাপোৰ তিয়ায়, সলাই থাকিব লাগে, কেতিয়াবাতো নিজেই তিতি যায়। বাৰে বাৰে টোপনি ভাগে দেৱবালাৰ।

আজিও টোপনি ভাগিল। আজিকালি কোঠাটোৰ মজিয়াত পাটী পাৰি আদৰমণি নোশোৱে। কংগৰাকী শোৱে। মানুহজনী বোধকৰো গভীৰ টোপনিত। নাকেৰে বিশ্ৰী শব্দ বাহিৰ হৈছে।

দেৱবালা যেন সামান্য বিৰক্ত হ'ল।

কোঠাটোত তেওঁ অকলে থাকিব নোৱাৰেনে? আঁঠুৱা দাঙি তেওঁ বাহিৰ হৈ বাৰাণ্ডাত উপস্থিত হ'লহি। কেউফালে জোনাকৰ মায়াময় আৱৰণী। তাতে নতুনকৈ পৰিবলৈ লোৱা কুঁৱলীৰ হেঁপেহৰা আলিংগন। তলপেটটো খামুচি ধৰা যেন লাগিছে। আজিকালি তেওঁ খোৱাবোৱা ইচ্ছা কৰিয়ে কমাই দিছে। বেছিকৈ খাবলৈয়ে চিন্তা। জানোচা এবাৰৰ ঠাইত দুবাৰ বাহিৰ ফুৰিব লগা হয়। অসুখটোৱে আৰু কিমানদিনলৈ যাতনা ভোগাব, কোনে জানে? ভাল নহ'বই নেকি!

দেৱবালা আগুৱাই গ'ল। পাছচোতালৰ পৰা বাৰীখন একেবাৰে জয়াল দেখা গৈছে। পুখুৰীপাৰৰ তেঁতেলীজোপাত নিশাচৰ চৰায়ে উচ্‌পিচ্‌ কৰিছে।

হঠাৎ দেৱবালা বৈ গ'ল। ৰান্ধনিঘৰৰ বাহিৰৰ ফালে খৰি থোৱা চাংখন। এনে কিয় লাগিছে, খুঁটা এটা হৈ কোনোবা এজন যেন টলকা মাৰি বৈ আছে।

কিয় এনে লাগিছে?

ভালকৈ চালে তেওঁ। হয়, তেনে যেনেই লাগিছে।

দেৱবালাৰ ভৰি দুখন অচল হৈ পৰিল। আগলৈও নাযায়, পাছমুৱাকৈ ঘূৰিবও নোৱৰা হ'ল।

ঠিকেই দেখিছেনে তেওঁ?

হয়, সৌৱা তেওঁৰ পৰা পঞ্চাশ খোজ দূৰৈত চাংখনৰ খুঁটা এটা যেন হৈ মানুহ এটা। খুঁটা এটাৰ গাত নেথাকে মগুহৰ ভাৰ, অংগ-প্ৰত্যংগকে ধৰি সূতাৰ সাজ। হয়, সৌটো মানুহেই হয়।

যদি মানুহেই হয়, তেন্তে কোন?

চোৰ?

কি কৰে দেৱবালাই, চিঞৰে, উভতি দৌৰে, নে ভৰিৰ চেণ্ডেলেৰে ফৰ্মুটিয়ায়? কি কৰে?

উশাহ-নিশাহ খন্তেকলৈ বৈ গৈছে যেন। সৌৱা, পঞ্চাশ খোজ আঁতৰত, এই অন্ধকাৰত সন্তৰ্পণে বৈ থকা মানুহ এটা চকুত পৰিছে তেওঁৰ।

হয়, মানুহটোৰ মূৰত এটা ডাঙৰ পাগুৰি। সৌৱা জোনাকত জিলিকিছে শুভ্ৰ ধুতি। ধক্‌ধকীয়া বগা ধুতি।

কোন?

কোন?

কেনেকৈ জনা যায়। সৌ সিদিনা আদৰমণিয়ে দিয়া অকণমানি কৃষ্ণৰ ফটোখনে দেৱবালাৰ বুকুত খৰ্মৰাই উঠিল। লগে লগে উশাহ ঘূৰাইহে পালে যেন। আৰু উশাহ ঘূৰিল মাত্ৰকে দেৱবালা উভতি দৌৰ। কোঠাত সোমাই জপাই পেলোৱা দুৱাৰত আঁউজি ফোঁপাবলৈ ধৰিলে। হাত-ভৰি একেবাৰে যেন হিম হৈ গৈছে। চকুযুৰি মুদি বুকুত হাত থৈ অস্ফুট মাতেৰে উচ্চাৰিলে—

'কৃষ্ণ!'

'কৃষ্ণ... কৃষ্ণ... কৃষ্ণ!!'

কি হ'ল মুহূৰ্ততে?

দশোদিশে যে গুঞ্জৰিত কৃষ্ণনাম?

এইমাত্ৰই চেতনা ফিৰাই পোৱাজনৰ দৰে ঢলং-পলংকৈ দেৱবালা পালেঙৰ ফালে

আওৰালে। কেঁচুৰাটি শুই আছিল। মজিয়াত নাক বজাই পৰি আছিল ইজনী মানুহ।

ড্ৰেছিং টেবুলৰ ওপৰত খীণ শিখাৰে জ্বলি থোৱা লেমলৈকে চাই দেৱবালা আঁঠুৱাৰ ভিতৰ সোমাল। কেঁচুৰাটি টোপনিত লালকাল। আৰু দেৱবালাৰ পেটৰ ভিতৰৰ অস্বস্তি?

বুকুত হাত থৈ এক পলকৰ বাবে চকু জপাই দিলে তেওঁ। লগে লগেই বাহিৰ হ'ল বুকুৰ মাজৰ শংখশব্দ— 'কৃষ্ণ!'

হৃদস্পন্দন স্বাভাৱিক হৈ আহিব ধৰিলে। কিছুসময়ৰ আগতে যে পেটত আতংকালৰ সৃষ্টি হৈছিল, সেয়া ধাৰণাকে কৰা নাযায়। কি হ'ল হঠাতে?

আৰু সেই মানুহটো, চাংঘৰৰ খুঁটা এটাত আঁউজি থকা ডাঙৰ পাগ আৰু শুভ্ৰ ধুতি পিন্ধা মানুহটো? চোৰনে?

ওহো, পাগুৰিৰে সৈতে চোৰ ঘূৰেনে? চোৰৰ মূৰত থাকেনে সম্ভ্ৰান্তবংশীয় পাগ? তেন্তে?

ঘপকৈ দেৱবালা উঠি বহিল।

পুনৰ বুকুত হাত থৈ উচ্চাৰিলে 'কৃষ্ণ'। হয় যি হয়, ফটোত দেখা শহুৰ দেৱতা স্বৰ্গীয় কালীপ্ৰসাদ চলিহাৰ সৈতে মানুহটোৰ সাদৃশ্য আছে। তাৰমানে, তাৰমানে কি?

টলকা মাৰি মূৰে-গায়ে কাপোৰ টানি কেঁচুৰাটোক বুকুত সাবটি নিশ্চুপ হৈ পৰি ৰ'ল দেৱবালা। শৰতৰ নিয়ৰ টুপটুপাই সৰিছিল ঘৰৰ টিনত। দিখৌৰ জলীয় বুকু চুই চুই বলি আহিছিল বতাহ একোচাটি। শীতল, সেতসেতীয়া বতাহ।

কেঁচুৰাটিৰ মূৰত ওঁঠযুৰি গুঁজি প্ৰাণেৰে উচ্চাৰিলে দেৱবালাই— 'কৃষ্ণ!'

পুৰা আইমানুহ খুৰীয়েকৰ কোঠাত সোমাল। সিহঁতৰ ঘৰলৈ নতুনকৈ মইনা এজনী আহিছে। অকণি অকণি হাত, অকণি অকণি ভৰি। তিৰ্‌বিৰীয়া অকমানি চকুযুৰি, চৰাই পোৱালিৰ দৰে অকমানি মাত। কেঁচুৰাটি একোলা ল'বলৈকে শোৱাৰ পৰা উঠিয়েই তাই খুৰীয়েক দেৱবালাৰ কোঠাত সোমায়হি। প্ৰায়ে খুৰীয়েকে চাদৰেৰে আঁৰ কৰি কেঁচুৰাটিক বুকুৰ গাখীৰ খুৱাই থকাতে পায়হি তাই। চাদৰখন দাঙি মইনাজনীক চাওঁ যেন লাগিলেও অসীম ধৈৰ্যৰে বৈ থাকে। চেনেহেৰে মাতি থাকে—

লখিমী মইনা। লখিমী। ল-খি-মী।

দেৱবালাৰ প্ৰাণ ভৰি যায়। আইমানুহৰ মাত শুনি লখিমীয়ে যেন হাত-ভৰি জোকাৰিব খোজে। সুখী হৈ উঠে দেৱবালা। কিছুসময় তেনেদৰে থকাৰ অন্তত তেওঁ আইমানুহৰ কোলাত লখিমীক তুলি দিয়ে। কংজনীয়ে দুয়োহাত মেলি সিহঁতক ৰখি থাকে আৰু দেৱবালা কোঠাৰ কানি-কাপোৰ আঁতৰাবলৈ আদৰমণিৰ সৈতে ব্যস্ত হৈ পৰে।

সদায় এইধৰণে চলি থাকে আইমানুহৰ ৰাতিপুৱাবোৰ। কিন্তু আজি খুৰীয়েকৰ কোঠাত সোমায়েই ছোৱালীজনী বৈ গ'ল, কংজনীয়ে লখিমীক কোলাত লৈ আছে। আদৰমণিয়ে আল্‌নাৰ কাপোৰ জাপি আছে আৰু খুৰীয়েকে গা-পা ধুই আহি খুঁটা এটাৰ সমুখত ধূপ ঘূৰাই আছে। তাই চকুযুৰি মোহাৰি খুঁটাটোৰ ফালে চালে। হয় যি হয়, খুঁটাটোত চোন তেনেই অকণমানি শ্ৰীকৃষ্ণৰ ফটো এখন।

খুৰীটি!

আইমানুহৰ মাত শুনি দেৱবালাই তাইক কাষলৈ চপাই ল'লে। তাইৰো হাত দুখন যোৰ কৰোৱাই ক'লে—

নমো কৰা। কৃষ্ণ কৃষ্ণ কোৱা।

আমাৰ গোসাঁইঘৰত নমো কৰোঁ দেখোন!

ইয়াতো কৰা। সদায় কৃষ্ণক নমো কৰিবা...।

কিন্তু কিয়, সেইকথা আইমানুহে নুসুধিলে।

দেৱবালায়ো নক'লে।

আজি তেওঁৰ জীৱনত যাদৱপ্ৰসাদ লখিমীৰ উপৰি কৃষ্ণও সোমাই পৰিছেহি। দ্ৰৌপদীৰ বস্ত্ৰ হৰণত দীৰ্ঘবস্ত্ৰ প্ৰদানেৰে নাৰীৰ প্ৰতি সদায় সদয় হৈ ৰোৱা কৃষ্ণ।

সেইনিশা যাদৱপ্ৰসাদ বনমালীৰ পৰা দিখৌপাৰত থকাকৈ আহিল। মানুহজন আহিলে কংজনী আদৰমণিহঁতৰ কোঠাত সোমায়গৈ। মাজত লখিমীক লৈ শুই পৰা যাদৱপ্ৰসাদৰ হাত এখনত খামুচি ধৰিলে দেৱবালাই। ওপৰমুৱাকৈ শুই যাদৱপ্ৰসাদ কিবা ভাবনাত বিভোৰ হ'ব খুজিছিলহে, পত্নীৰ স্পৰ্শত ডিঙি ঘূৰাই সেইফালে চাই পঠিয়ালে। টেবুলখনৰ ওপৰত সদায় জ্বলাদি আজিও লেমৰ টিমিকি টিমিকি পোহৰ। আঁঠুৱাৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ ৰন্ধ্ৰৰ মাজেদি সেই শেঁতা পোহৰ সোমাই আহিছে। অশেষ চেষ্টাৰেও উজ্জলাব পৰা নাই আঁঠুৱাৰ ভিতৰখন। তথাপি, অস্পষ্টতাৰ মাজেৰেও এজনে আনজনৰ আকৃতি মনিব পাৰে, সঞ্চালিত হাত-ভৰি দেখা পাব পাৰে। এতিয়া এনে ছয়াময়া আবেষ্টনীৰ মাজত খোপা খুলি লোৱা দেৱবালাক একেবাৰে ৰহস্যময়ী মৎস্যকন্যাৰ দৰে দেখা গ'ল।

ভীতা নেকি দেৱবালা?

নে কিবা অব্যক্ততাত দহিছে?

কিবা ক'বা বৰমাই?

দেৱবালাই পতিৰ মুখলৈ চাই পঠিয়ালে। এয়া এহাত দূৰৈত শুই আছে তেওঁৰ জীৱনৰ স্নেহময়জন। তেওঁৰ সমগ্ৰ সত্তাৰ মোহনীয় যাদুকৰ। সুখ-দুখ, সকলো উত্থান-

পতন যাৰ স'তে বিনাদ্বিধাই ভগাই ল'ব পাৰি, সেইজনেই এইজন। এহাত, মাত্র এহাত দূৰৈত শুই আছে।

কোৱা যায়নে তেওঁক আগনিশা দেখা দৃশ্যটিৰ কথা? স্বৰ্গীয় শঙ্কৰদেউতাৰ সৈতে সাদৃশ্য থকা কোনোবা এজনক গভীৰ নিশা তেনেদৰে দেখাৰ কথা কোৱা যায়নে?

যাদৱপ্রসাদ গোটেই মানুহটোৱেই পত্নীৰ ফালে ঘূৰিল। ইখন হাত পত্নীৰ হাতৰ ওপৰত থৈ একপ্রকাৰ ফুচফুচায়ে উঠিল তেওঁ—

কি হৈছে বৰমাই?

দেৱবালাৰ হুঁচহে আহিল যেন! মিচিকিয়া হাঁহিৰে হাতখন আঁতৰাই আনি লখিমীৰ গাৰ কাপোৰ ঠিক কৰিলে, কোনো কাৰণতে যাদৱপ্রসাদক উদ্বিগ্ন কৰা নাযায়। দিন-ৰাতি ছেদভেদ নোহোৱাকৈ কামত লাগি ভালপোৱা মানুহজনে ইয়ালৈ এধানি বিশ্রান্তি বিচাৰিহে আহে। এৰা, কোনো কাৰণতে মানুহজনক চিন্তিত কৰা নাযায়।

পুনৰ পতিৰ মুখলৈ চাই অনুচ্চ মাতেৰে উচ্চাৰি উঠিল—

একো নাই।

তথাপি!

হঠাৎ যদি কিবা লাগে, মন উচাটন কৰে, কামৰ আঁত হেৰাই যায়, একেবাৰে হৃদয়েৰে কৃষ্ণৰ নাম ল'ব আপুনি। লৈ চাবচোন।

যাদৱপ্রসাদে হাত ফুৰাবলৈ ধৰিলে পত্নীৰ মুখত। চুলিত। বাহুত। আৰু এই হাতফুৰণিৰ আঁৰত থকা নিৰাপত্তা আৰু স্নেহ সংবাদ পায়ে ধীৰ গতিত দেৱবালাৰ দুচকুলৈ নামি আহি থাকিল নিদ্রাৰ আলফুল হেঁচা।

দেৱবালা টোপনিত ঢলি পৰিল। হামি এটা মাৰি লখিমীৰ মুখলৈ এবাৰ চাই যাদৱপ্রসাদো নিদ্রাৰ অপেক্ষাত ৰ'ল। হঠাৎ যদি মন খেলিমেলি ভাবেৰে আলোড়িত হয়, ব্যতিব্যস্ত হোৱা যায়, তেন্তে নিশ্চয়কৈ দেৱবালাই কৃষ্ণ নাম লৈ থাকে আৰু তেওঁ নথকা এনেহেন নিস্তব্ধ নিশাবোৰত? দিখৌৰ ফালৰ পৰা বৈ অহা সেত্‌সেতীয়া বতাহৰ সোঁ-সোঁৱনি শুনি, বুকুৰ মাজত এইকণি কেঁচুৱা লৈ অলপো ভীতা নহয়নে চাগে' তেওঁৰ পত্নী? নিঃসংগ অনুভৱত বুৰ নাযায়নে?

# যোগ্য

প্ৰত্যেক বছৰৰ দৰে এইবছৰো দুৰ্গাপূজা পাৰ হৈ গ'ল। বিজয়া দশমীৰ দিনা চলিহা পৰিয়ালৰ আটাইবোৰ মহিলা নাৱত এইবাৰো উঠিলগৈ। তাৰপাছত নাও উজাই গৈ থাকিল। য'ত বাৰোৱাৰী পূজাভাগৰ গোসাঁনী বিসৰ্জন দিয়া হয়, তাত বালিচৰত বহুসময় ধৰি আৰতি চলে। মন্ত্ৰপাঠ চলে।

চলিহা পৰিয়ালৰ নাও গৈ গৈ পানীৰ মাজতে ৰয়গৈ। নাৱত গোটেইজাক মহিলা একেবাৰে নিশ্চুপ হৈ বহি থাকে। নিকুঞ্জলতা চলিহানীয়ে কাকো কথা পাতিবলৈ নিদিয়ে। আইৰ কথা, শিলৰ ৰেখা। সকলো মনে মনে থাকে। আয়ে সুললিত কণ্ঠে গোসাঁনী নাম জোৰে। কনকলতা, কমলালয়া, লাৱণ্যহঁতেও উজান দিয়ে। যোৱা বছৰ দেৱবালাও গৈছিল। ওহো, তেওঁ নামত উজাব পৰা নাছিল। এইধৰণৰ নাম-গীতমাত শিকাৰ সুযোগেই নহ'ল তেওঁৰ। ৰবীন্দ্ৰ সংগীত, নজৰুল গীতি, বাউল গীত, চণ্ডীপাঠৰ সুৰ এইবোৰেৰেহে কণ্ঠ ভৰাই আহিছে তেওঁ। হাতৰ আঙুলিৰে পিয়ানো-বেহেলা আৰু চেতাৰত বান্ধি ৰাখিছে সুৰ আৰু গীত। ক্লেৰিওনেটত উশাহ ঢালি তুলিছে প্ৰাণৰ সুৰ। কিন্তু এনেধৰণৰ স্তুতিগীত? ওহো! দেৱবালাই মন দি শুনিবলৈ ধৰিলে। পানীত ওপঙি থকা নাৱত তেনেদৰে স্তুতিগীত শ্ৰৱণৰো এক অনন্য সুখানুভূতি আছে। মনেৰে থিৰাং কৰিলে প্ৰত্যেকবৰ্ষতে এনেদৰে আহিব তেওঁ, প্ৰত্যেক বৰ্ষতে।

কিন্তু এইবাৰ তেওঁ নিজেই সুধিলেগৈ শাহুআইক—

মই কি কৰোঁ?

নিকুঞ্জলতাৰ ওঁঠত দেৱবালাৰ প্ৰতি সন্তানপ্ৰীতি জাগি উঠিল। মূৰ হলাই ক'লে তেওঁ—

আই গোসাঁনী সকলোতে থাকে। ইয়াৰ পৰাও সেৱা কৰিব পাৰি।

এখন্তেক সময় ল'লে দেৱবালাই, শাহুআইৰ কথাৰ প্ৰকৃত অৰ্থ উদঘাটন কৰিবলৈ। মাতৃয়ে কৈছিল তেওঁক 'সকলো মানুহে একেধৰণে কথা নকয়।'

এৰা, সকলো মানুহে একেধৰণে কথা নকয়। এতিয়া যে ক'লে শাহুআয়ে 'ইয়াৰ পৰাও সেৱা কৰিব পাৰি', কি তাৰমানে? তাৰমানে তুমি লখিমীক লৈ ঘৰতে থাকা আৰু ইয়াৰ পৰাই সেৱা জনোৱা।

হয়, এয়াই হয়।

দেৱবালাৰ মুখ উজ্জ্বল হৈ উঠিল।

যেন এটা জটিল সাঁথৰহে এইমাত্ৰ ভাঙিব পাৰিলে।

সেইৰাতি কিছু পলমকৈ যাদৱপ্ৰসাদ ঘৰ সোমালহি। চিগাৰেট মিক্সাৰৰ ধোঁৱাই মেৰিয়াই ৰাখিছিল তেওঁক। কিবা ভাবনাৰে দোঁ খাই পৰিছিল তেওঁৰ উন্নত শিৰ, মসৃণ গ্ৰীৱা। শীতৰ ঘন কুঁৱলীয়ে আবৰি ৰখা গছজোপাহে যেন সেয়া তলমূৰকৈ খোজকাঢ়ি চোতাললৈ সোমাই আহিছিল।

বাৰাণ্ডাত হেজাক লাইটটো জ্বলি আছিল। ঘৰখনৰ আলহী-অতিথিকে ধৰি সমস্ত মানুহ বাৰাণ্ডা-পিৰালি আৰু চোতালকে ধৰি য'তে-ত'তে সিঁচৰতি হৈ আছিল। এতিয়া এনেদৰে পাছবাটেৰে চোতাললৈ সোমাই অহা যাদৱপ্ৰসাদক দেখি আটায়ে ভালদৰে চালে। অথচ তেওঁৰ যেন খিয়ালেই নাই। চিধাই হাত-মুখ ধুবলৈ চোতালৰ মাজেৰে পাছফাললৈ গুচি যাব খুজিছে। সকলোৱে চাই আছে, আনকি তাৰাপ্ৰসাদেও, কিন্তু কোনেও একো মাত মতা নাই। মানুহবোৰে কেৱল টলকা মাৰি তেওঁলৈ চাইহে আছিল। যেন চোতাল চেৰাই গ'লেই আকৌ আগৰ দৰে কথা-বতৰাত মগন হ'ব তেওঁলোক।

তেনেতে, হয় ঠিক তেনেতে ৰান্ধনিশালৰ ভিতৰৰ পৰা ভাহি আহিল মাতৃ নিকুঞ্জলতাৰ মাত—

বাপ।

হঠাতে গো-গোৱাই গৈ থকা কুঁৱলীযে ঘেৰা গছজোপা ৰৈ গ'ল। আকৌ মাত নিকুঞ্জলতাৰ—

ঘৰলৈ সোনকালে উভতিব লাগে।

যাদৱপ্ৰসাদৰ দোঁ খাই থকা শিৰ আৰু অলপ দোঁ খাই পৰিল।

নিশাৰ শেতেলীত দেৱবালাই আগ্ৰহেৰে সুধিলে—

ক'ত আছিলগৈনো আজি?

হুঁ?

ঘৰলৈ ওভতোতে পলম হ'ল যে?

মালভোগ বৰুৱাক পাইছিলো, তেওঁ আমাৰ মধুটিং গ্ৰাণ্টৰ সৈতে কৰঙাণী গ্ৰাণ্টটো সলনাসলনি কৰিব খোজে।

দেৱবালা যেন উঠিহে বহিব! টপৰাই সুধিলে—

কিয়? কিয় দিম আমাৰ ভাগৰ মধুটিং? কিয় বিচাৰিছে তেওঁ?

মধুটিঙৰ কাষতে তেওঁৰ বাগিচা। দাঁতিকাষৰতে খেতি বহলোৱাৰ কথা ভাবিহে এনে প্ৰস্তাৱ দিলে।

তাৰপাছত?

ময়ো ভাবিলো কথাটো।

কি কৰিবনো।

ককাইদেউৰ সৈতে আলচ কৰিব লাগিব বুলিছো।

তাতেই ইমান পলমনে?

কাগজ-পত্ৰ দেখুৱালে।

অকল সেয়েইনে?

যাদৱপ্ৰসাদ যেন ধৰা পৰি গৈছে। দেৱবালা আজলী। দেৱবালা কম বয়সীয়া নাৰী। তথাপি একাষাৰতে বিচক্ষণ বুলিব পাৰি।

তেওঁ পত্নীৰ মুখলৈ চালে। দেৱবালা তেতিয়াও উদ্বিগ্ন, দৃষ্টি অন্যফালে ঘূৰাই লাহেকৈ ক'লে তেওঁ,

আমাৰ ভলণ্টিয়াৰসকলে কানিৰ পাছ ধৰোঁতে ঠায়ে ঠায়ে কিছুমানক কানি খোৱাৰ অভ্যাস এৰুৱাবলৈও চেষ্টা কৰিছিল। তাৰে এজন আপোনঘাতী হ'ল।

কি? কোন আপোনঘাতী হ'ল? ভলণ্টিয়াৰ?

নহয়। কানি খোৱাজন।

দেৱবালাই যেন কিবা ভাবিব ধৰিলে। আকৌ ক'লে যাদৱপ্ৰসাদে—

বেচেৰা অশেষ চেষ্টাৰে কানিৰ পৰা আঁতৰিছিল।

এতিয়ানো এনেখন কিয় কৰিলে?

কানিৰ নিচাক এনেয়ে বৰবিহ নোবোলে বৰমাই। এৰিলে যাতনা, নেৰিলেও দুৰ্দশা।

লখিমী মাজত শুই আছিল। দেৱবালা পতিৰ কাষলৈ উঠি গ'ল। মানুহজনৰ নিচেই কাষতে সৰু ছোৱালী এজনীৰ দৰেই শুই হাত এখনেৰে তেওঁক আঁকোৱালি ধৰি থাকিল। তাৰপাছত দেৱবালা টোপনিত ঢলি পৰিল।

যাদৱপ্ৰসাদেও বিশ্ৰাম লোৱাৰ চেষ্টা কৰিলে। কিন্তু চকুহাল মুদিবই নোৱাৰে; গছৰ পৰা পঘা কাটি নমাই অনা আপোনঘাতী হোৱা মানুহটো চকুৰ আগত ভুলিবলৈ ধৰে।

এবাৰ দুবাৰকৈ কেইবাবাৰো।

আঃ!

যাদৱপ্ৰসাদে কেঁচুৱাজনীক বুকুত ল'বলৈকে কাতি হৈ ল'লে।

o o o o o o o

মেলাচকৰৰ বঙলা সম্পূৰ্ণ হৈ উঠিছিল।

আকৌ এবাৰলৈ সন্তানসম্ভৱা হৈছিল কনকলতা। তথাপি টালি-টোপোলা বান্ধি স্বৰ্গীয় ৰায়বাহাদুৰ কালীপ্ৰসাদ চলিহাৰ পৰিয়াল মেলাচকৰৰ বঙলালৈ আহিল। প্ৰায় চৌবিশ বিঘা মাটিজোৰা বিশাল অঞ্চলৰ মাজত কোনো ৰাজকীয় প্ৰাচীন সৌধৰ দৰে মূৰ তুলি থকা এই দুমহলীয়া বঙলাত অনেক কোঠা। চৌহদৰ ভিতৰত প্ৰৱেশ কৰিয়ে

তাৰাপ্ৰসাদ চলিহাৰ হেঁপাহৰ পুথিভঁৰালটো। শাৰী শাৰী কাঠৰ আলমাৰি। ওখ আলমাৰিবোৰ বেৰৰ একাষে শাৰী পতাই থোৱা। বাকী তিনিফালে একেকালমানকৈ ওখ পথালি আলমাৰিবোৰ। কোঠাৰ সোঁমাজতে আহল-বহল ডাঙৰ পঢ়ামেজখন। কুছন লগোৱা চকী। সমুখতো তিনিখনি চকী। এই মেজ নতুনকৈ সজা হৈছে। বাগিচাৰ যাৱতীয় কাম আৰু পুথিভঁৰালৰ খাপে খাপে সোমাই থকা দৰ্শন, আইন আৰু জ্যোতিষৰ বিভিন্ন গ্ৰন্থ ইয়াত মুকলি কৰা হয়। দোঁ খাই সোমাই থাকে তাৰাপ্ৰসাদ। দিখৌপাৰৰ ঘৰৰ পুথিভঁৰালত থকা মেজখন এতিয়া পুৰণি হৈ গৈছে। তাৰ ওপৰত পিতৃ কালীপ্ৰসাদ চলিহাই কলম জুবুৰিয়াবৰ বাবে চিঞাহী ৰখা খোপ কটোৱাই লৈছিল। বড়ি এটা গুলি দিয়ে, দিনটোৰ কাম লিখি আঁতোৱাৰ অন্ততো বাকী থাকিহে যায়গৈ। আজিকালি চিঞাহী ভৰোৱা কলম ওলাইছে। তাৰাপ্ৰসাদে এই কলম ব্যৱহাৰ কৰি ভাল পায়। ভায়েক যাদৱপ্ৰসাদকো ল'বলৈ দিছে সোণৰ নিব লগোৱা এইধৰণৰ কলম। তথাপি এতিয়াৰ মেজখনৰ ওপৰত কেইবাটাও পাখিকলম আছে। আৰু সেই পুৰণি মেজখন? সেইখন এতিয়া বঙলাৰ ভিতৰত। আইমাতৃ নিকুঞ্জলতাৰ কোঠা। পুতলীয়ে পাম বুলি আশা পালি আছিল, পাছে বিমলী আগুৱাই যোৱা দেখি চেনেহতে হেতাওপৰা নকৰিলে। তদুপৰি তাই সৰহভাগ সময় পাটীত বহিয়ে পঢ়ে। সৰুকালৰে অভ্যাস থাকি গ'ল।

তেনেকুৱা এখন মেজ দেৱবালাৰ কোঠাতো আছে। বেতৰ বাস্কেট এটা তাৰ একাষে তুলি থয়। বাস্কেটত জীয়েকৰ অকণি অকণি চোলা কিছুমান ঠাহ খাই সোমাই থাকে। বেছিভাগ চোলা দেৱবালাই নিজহাতে চিলোৱা। আজিকালি তেওঁ আহৰি পালেই কনকলতাকো কেঁচি ধৰিবলৈ শিকায়। সেই খদ্দৰৰ থান কাপোৰ কাটি আইমানুহ-ধন-বিমলীহঁতৰ চোলা চিলাবলৈ আটাইবোৰে হাতে-কামে লাগি যায়। ব্লাউজো চিলোৱা হয়। কনকলতাই নিজৰ চেমিজ চিলোৱাৰ লগতে দেৱবালালৈকো চিলায়। এই বিষয়ত দেৱবালাই বৰকৈ মন নিদিয়ে। জাৰৰ দিনকেইটাত যহন তহন, গৰমৰ দিনত ৰিহাখনেই গাৰ পৰা আঁতৰাবৰ মন যায়। কথাৰ মাজতে এদিন কনকলতাক ক'লেও—

চেমিজটোচোন কিবা লাগে বাইদেউ। জোঁট মাৰি মাৰি ধৰে, খোজ আগুৱাবই নোৱাৰি।

কথাষাৰ নিকুঞ্জলতাৰ কাণত পৰিল। বোৱাৰীহঁতলৈ নোচোৱাকৈয়ে ক'লে তেওঁ—

অলপ চুটি হ'লে ভাল।

বোকোচাত লখিমীক কাপোৰ এখনেৰে টোপোলা বান্ধি বিমলী দৌৰি ফুৰিছিল, পাছে পাছে ধন আৰু আইমণি। দৌৰি দৌৰি মটৰগাড়ী চলোৱাৰ শব্দ তুলি তুলি আহি

কাপোৰ মেলি বহি থকা তিৰোতাজাকৰ মাজতে ওলালহি, দেখিয়ে গাড়ী বৈ গ'ল। চকু দুটা ডাঙৰকৈ মেলি ক'লে—

বা! বৰবাইদেউ, তইঁতে ইয়াত কাৰখানা খুলিছ নেকি?

আটায়ে হাঁহি দিলে।

কিন্তু দেববালাই হাঁহিব নোৱাৰিলে। দৃষ্টি বিমলীৰ পিনে পৰিলগৈ। কেনেবাকৈ ছোৱালীজনী সৰি পৰে যদি?

ততাতৈয়াকৈ তেওঁ লখিমীক নিজৰ কোলালৈ লৈ আহিল। আনিলেহে কোলালৈ, কি হ'ল দেববালাৰ, মুৰটো ঘপহ্‌কৈ আচন্দ্ৰাই কৰিলে। আজি কেইবাদিনো হ'ল পেটটোৱে আহুকাল দি আছে। ন-ঘৰত পানী সলনি হৈছে কাৰণতে বুলি দিনে থেকেৰাপানী খাই আছে। মাখনীয়ে পুৰাকল খোৱাৰ কথা কৈছিল, পাছে তেওঁৰ ভয় লাগে কোষ্ঠকাঠিন্যই পায় বুলি।

কি হ'ল তেওঁৰ মুৰ আচন্দ্ৰাই কৰিছে যে?

কথাষাৰ অৱশ্যে তেওঁ প্ৰকাশ নকৰিলে।

দেববালা থিয় হ'বই নোৱৰা হ'ল, ঘৰখন চোৱাটো দূৰৈৰ কথা। ঘগ্‌ঘগাই বমি হৈ যায়। ডাঙৰগৰাকীৰ স্মৰণে আহিম বুলি বৈ থকা দিখৌৰ সিপাৰৰ বগীধাই এইবাৰ দেববালাৰহে কাষ চাপিল।

এৰা, দেববালা দ্বিতীয়বাৰৰ বাবে সন্তানসম্ভৱা। আৰু জুলাই মাহত দ্বিতীয়জনী কন্যা উপজিল। যাৰ নাম থোৱা হ'ল ননী।

এতিয়া ১৯২৬ চন। আকাশে-বতাহে সত্যাগ্ৰহৰ ফুচফুচনি। পাণ্ডুত কংগ্ৰেছ মহাসভাৰ আয়োজন। আলোড়িত হৈছে সমগ্ৰ অসম। শিৱসাগৰ কংগ্ৰেছৰ ফালৰ পৰাও কৰ্মী সদস্য কেইজনমানক তালৈ পঠিওৱাৰ চিন্তা কৰা হ'ল। ভুবন গগৈ, ইন্দ্ৰেশ্বৰ চুতীয়াৰ লগত যাদৱপ্ৰসাদ কেইদিনমান বাহিৰে বাহিৰেই কটাবলগা হ'ল। সভ্যভৰ্তি, দান-বৰঙণি তোলা ইত্যাদিবোৰ কামো আছিলেই। পত্নী দেববালা এতিয়া লখিমী আৰু ননীক লৈ মেলাচকৰত। নিকুঞ্জলতা, পুতলী, মাখনীহঁতে লখিমীৰ দায়িত্ব ল'ব।

নিজকে নিজে প্ৰবোধ দিয়ে যাদৱপ্ৰসাদে।

তাৰাপ্ৰসাদ চলিহা এতিয়া অসম কাউন্সিলৰ নিৰ্বাচনৰ প্ৰাৰ্থী হিচাপে থিয় দিছে। স্বতন্ত্ৰ প্ৰাৰ্থী। হাতত একেবাৰে সময় নোহোৱা অৱস্থা। চাৰিং, জাঁজী, আমগুৰি, জোকতলী, বৰুৱা চালি, নিতাই পানীদিহিং ইত্যাদি অঞ্চলবোৰত ঘূৰি ফুৰাৰ মাজতে হঠাতে তেওঁ বতৰা পালে ঘৰত সামান্য খেলিমেলি।

কি হ'ল?

মাখনী-প্ৰফুল্লৰ বিয়াখনো এই বছৰতে সমাধা হোৱাৰ যো-জা চলিছে, তাতেই কিবা কেণা লগা নাইতো?

যাদৱপ্ৰসাদ লৰালৰিকৈ ঘৰ পালেহি। ঘৰখন যেন একেবাৰে উৰুঙা। মানুহ-দুনুহ যেন নায়েই। তেওঁ চিধাই ভিতৰ পালেগৈ। পাছবাৰাণ্ডাতে বৈ আছিল মাখনী। ককায়েকক দেখা মাত্ৰকে একেবাৰে এঙাৰৰ দৰে ক'লা পৰি গ'ল তাইৰ মুখ।

খুঁটা এটাত খামোচ মাৰি ধৰি তাইলৈ স্থিৰ দৃষ্টিৰে চাই পঠিয়ালে তেওঁ। এখোজ আগুৱাই আহি শুকান মাতেৰে উচ্চাৰিলে তাই—

ডাক্তৰ মতাৰ কথা পাতিছে চবেই। ননীৰ গা বেয়া। বেছি বেয়া।

শুনি থৰ লাগিল যাদৱপ্ৰসাদ। সৌ সিদিনা তেওঁ লখিমীৰ তিনিচকীয়া চাইকেলৰ পাছৰ ছিটত বহুৱাই ননীৰ ফটো তুলিছিল। এবছৰ গৰকি এইকেইমাহতে কি সুন্দৰ চেহেৰা ধৰি আহিছে তাই।

কি হ'ল হঠাৎ?

যাদৱপ্ৰসাদৰ ভিতৰত এটা ডিনামাইট গুঁজি দিয়া হৈছে। প্ৰায় ডাঙৰকৈয়ে ওলাল তেওঁৰ মাত—

নকৰ কিয়? কি হৈছে?

কান্দিয়েই থাকে।

উধাতু খাই যাদৱপ্ৰসাদ সৰু কোঠাটোৰ মুখতে ৰ'লহি। দুৱাৰখন কাণি-দুৱৰীকৈ জপাই থোৱা আছিল, কাৰো মাত-কথা নাই। কেৱল খীণ স্বৰত বাজিব ধৰিছে কণমানিজনীৰ ডিঙি।

ঘৰ্‌ঘৰ্‌... ঘৰ্‌ঘৰ্‌...।

দুৱাৰ এপাট ঠেলি দিলে তেওঁ। সৌৱা পালেঙত শুই আছে শিশুটি। কাষতে আঁঠুৰ মূৰত থুঁতৰি থৈ আধামৰা হৈ বহি আছে দেৱবালা। নিকুঞ্জলতা আৰু কমলালয়াও সোমাই আছে তাত। সৌৱা, খাছী নাৰ্ছে কেঁচুৱাটিৰ ডিঙিত সেক দিব ধৰিছে।

দুৱাৰপাট ঠেলাৰ শব্দত সকলোৰে চকু তেওঁৰ ফালে ঘূৰিল। দেৱবালাৰো। পতিক দেখা মাত্ৰকে তেওঁ আৰু ৰ'ব নোৱাৰিলে, উচুপিয়ে পেলালে।

নিকুঞ্জলতা বাহিৰলৈ ওলাই আহিল। পুত্ৰৰ একাষে ৰ'লহি। নাৰ্ছো ওলাই আহিল। আচহুৱা অসমীয়া ভাষাতে যাদৱপ্ৰসাদক ক'লে তেওঁ—

ডিপ্‌থেৰিয়া। ডিপ্‌থেৰিয়া হৈছে, লাষ্ট ষ্টেজ।

যাদৱপ্ৰসাদ।

থিৰেৰে আছেনে যাদৱপ্ৰসাদ? আকাশখন, নে পৃথিৱীখন, নে ঘৰটো, নে তেওঁ মানুহজনেই ল'ৰাই খেলা লাটুম ঘূৰাদি ঘূৰিছে?

দহ মিনিটৰ ভিতৰতে এই সকলোবোৰ ঘূৰ্ণায়মানৰ অন্ত পৰিল। প্ৰাণসজাৰ মোহ এৰি পখী উৰি গুচি গ'ল অসীমলৈ।

আন্ধাৰ নামি আহিছিল।

জোঁৰৰ পোহৰত বিলৰ সিপাৰলৈ সকলো সমদল এটা আগবাঢ়িল। সকলোৰে আগত যাদবপ্ৰসাদ। এয়া তেওঁৰ দুহাতত কাপোৰেৰে মেৰিওৱা তেওঁৰে সন্তানৰ মৃতদেহ।

এটা সময়ত সকলোৱে ঘৰমুৱা বাট ধৰিলে। যাদবপ্ৰসাদো উভতিল। মেলাচকৰৰ গহীন গছ-গছনিবোৰৰ প্ৰতিখিলা পাতৰ তলতে চিএঞৰি থকা ঝিলী সোমাই থাকে যেন। গছবোৰত যিমান পাত, সিমানটা বাদুলি ধপ্ধপাই ফুৰিছে যেন। গছবোৰত যিমানটা গুটি লগাৰ সম্ভাবনা থাকিব পাৰে, সিমানবোৰ ফেঁচাই অ'ত-ত'ত বহি আৰাও জুৰিছে যেন— নিউ, নিউ, নিউ...।

যাদবপ্ৰসাদ আৰু ৰ'ব নোৱাৰিলে।

অকস্মাতে উভতি দিলে তেওঁ।

এইমাত্ৰ মাটিৰ তলত পুতি থৈ আহিছে তেওঁৰে শৰীৰৰ একাংশ— আত্মাৰ উশাহ।

হয়, এতিয়াও মাটি খান্দি বাহিৰ কৰিব পৰা যাব ননীক। এতিয়াও সময় আছে ডাক্তৰৰ ওচৰলৈ লৈ যোৱাৰ।

শেষবাৰৰ বাবে তাষুৰ কপালত চুমা খাওঁতে তেতিয়াও তপত হৈ আছিল তাই।

যাদবপ্ৰসাদে যেন দৌৰহে ধৰিছিল।

তৎভৎ হেৰুৱাই পাছে পাছে লৰিছে অন্যসকলো। সকলোৱে যাদবপ্ৰসাদক আগুৰি ধৰিলেগৈ।

এইমাত্ৰই গঢ়ি তোলা মাটিৰ টিপটোতে মানুহজন মুখ থৈ পৰিছেগৈ। মানুহবোৰ বৈছেগৈ।

কান্দক। বাপেকৰ হিয়া ফালি বৈ যাওক শোকৰ ব্ৰহ্মপুত্ৰ।

# সোতৰ

বুকুত গোজা ডিনামাইটে চূৰ্ণাকৃত কৰি পেলাইছে যাদৱপ্ৰসাদক। আজিকালি ঘৰতে থাকিবলৈ লৈছে। নিজৰ হাত দুখনত চকু পৰে। ওপজাৰ পাছত ননীক যেন ভালকৈ এবাৰো লোৱা নহ'ল। কেৱল শুৱাই দিয়া হ'লগৈ তাইক মাটিৰ বুকুত।

ঠিকে আছেনে ননী?

টুক্‌টুক্‌কৈ ক'ৰবাৰ পৰা দৌৰি ওলায়হি লখিমী। চিধাই দেউতাকৰ ধুতিতে খামুচি ধৰেহি।

যাদৱপ্ৰসাদে আদৰেৰে কোলাত তুলি লয় তাইক। বুকুত সুমুৱাই লয়। তাই খিল্‌খিলাই উঠে। যাদৱপ্ৰসাদে আলফুলে তাইৰ কপালত এটা চুমা খায়।

উস্! একেই এই স্পৰ্শ।

ননীৰ কপালৰ স'তে একেবাৰে একে।

যাদৱপ্ৰসাদৰ হাহাকাৰ লাগে, উদাস হৈ পৰে। তথাপি আকৌ এবাৰ ল'ব খোজে তেওঁ ননীৰ পৰশ লখিমীৰ মাজেৰে। লখিমীৰ হাঁহি উঠে। কল্‌কলনি তোলে—

দে'তা, ভাকুটকুট?

আকৌ খিল্‌খিলনি। খিল্‌খিল্ হাঁহিৰে দৌৰি ওলাই গুচি যায় তাই বাহিৰলৈ।

যাদৱপ্ৰসাদ ৰৈ থাকে একেথৰে।

এই খিল্‌খিলনি, দেৱবালাই গঢ়া খিল্‌খিলনি। তেওঁ বহাৰ পৰা উঠি যায়। নিচেই কাষৰ পৰা পত্নীক এষাৰ মাত দিবলৈকে যেন ব্যাকুল হৈ উঠিছে তেওঁ।

দেৱবালা মজিয়াত পৰা আসনত বহি আছিল। আশে-পাশে কেইবাগৰাকীও। কোনোবা এগৰাকীয়ে কৈ আছিল—

জীৱ ব্ৰহ্ম। জীৱ যদি এগছি চাকি, পৰমব্ৰহ্ম একুৰা পোহৰ। সেই পোহৰত বিলীন হৈ যাবলৈকে চাকিৰ শিখাই ওৰে জীৱন প্ৰাৰ্থনা কৰে। কিন্তু সেইটো ইমান সহজ নহয়, এটা ঘৰ পোহৰোৱাৰ পাছত অন্য এটা ঘৰ পোহৰোৱা চাকিৰ যেন ধৰ্মই হৈ পৰে। সেইদৰে মানুহৰ শৰীৰৰ ভিতৰতে জীৱ চাকিৰ পোহৰ হৈ থাকে। মানুহে যিমানে ভালকৰ্ম কৰিব, সিমানে পুণ্য অৰ্জন কৰিব। যিমানে পুণ্য অৰ্জন কৰিব, সিমানে পৰম ব্ৰহ্মাৰ ওচৰলৈ গৈ থাকিব। এইদৰে যাবলৈকে জীৱক কেইবাটাও ঘৰ লাগে। এটা জনমত পুণ্য অৰ্জন বেছি হ'লে, পাছৰ জনমত আৰু বেছি পুণ্য অৰ্জন কৰিলে সোনকালে সেই শৰীৰো তিয়াগি অন্য এক জনম ল'বগৈ পাৰে। অৰ্থাৎ যি কম আয়ুসত জীয়াই

থাকে, সেই জীৱৰ পুণ্যৰ হিচাপ বেছি। ওপৰলৈ গৈ থাকে। মুক্তিৰ ফালে গৈ থাকে। ঋষি-তপস্বী এই বাৰম্বাৰ জনম লোৱাত ইচ্ছুক নহয়। সেয়েহে যোগ-তপৰ দ্বাৰা, কল্যাণকামী চিন্তাৰ দ্বাৰা পুণ্যাত্মা হ'ব খোজে। তথাপি তেওঁলোক পুনৰ্জন্মৰ পৰা মুক্ত নহয়। ঠিক যেন সেই পৰম ব্ৰহ্মত মিলি যাবলৈকে তেওঁলোকক আৰু কিছু সময়ৰ প্ৰয়োজন হয়। তেতিয়াই জনম ধৰে নিচেই কম সময়ৰ বাবে; এঘণ্টা-দুঘণ্টা, এদিন-দুদিন। যি শিশু ওপজাৰ পাছত বেছিসময় নেথাকে, নিশ্চিত হ'বা সেয়া কোনো পুণ্যাত্মাৰ জীৱ।

দেৱবালাই মূৰৰ ওৰণি খেপিয়াইছে, হয়, যাদৱপ্ৰসাদে সেয়া দেখা পাইছে। আকৌ সেইগৰাকীৰে মাত—

লখিমীৰ মাক, তুমি বৰ ভাগ্যৱতী। নিজ গৰ্ভত তেনে পুণ্যাত্মাক ধাৰণ কৰিলা, জননী হ'লা।

নিস্তব্ধতা।

একেবাৰে নিস্তব্ধতা।

কি কৰিছে দেৱবালাই তলমূৰকৈ? কি ভাবিছে? কোনেও তেওঁৰ মুখ তুলি ধৰা নাই কিয়? মোহাৰি দিয়া নাই কিয় চকুলো?

কোঠাটোৰ বাহিৰতে দুবাৰমান পায়চাৰি কৰাৰ অন্তত যাদৱপ্ৰসাদ মাতৃৰ কোঠাৰ ফালে আগবাঢ়িল। কোঠাৰ ডাঙৰ মেজখনৰ পৰা তাৰাপ্ৰসাদে কলম এটা বুটলিছে। হয়, সেইটো তেওঁৰে কলম হ'ব, বিমলীয়ে চাগে' লৈ আহিছিল। তাৰাপ্ৰসাদে বিমলীক একোতে বাধা নিদিয়ে। পিতৃদেৱতাৰ বিয়োগৰ সময়ত বিমলীৰ বয়স আছিল মাথোন দুবছৰ। তেওঁতো তাৰ পিতৃৰ দৰে, এজন পূৰ্ণ অভিভাৱক। তাৰাপ্ৰসাদ বিমলীৰ ক্ষেত্ৰত একেবাৰে অন্ধ।

বাহিৰমুৱাকৈ থকা দুৱাৰেৰে তাৰাপ্ৰসাদ বাহিৰত আছুতীয়াকৈ থকা পুথিভঁৰাললৈ ওলাই গ'ল। এতিয়ালৈ চাগে' নিৰ্বাচনৰ মানুহেৰে ভৰিছেই সেই ঠাই।

যাদৱপ্ৰসাদো তালৈকে ওলাই গ'ল। বাৰাণ্ডাৰ পৰা নামি ঘাঁহৰ ওপৰেৰে আগুৱাই গ'ল তেওঁ। আৰু কি জানো মন কৰি হঠাতে তাৰাপ্ৰসাদে ঘূৰি চালে। ভায়েকক দেখি ৰৈ গ'ল।

যাদৱপ্ৰসাদে খোজৰ বেগ বঢ়ালে। নিশ্চয়কৈ কিবা কথা আছে। আগ্ৰহেৰে সুধিলেগৈ—

কি হ'ল ককাইদেউ?

বোম্বাইৰ পৰা বোপাৰ চিঠি আহিছে, টকা লাগে। তিনি হেজাৰকৈ টকা।

যাদৱপ্ৰসাদ উচপ্ খাই উঠিল।

তিনি হেজাৰকৈ টকা কিয় বিচাৰিছে ককাইদেউ?

চাৰ্টিফিকেট উলিয়াবলৈ মই লেফাফা সাজু কৰি থৈছো ডাকত দিবলৈ।

হয়।

লিখিছো, টকা দিব নোৱাৰিম, গুচি আহা। বাগিচা চোবামেলাত সহায় কৰাহি।

তাৰাপ্রসাদ গুচি গ'ল।

যাদৱপ্রসাদ তাতে বৈ থাকিল বহুপৰ। উচিত হৈছেনে এনে কার্য? চুচি-বাছি তিনি হেজাৰ টকা উলিয়াব কিয় নোৱাৰি? প্রকৃততে যেন তাৰাপ্রসাদৰ ভিতৰৰ মানুহটো কোঁচ খাই পৰিছে, ঘৰখনত মৃত্যুৰ শীতলতা দেখি পৰিয়ালৰ যি য'ত আছে, চাপিকুচি থকাটো বিচাৰিছে। যেন ভয়ংকৰ দুর্যোগৰ আগজাননী পাই গৈছে তেওঁ, সেয়ে একগোট হৈ থাকিব বিচাৰিছে!

যাদৱপ্রসাদৰ নাক সজল হৈ আহিল। আগচোতালত আজি দুদিন ধৰি গাড়ীখন অচল হৈ পৰি আছে। ষ্টার্ট কৰিবলৈ হ'লে বহুদূৰ ঠেলিব লাগে। তেওঁ সেইখনৰ কাষ পালেগৈ, নট-বল্টু খুলিবলৈকে যেন প্রথমে ঢাকনীখন উদঙালে। লগে লগে এবাহ ল'ৰা-ছোৱালীয়ে বেৰি ধৰিলেহি। গাড়ীখন সোনকালে ভাল কৰিব লাগিব। এইবাৰ তেওঁ দেৱবালা আৰু লখিমীক বনমালীলৈ লৈ যাব।

কিন্তু দেৱবালা যাব নুখুজিলে। প্রকৃততে তেওঁৰ শৰীৰলৈ পূর্বৰ জোৰ ঘূৰি অহা নাই। কোষ্ঠকাঠিন্যই এইবাৰো জীয়াতু ভোগাইছে। নাই, সেইবোৰলৈ একো অভিযোগ নাই তেওঁৰ। সহ্য কৰিছে। ননী আঁতৰি যোৱাৰ পাছত কুল পুৰোহিতে গীতাপাঠ কৰোৱাইছিল। পাঠকে ভাঙিপাতি বুজাইছিল 'পৃথিৱীত যিবোৰ হ'বলৈ আছে, সেইবোৰ হ'বই। আৰু যি হ'ব ভালৰ বাবেই হ'ব, যি হৈছিল সেয়া ভাল। তোমাৰ কি হেৰাইছে যে তুমি কান্দিছা? তুমিনো লগত কি লৈ আহিছিলা যে হেৰাই গ'ল বুলি কান্দিছা? তুমি যি পাইছা ইয়াতে পাইছা, ইয়াত পোৱাখিনিকে ইয়াতে এৰিছা।'

বুকুত যেন এচটা শিলা।

শিলা?

হাকিম বিষ্ণুপ্রসাদ দুৱৰাৰ ঘৰৰ জীয়ৰীকাল চিৰদিনলৈ পৰিত্যাগ কৰিব লাগিব, এই ভাবনাই দুবছৰৰ আগতে উশাহ ৰুধিব খুজিছিল দেৱবালাৰ। বিবাহৰ আয়োজন যিমানে আগবাঢ়িছিল, সিমানে দেৱবালাৰ বুকুত সেই শিলাৰ ওজন বাঢ়ি গৈ আছিল।

আঃ সেই শিলা! বিষাদৰ শিলা!

দীঘল চুলিকোছা মেলা হৈ আছিল। লখিমী পালেঙত শুই আছিল। দেৱবালা পালেঙতে বহি পৰিল।

দুচকু মুদি উশাহ সলালে।

তাৰ পাছমুহূর্ততে তেওঁৰ বেৰলৈ চকু গ'ল। শ্রীকৃষ্ণৰ ডাঙৰ ফটো এখন তাত ওলোমাই থোৱা আছিল।

কিছুসময় দেৱবালাই সেইফালেই চাই ৰ'ল। একেবাৰে চকুৰ পলক নেপেলোৱাকৈ। এনে কিয় লাগিছে, সেয়া যেন কৃষ্ণ নহয়, ননী। হয়, সেই একেই ননীৰ অৰ্ধনীমিলিত নয়ন। কান্দি কান্দি নিথৰ হৈ যোৱাৰ পাছত মুখত বিয়পি পৰা প্ৰশান্তি, হেলনীয়াকৈ নামি যোৱা ওঁঠ।

দেৱবালাৰ বুকুত গধুৰ শিলা।

আৰু অলপ তললৈ বহি গ'ল সি।

কোঠালৈ যাদৱপ্ৰসাদ সোমাই আহিছিল। মেলাচকৰৰ এই নতুন ঘৰখনৰ কোঠাৰ মজিয়া পকা। মসৃণ। পৰ্দা ঠেলি কোনোবা প্ৰৱেশ কৰাৰ আগতেই পকীৰ ওপৰত পৰা খোজৰ পদধ্বনি স্পষ্টকৈ শুনা যায়।

এতিয়া এই পদশব্দত দেৱবালাই মুহূৰ্ততে দুৱাৰৰ ফালে ঘূৰি চালে।

দেৱবালা চলিহা নামৰ এই গোটেই মানুহগৰাকীৰ বয়স অনুপাতে তেওঁৰ ব্যক্তিত্বত সততে বিৰাজ কৰে ভাৰসাম্যমুখিতাই। এই ভাৰসাম্য এনেধৰণৰ— এফালে যদি তিল্‌তিল্‌কৈ দগ্ধ হৈছে তেওঁৰ অন্তৰ্জগত, তাক খুব সুন্দৰকৈ ঢাকি সেই একে সময়তে বাস্তৱৰ স'তে সহজ খোজ মিলোৱা।

এতিয়া, কোঠালৈ প্ৰৱেশ কৰা যাদৱপ্ৰসাদক দেখা মাত্ৰকে সচেতন হৈ উঠিল তেওঁ। পৰিয়ালটোৰ বাহিৰৰ সমস্ত কামত ঘূৰাপকাৰ দায়িত্ব এই মানুহজনৰ। এতিয়া মাখনীৰ বিয়াখনো আহিছে। গছ এজোপাৰ দৰে ভাবে তেওঁ যাদৱপ্ৰসাদক। বৰগছ এজোপাৰ দৰে। এতিয়া কোনো কাৰণতে যেন সেইজোপা গছৰ ঠানি এটি বেঁকা হ'ব নোৱাৰে।

পতিৰ মুখলৈ চাই দেৱবালাই মিঠাকৈ মাতিলে—

আহক।

যাদৱপ্ৰসাদে দেখিলে পত্নীৰ এই মাত হৃদয়ৰ পৰা বাহিৰ হৈছে ঠিকেই, কিন্তু আগৰ দৰে সহজ-সাবলীল নহয়। এই মাত এতিয়া শোকৰ বৰফ ফালি কোনোমতে বাহিৰ হোৱা মাত।

তেওঁ পালেঙত চকু থ'লে।

তাকে দেখি দেৱবালাই ক'লে—

তাই শুলে। আজি আপোনাক তিতি-তিতিকৈ বিচাৰিছিল।

তিতি?

ওঁ। নতুন নতুন শব্দ দৈনিক উলিয়াই থাকে।

যাদৱপ্ৰসাদ পালেঙত বহি জীয়েকৰ কাষলৈ হাওলি গ'ল। চুলিত হাত ফুৰালে।

দেৱবালাই আৰু চাই থাকিব নোৱাৰিলে। এইখিনিতে আজি ননী শুই থকাৰ কথা আছিল। হয়, ননীহে শুই থকাৰ কথা আছিল।

দেৱবালা বাৰাণ্ডালৈ ওলাই আহিল। বাৰাণ্ডাৰ বেতৰ চকীত কেতিয়াবা ধন-

লখিমীহঁতৰ অকণি অকণি পিন্ধা কাপোৰ দুই এটা পৰি থাকে। তেওঁ সেয়া বিচাৰিব ধৰিলে। কিন্তু দেখাত এনে লাগিল যেন সেইবোৰ বিচৰাৰ ছলেৰে তেওঁ আঁচলৰ গাঁঠি সুলকি হেৰাই যোৱা সিকিটোহে বিচাৰিছে।

আইমানুহৰ হাতত ধৰি নিকুঞ্জলতাই ওপৰমহলালৈ উঠো বুলি খট্‌খটীত ভৰি থৈছিল। এইবাৰ বাৰাণ্ডাত তেনেদৰে খেপিয়াই ফুৰা বোবাবীয়েকৰ যাতনাগ্রস্ত ৰূপ দেখি তেওঁৰো দীর্ঘ হুমুনিয়াহ বাহিৰ হ'ল।

যাদৱপ্রসাদে যেন সিদ্ধান্ত লৈয়ে পেলাইছিল। (চোলাৰ দুয়োটা জেপ খুঁচৰি জুইশলাকাঠী এটাহে বিচাৰি পাইছিল। তাকে চিগাৰৰ দৰে মুখলৈ নি গম্ভীৰ মাতেৰে ক'লে তেওঁ)—

বনমালীলৈ যাব লাগে বৰমাই, ওলোৱা।

দেৱবালাৰ চকু দুটি ডাঙৰ হৈ গ'ল। বিয়াত দেউতাকে দি পঠিওৱা কাঠৰ আলমাৰিত কাপোৰ জাপি থকাৰ পৰাই ঘূৰিল তেওঁ, আচৰিত হৈ সুধিলে—

এতিয়া? বিয়ালৈনো কেইদিন আছে?

দুদিন থাকি আহিবা, ব'লা।

ঠিক আছে।

বনমালীলৈ যোৱাৰ পথ তেতিয়াও সুগম হৈ উঠাগৈ নাই। গাড়ীৰ প্রতিটো খেকেচাতে আসনৰ পৰা আৰোহী ওপৰলৈ জঁপিয়াই উঠা অৱস্থা। লখিমীয়ে কিন্তু এই কার্যত বৰ ৰং পালে। অৱশ্যে কিছুদূৰ যোৱাৰ পাছতে কওঁৰ কোলাত টোপনিত লালকাল দিলে তাই।

দেৱবালাই পথৰ দাঁতিলৈ দৃষ্টি ঘূৰালে। ঘন্‌ঘন্‌কৈ পথৰ দুয়োকাষে ডাঙৰ ডাঙৰ চোৰাতৰ পাত আৰু বাঘঢকা জোপোহানিবোৰ। ঠায়ে ঠায়ে হিজল কিছুমানো। ৰ'দৰ পোহৰত পাতবোৰৰ সেউজী বৰণে এক অনন্য ৰূপ ধৰি উঠিছিল। চাহপাতৰ নতুনকৈ মেলখোৱা কুঁহিপাতৰ দৰেই এই অৰণ্য একেবাৰে নিকা হৈ ৰৈছে। বোধকৰো অলপতে বৰষুণ হৈ গৈছে। এনে লাগিল তেওঁৰ, গাড়ীখন যেন ৰৈ যাওক আৰু তেওঁ চৰাই এজনীৰ দৰেই এই সেউজীয়াৰ মাজত সোমাই যাব।

...সঁচাকৈয়ে তেনে এক আন্তৰিক সময় তেওঁৰ বাবে বনমালী বাগিচাত ৰৈ আছিল। যাদৱপ্রসাদ ওলাই যোৱাৰ পাছতে প্রাতঃভ্রমণৰ বাবে তেৰোঁ বঙলাৰ পৰা বাহিৰ হ'ল। পূর্বতে গৈ থকা পথ এৰি এইবাৰ তেওঁ অন্যপথ ধৰিলে। বাগিচাৰ মাজৰ সুৰসুৰীয়া বাট। পাততোলা মিনিহঁত কদাচিতহে সেইবাটে আহযাহ কৰে।

কি বিচাৰিছে দেৱবালাই?

ননীক??

প্ৰকৃতিৰ এই সেউজ সমুদ্ৰৰ মাজতে, মানুহৰ পৰা একেবাৰে বিচ্ছিন্ন হৈ ইয়াতে উমলি আছেহি নেকি তাই?

ক'ত, কোনদিশে মুখ কৰি মাতিলে সঁহাৰি জনাব তাই?

আঃ মাতিব পাৰিবনে তাই? প্ৰতিটো উশাহ-নিশাহৰে অহৰহ ঘৰ্‌ঘৰ্‌-ঘৰ্‌ঘৰ্‌ শব্দ। ঘৰ্‌ঘৰ্‌-ঘৰ্‌ঘৰ্‌ শব্দ। ননী! কেনেকৈ মাতিব তাই, সঁহাৰি জনাব কেনেকৈ? ডিঙি ফুলি গৈছে, মুখেৰে অহৰহ লেলাউটি বাহিৰ হৈ বৈছে, চকু মেলিব পৰা নাই। নাৰ্ছে জোৰকৈ চকু মেলাই দিছে, ৰঙা। হয়, একেবাৰে ৰঙা পৰি আছে চকুৰ মণি।

ননী! মোৰ ননী!

তলমূৰকৈ খোজ ল'লে দেৱবালাই। এই খোজ অত্যন্ত মন্থৰ, নগ'লে নহয় কাৰণেহে বাগৰিছে এই খোজ। যাতনাৰ মাজেৰে বাস্তৱৰ কাষলৈ যেনেতেনে যাবই লাগিব দেৱবালা।

অহৰহ কান্দি আছে ননী, নাকান্দিবি আই!

দেৱবালা বঙলাত সোমালগৈ।

লখিমীয়ে কান্দি আছিল।

কি হৈছে? কিয় কান্দিছে তাই?

দেৱবালাৰ এই প্ৰশ্নত কণ্ডে হাঁহি পেলালে।

শোৱাৰ পৰা লখিমী নুঠে। আৰু শুব তাই।

এতিয়া থেন্‌থেনাই থকাৰ মাজতে মাকক দেখি সেয়া আৰু এখোপ চৰিল।

দেৱবালা জীয়ৰীৰ কাষ চাপিল, লখিমী একেবাৰে মাকৰ বুকুতে সোমাই পৰিল।

দেৱবালাৰ মাতৃস্নেহ উথলি উঠিল। নিজেই নজনাকৈ ওঁঠৰ সুৰুঙাৰে নিঃসৃত হ'ল গুণ্‌গুণনি।

আঃ কিমানদিন হ'ল চেতাৰ স্পৰ্শ নকৰাৰ?

সেইদিনা বঙলালৈ উভতি আহি যাদৱপ্ৰসাদে এক অনন্য পৰিবেশৰ মাজত নিজকে আৱিষ্কাৰ কৰিলে। মজিয়াত পৰা দলিচাত বহি দেৱবালাই চেতাৰ বজাইছে আৰু বুকুৰ মাজত পুতলা লৈ কাষতে টোপনি গৈছে লখিমী। আনকি কোঠাৰ বাহিৰৰ ছিৰিত বহি কংজনীও সেই সাংগীতিক আবহাৱাত ফুলৰ ৰেণু হৈ উৰি যাব ধৰিছিল দূৰ দিগন্তলৈ।

সেইটো, যাদৱপ্ৰসাদে কৰঙাণী গ্ৰাণ্টৰ মাটিখিনি চমজি লোৱাৰ দিন আছিল। মধুটিং আৰু কৰঙাণী সলনাসলনি কৰা হ'লেও, কাগজে-পত্ৰই অনেক যাৱতীয় কাম সম্পাদন কৰিবলগা হ'ব। সেইবোৰ সদ্যহতে পাছলৈ থৈ আজি মাটি চমজি লোৱা হ'ল।

ইমান সময় আপুনি বনমালীত নাছিল তাৰমানে?

ওহোঁ, নাছিলো।

ইয়াৰ পৰা কৰণ্ডাণীলৈ যোৱা বাট কেনেকুৱা?

ওলাবা এদিন।

দেৱবালা মনে মনে থাকিল। বনমালীলৈ অহাৰ যাতনা এতিয়াও শেষ হোৱাই নাই। ননী গুচি গ'ল, কিন্তু তেওঁৰ শৰীৰত প্ৰসৱৰ পাছত সৃষ্টি হোৱা কোষ্ঠকাঠিন্যৰ কষ্ট থাকি গ'ল। সেই কষ্ট দুগুণে বাঢ়ে, যেতিয়া তেওঁ ওখোৰা-মোখোৰা দুৰ্গম বাটেৰে যাতায়াত কৰিবলগা হয়। পাৰিবনে তেওঁ এইটো অৱস্থাৰে কৰণ্ডাণীলৈ যাব?

দুদিনমানৰ পাছত তথাপি দেৱবালাহঁত শিৱসাগৰলৈ উভতিবলগা হ'ল। মাখনীৰ বিয়া। দৰা প্ৰফুল্ল বৰুৱা— কনকলতাৰ বৰককায়েক।

দেৱবালাই মাখনীক জোকালে—

মাখনীয়ে বা বৰ নবৌৱেকক এতিয়া কি বুলি মাতিব? আইমানুহ কাষতে বৈ আছিল, তাই টপৰাই সুধিলে—

মাখনী পেহী, আপোনাক মই পেহী বুলিম নে মামী?

বিমলীয়েনো কি কৰি আছিল, তেওঁৰো মাত ওলাল—

মাখনী বৰুৱানীয়ে কনকলতা চলিহানীক নবৌ বুলিব আৰু কনকলতা চলিহানীয়ে মাখনী বৰুৱানীক নবৌ বুলিব। যাঃ।

আইমানুহে খুৰাকক খুন্দিয়াই চিঞৰিলে—

নিজেই যাঃ, মই কিয় যাম?

কমলালয়াই ল'ৰা-ছোৱালীহঁতক বাৰাণ্ডালৈ মাতি লৈ গ'ল।

ঘৰখনত মানুহেই মানুহ। ইফালে দুদিনমানৰ আগতে হৈ যোৱা নিৰ্বাচনটোত তাৰাপ্ৰসাদ চলিহা বিজয়ী হৈছে। তেওঁ স্বতন্ত্ৰভাৱে জয়ী হ'লেও কংগ্ৰেছো কম আনন্দিত হোৱা নাই, গোটেই শিৱসাগৰখনেই যেন মেলাচকৰৰ বঙলালৈ ঢাপলি মেলিছিল, ঘৰখনত মানুহেই মানুহ। তাতে আকৌ বিয়া এখনো আহি পৰিছে।

দৰা প্ৰফুল্লক যাদৱপ্ৰসাদে বেনাৰসত পঢ়িবলৈ যথেষ্ট উৎসাহিত কৰাৰ কথা সকলোৱে জানে। এতিয়া এক উচ্চ শিক্ষাৰে শিক্ষিত যুৱকে যি কামতে হাত নিদিয়ক, যাদৱপ্ৰসাদৰ সাহচৰ্য নিশ্চয়কৈ লাভ কৰিব।

হয়, মানুহবোৰ নিশ্চিত আছিল।

সকলোবোৰেই আছিল নিশ্চিত।

যাদৱপ্ৰসাদে এইবোৰ লৈ কিবা ভাবেনে নেভাবে দেৱবালাই নাজানে। এনেবোৰ ঘৰুৱা বিষয়ত তেওঁ সমূলি হস্তক্ষেপ কৰিবলৈ ভাল নাপায়।

দৰা টিমন বাগিচাৰ পৰাই আহিল।

আৰু যথাসময়ত ককায়েক যাদৱপ্ৰসাদৰ চেভ্ৰোলেট গাড়ীত উঠি মাখনী দৰাৰ লগত গুচি গ'ল উত্তৰ গুৱাহাটীলৈ।

ঘৰখন তথাপি মানুহেৰে উখল-মাখল হৈয়ে ৰ'ল। সদ্যহতে যে বিয়া এখন হৈ গৈছে ইয়াত, মানুহবোৰ যে দিহাদিহি যাব লাগে, কাৰো যেন হুঁচেই নাই। ল'ৰা-ছোৱালীও সৰহ হোৱাত ঘৰখন একেবাৰে উছৱমুখৰ হৈ ৰ'ল।

দেৱবালাৰ বৰ বিশেষ বেয়া নালাগিল। এই বিয়াৰ সমস্তখিনিতে তেওঁ জড়িত হৈ পৰিছিল। শাহুআই নিকুঞ্জলতাই ডাঙৰ বোৱাৰীয়েকক ককায়েকৰ বিয়ালৈ যোৱাটো বিচাৰিছিল আৰু যাদৱপ্ৰসাদে যেন বিচাৰিছিল এই বিয়াৰ সকলোখিনিতে পত্নীৰ হাত লাগক। তেওঁৰ মতেই হওক।

বোম্বাইৰ পৰা গুৰুপ্ৰসাদ পাইছিলহি। তাৰাপ্ৰসাদৰ মুখলৈ চাইছিল, যাদৱপ্ৰসাদৰ মুখলৈ চাইছিল আৰু আশ্বস্ত হৈছিল যে ককাইদেউহঁতৰ ছত্ৰছায়াৰে তেওঁৰ কৰ্মজীৱন আৰম্ভ হ'ব এতিয়া।

সৰু নবৌ, ভোকত পেট পুৰি গৈছে...।

দেৱৰেকৰ কথাত দেৱবালাই খৰ্‌ধৰ্‌ লগালে। জা-জলপান খোৱাৰ সময় নহয় এতিয়া, তথাপি তেওঁ চিৰা এমুঠি ধুই ল'লে। এইজন দেৱৰেকক তেওঁ বৰকৈ লগ পোৱা নাই। ল'ৰা গম্ভীৰ যদিও চলিহা পৰিয়ালৰ অন্যান্য সদস্যৰ দৰেই মৰমিয়াল। চিৰাবাটি হাতত লৈয়ে কাম কৰা মানুহৰ ভোকৰ খা-খবৰ লোৱাত লাগি গ'ল।

দেৱবালাই সেইখিনিৰ পৰাই বাৰাণ্ডাই-চোতালে উমলি থকা ল'ৰা-ছোৱালীবোৰলৈ চকু দিলে। সৌজনী লখিমী, এতিয়া উদং ভৰিৰে খেলিয়ে আছে তাই। নতুনকৈ নিয়ৰ পৰিবলৈ লৈছে, ৰাতি কাঁহৰ কোবত শুব নোৱাৰে।

তেওঁ তাইৰ ওচৰ পালেগৈ। লাহেকৈ কোলাত তুলি লৈ কোঠাত সোমালগৈ। অসুখীয়া হ'বলৈ এৰিব পাৰিনে ছোৱালীজনীক? তাই থেন্‌থেনাইছিল, ভিতৰত তিলমানো নাথাকে, বাৰাণ্ডাৰ খুঁটা এটাত ধৰি একাণপতীয়াকৈ ঘূৰি থাকিবলৈ বিচাৰে তাই, সেইটো তাইৰ বাবে আমোদজনক খেল হৈ উঠিছিল।

দেৱবালাই ফুচুলাবলৈ ধৰিলে।

শীত নামি আহিছে। গৰম যাবধৰা আৰু শীত নামি অহা এনে দোমোজাৰ সময়খিনিতে মানুহবোৰে চৰ্দি-পানীলগা, জ্বৰ-কাহত ভোগে। সাধাৰণতে ল'ৰা-ছোৱালীবোৰে বেছিকৈ ভোগে।

লখিমীৰ আমনি বাঢ়ি গ'ল। উমলগা কাপোৰ নিপিন্ধে, ভৰিত জোতা নিপিন্ধে। তথাপি দেৱবালা লাগি থাকিল। তাইৰ থেন্‌থেননি শুনি কনকলতা তালৈকে আগুৱাই আহিছিল। পাছে বিশেষ তেনে কাৰণ নেদেখি দুৱাৰৰ বাহিৰৰ পৰাই উভতিল। দেৱবালা তেতিয়াও জীয়েকক ফুচুলোৱাত ব্যস্ত।

# ওঠৰ

মাখনীৰ বিয়াৰ পাছৰ পৰা যাদৱপ্ৰসাদৰ ব্যস্ততা বাঢ়ি গ'ল। এতিয়া তেওঁ মেলাচকৰৰ পৰাই বনমালীলৈ অহা-যোৱা কৰিবলৈ লৈছে। গুৰুপ্ৰসাদো যায় লগতে। কেতিয়াবা দুই-এৰাতি তাতে থাকি গোসাঁইবাৰীলৈও যাতায়াত কৰে।

তাৰাপ্ৰসাদৰ পুথিভঁৰালৰ অফিচ-কক্ষত এতিয়াও মানুহ। ৰাতি আঁঠুবাৰ ভিতৰত দেৱবালাই পতিক সুধিলে—

কংগ্ৰেছী মহাসভাৰ আয়োজন কি হৈছেগৈ?

অসম পলিটেক্‌নিকৰ ছাত্ৰ কেইটিমানকে পঠিওৱাৰ দিহা কৰিছো।

ভুবন গগৈৰ পলিটেক্‌নিকৰ?

ওঁ ঠিকেই কৈছা। ছাত্ৰইঁতৰ কাৰণে ময়ে অলপ জেপৰ ধন খৰচো কৰিম বুলি ভাবিছো।

আপুনি পলিটেক্‌নিকৰ কাৰণেও কিবা দিয়া নাছিল জানো?

যাদৱপ্ৰসাদে মিচিকিয়ালে। ইটো-সিটো কৰি থকা পত্নীলৈ মৰমেৰে চাই ৰ'ল। দেৱবালাৰ ইতিমধ্যে বেণী গোঁথা সম্পূৰ্ণ হৈছিল। ৰাতি শুবলৈ যোৱাৰ আগতে চুলিখিনি পৰিপাটি কৰাৰ উপৰিও তেওঁ চালৰো যতন লয়। যাদৱপ্ৰসাদে পিঠিত গাৰু এটা লৈ পালেঙত আৰামকৈ বহি আছিল। এইবাৰ দেৱবালাই হাতৰ তলুৱাত জবাকুসুম তেল অলপ লৈ পতিৰ চুলিত মালিচ কৰিবলৈ ধৰিলে।

দিনটোৰ পৰিশ্ৰমৰ অন্তত পত্নীৰ সাদৰী হাতৰ এনে পৰিচৰ্যা পাই যাদৱপ্ৰসাদৰ চকুযুৰি আপোনাআপুনি মুদ খাই আহিল। হয়, সাহায্য দিছিল তেওঁ, পলিটেক্‌নিকৰ বাবে ঘৰ সজাৰ দায়িত্ব মূৰ পাতি লৈছিল। আজি পৰ্যন্ত সেইখনে লাগ বুলিলেই তেওঁৰ পৰা আৰ্থিক সাহায্য পাই আহিছে।

ছাত্ৰইঁত কেতিয়া যাব?

দেৱবালাৰ মাতত যাদৱপ্ৰসাদৰ ধ্যানভংগ হ'ল। দেৱবালাই পতিৰ এই স্বভাৱৰ কথা ভালদৰেই জানে। মাজে-মধ্যে মানুহজন ভাবুক হৈ পৰে, অন্যমনস্ক হৈ আহে।

বুকু কঁপে দেৱবালাৰ।

পৃথিৱীৰ ৰং-ৰূপ নিৰ্যাসেৰে উপচি পৰক প্ৰিয়জনৰ সমস্ত স্বৰ্গীয়। শহুৰদেউতাৰ বিষণ্ণতা, ডাঙৰীয়া তাৰাপ্ৰসাদৰ উদাসীন-ভাবুক স্বভাৱে কাহানিও আড়ষ্ট নকৰক তেওঁক। প্ৰাণখুলি হাঁহক মানুহজনে। আনন্দিত হৈ ৰওক। সুখী হৈ ৰওক।

চুলিৰ মাজেৰে চলি থকা দেৱবালাৰ আঙুলিৰ বেগ বাঢ়িছে। আৰাম অনুভৱ কৰিছে যাদৱপ্ৰসাদে। অস্ফুট মাত বাহিৰ হ'ল মানুহজনৰ—

দহ দিনমানৰ আগতে পোৱাকৈ পঠিয়াব লাগিব। ময়ো যাম বুলি ভাবিছো।

যাওক। চাই আহকগৈ।

যাদৱপ্ৰসাদ সুখী হৈ উঠিল।

দেৱবালাৰ এনে উৎসাহ ভাল লাগে তেওঁৰ। ক'লে—

ভুবন গৈগে, ইন্দ্ৰেশ্বৰ চুতীয়াৰ লগতে ময়ো সভাৰ আগদিনা পোৱাকৈ যাম বুলি মনতে ভাবি থৈছো।

যাওক। ভাল হ'ব। এইবোৰ কামত লাগিবলৈ কেইজনৰ ভাগ্য মিলে?

যাদৱপ্ৰসাদৰ স্নেহ উথলি উঠিল।

কোঠাটোত লেমৰ খীণ পোহৰ এতিয়া। খিৰিকীৰ ওপৰৰ ভেণ্টিলেটৰৰ কাঁচৰ মাজেৰে জোনাক সৰকি আহিছিল শুক্লপক্ষৰ নিশা। জোনৰ ৰূপালী পোহৰ এতিয়া দেৱবালাৰ কোঠালৈ এক মায়াৱী ব্যাধৰ ভেশ ধৰি সোমাই আহিল। কামদেৱৰ তূণৰ পৰা চুৰি কৰি অনা ফুলাম শৰ কিছুমান ধনুত জুৰিলে আৰু যেনিতেনি বিদ্ধ কৰি গ'ল এই দম্পতীহালক।

চেনেহেৰে উচ্চাৰিলে যাদৱপ্ৰসাদে—

তুমি বৰ সুন্দৰ বৰমাই!

পতিৰ এনে প্ৰশংসাত লাজে আৱৰি ধৰিলে দেৱবালাক। গালে-মুখে তেওঁৰ বেণীৰ পৰা বাহিৰ হোৱা চুলিকেইডালমান আহি পৰিছিল। এতিয়া সেইকেইডালি আলফুলে আঁতৰ কৰি বৰ্ধিত চেনেহেৰে পুনৰ উচ্চাৰিলে যাদৱপ্ৰসাদে—

শুনিছানে মই কি কৈছো? ধুনীয়া নহয় তুমি, সুন্দৰ।

চকুযুৰি মুদি দিলে দেৱবালাই।

সূৰ্যোদয়ৰ সময়হে যেন আকাশত বিচিত্ৰ ৰঙৰ খেলা, এই উঠিছে, এই বিলীন হৈ গৈছে ৰঙৰ পয়োভৰ, ৰঙা ৰঙৰে প্ৰভাৱ বেছি সেইফালৰ পৰাই ৰঙে ৰঙে ঠেকা খাই নিঃসৃত হৈছে স্বৰ্গলোকৰ সুৰ নামি আহিছে, পিছলি আহিছে চেতাৰৰ তাঁৰেৰে সপোনৰ আৰ্যপুত্ৰ।

সকলো সময়তে দেখি থকা যাদৱপ্ৰসাদ চলিহা নামৰ এই মানুহজনৰ মাজতে নিজৰ অনেক কিবাকিবি আৱিষ্কাৰ কৰি বিভোৰ হৈ উঠিল দেৱবালা।

১৯২৬ চনত তিনিটাকৈ উল্লেখযোগ্য ঘটনা হ'ল— ননীৰ শেষযাত্ৰাৰ যাতনা, তাৰাপ্ৰসাদৰ নিৰ্বাচনত জয়লাভ আৰু কৰণ্ডাণী গ্ৰাণ্ট চমজি লোৱা।

নহয় নহয়, তিনিটা ঘটনা নহয়। ডিচেম্বৰৰ যোল্ল তাৰিখে পৰিয়ালটোত আৰু এক ঘটনা ঘটিল। তাৰাপ্ৰসাদ-কনকলতাৰ সংসাৰলৈ নামি আহিল আৰু এক পুত্ৰ ঐশ্বৰ্য। যাৰ নাম থোৱা হ'ল টুটু। হয়, দেখাত নিতান্ত সাধাৰণ যেন লাগিলেও এয়াও এক ঘটনাই হয়। ননীয়ে ঘৰখনক শোকৰ মাজত পেলাই থৈ যোৱাৰ পাছত এয়া এক আনন্দৰ খবৰেই হৈ উঠিল। পানীকেঁচুৱাৰ কল-কাকলিৰে মুখৰ হৈ উঠিল মেলাচকৰৰ বঙলা।

আৰু দেৱবালা?

এই নতুন সদস্যজনৰ আগমনত দেৱবালাৰ ভিতৰত সৌ সিদিনাৰ ননীয়ে পুনৰ হাত-ভৰি লৰাইছিলনে?

হয়, এয়া এক স্বাভাৱিক প্ৰক্ৰিয়া। টুটুক প্ৰথমবাৰৰ বাবে কোলাত লওঁতে দেৱবালাৰ বুকুত আত্মগোপন কৰি ৰোৱা শিলাখণ্ডই নতুনধৰণে হেঁচা প্ৰয়োগ কৰি উঠিল।

সাধাৰণ মাতৃ হোৱা হ'লে সেই শিশুক তাতে এৰি নিজৰ হেৰোৱা শিশুটিৰ বাবে শোকত কাতৰ হ'লহেঁতেন।

কিন্তু দেৱাবালা অন্যধৰণৰ নাৰী। দেৱবালা, দেৱবালাই।

চাৰিওফালৰ পৰা মেৰিয়াই বুকুৰ মাজত আঁকোৱালি ধৰিলে তেওঁ এই শিশুক। কোনো কাৰণতে, কোনো কাৰণতে যাতে এই শিশু কোনো ৰোগত আক্ৰান্ত নহয়, এই পুহৰ ঠেৰেঙালগা শীতৰ শীতল আঙুলিয়ে যাতে কোনো ফালৰ পৰা, কোনো কাৰণতে স্পৰ্শ কৰিব নোৱাৰে এই শিশুক।

অত্যন্ত সন্তৰ্পণ মমত্বৰ অনুভৱেৰে দেৱবালাই শিশুটিৰ মূৰত ওঁঠ থ'লে।

আঃ সেই একেই সুবাস। একেই সুবাস।

চকুযুৰি মুদি দিলে তেওঁ পৃথিৱীলৈ অহা সকলো নৱজাতকৰ পৰা এই একেই সুবাস বাহিৰ হয়নে? ননীৰ সুবাস?

০ ০ ০ ০ ০ ০ ০

১৯২৮ চনৰ জানুৱাৰীত দেৱবালাই পুনৰ গৰ্ভধাৰণ কৰিলে। এতিয়া তেওঁলোক বনমালীত। লখিমী ডাঙৰ হৈছে। ফলিপুথি হাতত তুলি লৈছে। আৰু দেৱবালা উভতি গৈছে নিজৰ শৈশৱলৈ। পিতৃ বিষ্ণুপ্ৰসাদ দুৱৰা বেতৰ চকীত বহি আছে। শীতৰ ৰ'দ একাঁজলি আহি তেওঁৰ গায়ে-মূৰে পৰিছে। ককায়েক বাপে কলাপাতত স্বৰবৰ্ণ লিখিছে। দেৱবালা পিতৃৰ চকীৰ হাতলত ধৰি বৈ আছিল। ককায়েকৰ লিখন এশাৰীৰ অন্ত পৰিল কি নাই, এই কণমানিজনীয়ে হাতচাপৰি বজাই উঠিল—

ময়ো লিখিম, ময়ো লিখিম...।

বিষ্ণুপ্ৰসাদ দুৱৰাৰ বুকু ভৰি উঠিল। পৰিয়ালটোৰ ভিতৰতে এই ছোৱালীজনী

সুগঢ়ী। উজ্জ্বল বৰ্ণ, কুন্দত কটা চেহেৰা। দেখিলেই মানুহ সম্মোহিত হয়। এতিয়া যদি তাইৰ ভিতৰত এগছি প্ৰদীপ জ্বলাই দিয়া যায়, উজ্জ্বলতা নাবাঢ়িবনে?

বহি থকাৰ ভংগী নসলোৱাকৈয়ে দুৱৰাই আঙুলিৰ মূৰত কন্যাৰ বয়স গণে। অলপ কম হৈ আছে। তথাপি তেওঁ বৰপুত্ৰৰ স'তে এই কন্যাকো সংস্কৃত টোললৈ পঠিওৱাৰ চিন্তা কৰিলে।

এনেকৈয়ে আৰম্ভ হৈছিল দেৱবালাৰ শৈক্ষিক জীৱন। চোতালত মৰাঠাৰিৰে স্বৰবৰ্ণ লিখিছিল। লিখিছিল কৰ্মসূত্ৰে পিতৃয়ে লাভ কৰা বঙলাৰ প্ৰতিখন দেৱালত।

হয়, পঢ়াৰ প্ৰতি দেৱবালাৰ ধাউতি অসীম। দিনকদিনে বাঢ়িছিল। তেতিয়া তেওঁলোক বৰপেটাত। মাহীয়েক ৰাজবালা দাস সেই সময়ত কলিকতাৰ ডায়'চেছনৰ আই এ শ্ৰেণীৰ ছাত্ৰী। এওঁক সেই সময়ৰ সমাজ ব্যৱস্থাৰ বিপৰীতে বলিষ্ঠ খোজকঢ়াই আপোন ককায়েক ৰজনীকান্ত বৰুৱাই কলিকতাত পঢ়ুৱাবলৈ উলিয়াই নিছিল। ৰাজবালাই বেথুন স্কুলত পঢ়িছিল আৰু ভনীয়েক সুৰবালাকো লৈ গৈছিল। সেই সময়ত লক্ষ্মীনাথ বেজবৰুৱাৰ কন্যা অৰুণা, সাহিত্যিক ৰমাকান্ত বৰকাকতীৰ কন্যা ক্ৰমে সুধালতা আৰু সুখলতাকে ধৰি কলিকতাত অসমীয়া কেইবাগৰাকীও ছাত্ৰীয়ে পঢ়াশুনা কৰি আছিল। এনে নানান কথা ৰাজবালাৰ পৰা জানি লৈ ভিনিহিয়েক বিষ্ণুপ্ৰসাদ দুৱৰায়ো মন মেলিলে দেৱবালাকো কলিকতাত পঢ়ুৱাবলৈ। তেওঁৰ আঙুলিত তেতিয়াও আঠ বছৰীয়া দেৱবালাৰ হাতৰ মুঠিৰ খামোচ। তথাপি দুৱৰাই একপ্ৰকাৰ মন স্থিৰেই কৰি পেলালে যে হয়, তেওঁৰ কন্যা এই বয়সতে কলিকতালৈ যাব, বিখ্যাত শিক্ষানুষ্ঠানত ভৰ্তি হ'ব, কেৱল পাঠ্যপুথিৰ মাজেৰেই উজলি নুঠিব দেৱবালা, সংগীত-ক্ৰীড়াকে ধৰি সু-জীৱনৰ আটাইবোৰ দিশকে সামৰি আগবাঢ়ি যাব তেওঁৰ এই কন্যা ৰত্নটি।

...লখিমীয়ে মাকৰ কোলাত একৰ পৰা দহলৈ লিখা আজৰি হোৱা ফলিখন গোজা মাৰি দিলেহি। লগে লগে দেৱবালা ঘূৰি আহিল তেওঁৰ শৈক্ষিক জীৱনৰ সেই কেঁকুৰিটোৰ পৰা। য'ত সূৰ্যোদয়ৰ পোহৰে সমুখৰ বাট উজলাই ধৰিছিল, সেই কেঁকুৰিটোৰ পৰা। পঢ়াত বেয়া নাছিল দেৱবালা, সংগীতত, বিশেষকৈ বাদ্যসংগীতত, তেওঁ বিশেষ পাৰদৰ্শিতা দেখুৱাব পাৰিছিল, খেলাধূলাত অৰ্জন কৰিব পাৰিছিল কৃতিত্ব।

আইদেউ, পালেং শাক আনিলো।

বঙলাত কাম কৰা মানুহটোৰ মাতত দেৱবালাই পাছলৈ উভতি চালে। মানুহটোক ক'লে,

পাকঘৰত থোৱাগৈ।

তাৰপাছত তেওঁ লখিমীৰ ফলিখনত চকু ফুৰালে। শুদ্ধ, আটাইকেইটা শুদ্ধ হৈছে। লখিমীয়ে চাই আছিল, মাকে শুদ্ধ চিনেৰে নম্বৰ দিছিল— দহৰ ভিতৰত দহ। ছোৱালীজনী

জঁপিয়াই উঠিল। এইবাৰ দেৱবালাই তাইক শব্দ কেইটামান লিখিবলৈ দিলে— কলম খৰম, গৰম।

ৰান্ধনিশালত পালেংখিনি ধুই অঁতোৱা হৈ গৈছিল। দেৱবালাই সেইখিনি নিজৰ হাতলৈ আনি ল'লে। একঁকালমান ওখ চৌকাটো জ্বলি আছিল। তেওঁ পালেংশাকৰ চুপ প্ৰস্তুত কৰিবলৈ লাগি গ'ল। এইবাৰ যি শিশু ভূমিষ্ঠ হ'ব, সি হ'ব শক্তিশালী। সকলোধৰণৰ ৰোগ প্ৰতিৰোধ কৰিবলৈ স্বয়ং সক্ষম হ'ব সি। তাৰেই আয়োজন এয়া। পুষ্টিদায়ক ব্যঞ্জন প্ৰস্তুত কৰিব তেওঁ লখিমী আৰু তেওঁৰ বাবে।

আৰু যাদৱপ্ৰসাদ ?

এইকেইদিন যাদৱপ্ৰসাদ দুপৰৰ সাঁজৰ বাবে ঘৰলৈ আহিব পৰা নাই। মটৰ চাইকেল লৈ টিমন-কৰণ্ডাণীলৈ অহা-যোৱা কৰি আছে। টিমনৰ কলঘৰ চলাবলৈ এটা নতুন ইঞ্জিন আনিছে। সেইটোৰ পাছতে আঠা লগাদি লাগি আছে যাদৱপ্ৰসাদ আৰু কলিকতাৰ পৰা অহা ইংৰাজ ইঞ্জিনীয়াৰ। যদিও কোনো বিশ্ববিদ্যালয়ে যাদৱপ্ৰসাদক ইঞ্জিনীয়াৰ বুলি স্বীকৃতি দিয়া নাই, তথাপি সেই অঞ্চলৰ প্ৰতিজন মানুহৰ বাবে তেওঁ এজন পাৰদৰ্শী ইঞ্জিনীয়াৰ। এজন কবিক যেনেকৈ প্ৰকৃতিৰ প্ৰতিটো ান্দনিক অংগই হাতবাউল দিয়ে, যাদৱপ্ৰসাদকো তেনে কলকব্জাবোৰে অহৰহ আমন্ত্ৰণ কৰি থাকে।

এই কথা কেৱল জনাই নহয়, বুজাই নহয়, উপলব্ধি কৰে দেৱবালাই। এক নাম নজনা অনুভৱেৰে ক্ৰমাৎ ওফন্দি উঠে তেওঁৰ অন্তেষপুৰ। স্বামীৰ কৃতিত্বত নিশ্চয়কৈ গৰ্ব অনুভৱ কৰে তেওঁ। স্বামীৰ কৰ্মমুখিতাত সেয়েহে তেওঁ এটা লণ্ঠন দাঙি পোহৰাব খোজে মানুহজনে যাত্ৰা কৰিব খোজা সমস্ত পথ।

০ ০ ০ ০ ০ ০ ০

দেৱবালাই এইবাৰ গৰ্ভধাৰণ কৰাৰ কেইবামাহো পাৰ হৈ গৈছে। এনে সময়ত এইদৰে বাগিচাত থকাটো সিমান সুবিধাজনক নহয়। অগম্য পথ, লাগ বুলিলেই উন্নতমানৰ চিকিৎসা নাই, তদুপৰি ঘৰৰ মানুহ পাবলৈ নাই।

যাদৱপ্ৰসাদেও কথাটো চিন্তা নকৰা নহয়। দেৱবালা এনে সময়ত ভৰা ঘৰ এখনত থকাই উচিত। একো যাতে অঘটন নঘটে, তাৰ বাবে যিমান পাৰি সাৱধান হোৱাটো ভাল হ'ব।

চিগাৰেট এটা জ্বলাই তেওঁ আগবাৰাণ্ডাত ৰ'লহি। চৌহদৰ সমুখৰ মুকলিত সৌৱা দেৱবালাই লখিমীক খেলিবলৈ লগাইছে।

বাৰে বাৰে ভুল কৰে লখিমীয়ে। দেৱবালাৰ নিজৰে খেলি দেখুৱাই দিবৰ মন যায়। আজি লখিমীৰ লগত বাগিচাৰে শ্ৰমিকৰ ল'ৰা দুটামান। 'মিউজিকেল্ চেয়াৰ'

খেলটো সিহঁতে নতুনকৈ শিকা। আমোদ পাইছে। কিন্তু লখিমীয়ে ভালপোৱা নাই। তাইক লাগে চকুত কাপোৰ বান্ধি কেৱল টেকেলি ভঙা খেল খেলিবলৈ। যোৱা বছৰ শীতকালি এইখিনিতে বেডমিণ্টন খেলা হৈছিল। এইবাৰ দেৱবালাই নিজে আগভাগ লৈ লখিমীক টেনিছ খেলিবলৈ শিকাইছে। কিন্তু লখিমীৰ দৌৰাদৌৰি কৰি ফুৰাত মন বেছি।

হাঁহি উঠে দেৱবালাৰ।

একে উশাহে জীয়েকক কোলাত তুলি ল'বৰ মন যায়।

কিন্তু নলয়। ল'ব নোৱাৰে। তেওঁৰ নিজৰে গা গধুৰ। এনে লাগে যেন আগতে কেতিয়াও ইমান গধুৰ হোৱা নাছিল তেওঁৰ শৰীৰ।

আজিকালি বেছিকৈ তললৈ হালিবও নোৱৰা হৈ আহিছে।

ৰাতি খোৱা-বোৱাৰ পাছত তেওঁ যাদৱপ্ৰসাদৰ সৈতে আগফালৰ অন্ধকাৰ বাৰাণ্ডাত বহিল। চাৰিওফালে ঝিলীৰ মাত। নিশাচৰ পক্ষীৰ ডেউকাৰ ধপ্‌ধপনি। মাজে মাজে শ্ৰমিক লাইনৰ ফালৰ পৰা ভাহি আহিছে বাটৰ কুকুৰৰ কাজিয়াৰ মাত।

যাদৱপ্ৰসাদে চিগাৰেট হুঁপিছে।

খৰকৈ হুঁপিছে।

দেৱবালাই পুনৰ আগৰ দৰেই অন্ধকাৰলৈ দৃষ্টি ঘূৰালে। তেওঁ জানে, নিশ্চয়কৈ যাদৱপ্ৰসাদ এতিয়া কিবা জটিল চিন্তাৰ পাকত সোমাই আছে। হয়তো ক'ৰবাত বিজুতি ঘটা কোনো ইঞ্জিনৰ মেৰামতিত তেওঁ আজি সফল নহ'ল। সফল কিয় হ'ব পৰা নগ'ল, কি কৰিলে, কেনেদৰে কৰিলে পাব পৰা যাব সফলতা, নিশ্চয়কৈ তেওঁ তাকে ভাবিছে। ভাবি ভাবি একেবাৰে তত্ নোপোৱা হৈছে।

আকৌ পতিলৈ চালে দেৱবালাই। ভাল লাগে তেওঁৰ। যাদৱপ্ৰসাদ এনেবোৰ ভাবনাত মগ্ন হ'লে হাঁহি উঠে তেওঁৰ। মৰম লাগে। লাহেকৈ সুধিলে—

ইমানকৈনো কি ভাবিছে?

হুঁ?

কি ভাবিছে?

বাগিচাত এতিয়া ঠায়ে ঠায়ে খোৱাপানীৰ জঞ্জাল। ভাবিছো, ডাঙৰ নাদত কপিকল বহুৱাও যদি কম সময়তে সৰহ পানী উঠিব। অৰ্থাৎ কম বলতে বহুত পানী তুলিব পৰা যাব। নাদৰ পানী ভাল।

এতিয়া কোনটো ভাবিছে আপুনি?

কপিকল।

দা বলোৱা মানুহে নোৱাৰিবনে?

এইবাৰ যাদৱপ্ৰসাদে পত্নীৰ মুখলৈ চালে। যিকোনো বিষয়তে কেনেকৈ সোমাব পাৰে দেৱবালা? দেখাততো তেনে যেন নালাগে। নিচেই কোমল বয়স, মনো কোমল। অথচ, অথচ বুদ্ধিমত্তাত, কিমান বিচক্ষণা সেই কথা তেওঁতকৈ ভালকৈ কোনে উপলব্ধি কৰিব?

চেনেহতে পমি গ'ল মানুহজন। অনুচ্চ মাতেৰে ক'লে—

দা বনোৱা মানুহ নহয় বৰমাই, কমাৰ। অ' ঠিকেই ভাবিছা তুমি, তাতে কিবা এটা কৰোৱাব লাগিব।

চিধাই তালৈ যোৱাতকৈ নিজৰ তাতে চাবচোন। ভালকৈ বিচাৰ-খোঁচাৰ কৰিলে বোধহয় আপোনাৰ সেই লোহা-লক্কৰসোপাৰ মাজতে কিবা পাই যাবও পাৰে।

ওঁ।

দুয়ো নীৰৱ। পৃথিৱী শুইছে, চাৰিওফালে নীৰৱতা। কিন্তু দেৱবালাৰ অভ্যন্তৰত কলা-কলাকৈ বাঢ়ি অহা শিশুটি এতিয়াও শোৱা নাই। হাত-ভৰি লৰাইছে, এণ্ডামুৰি দিয়াৰ দৰে শৰীৰটি টানি পোনাইছে।

নিজেই নজনাকৈ দেৱবালাই সামান্য উচ্‌পিচ্ কৰি উঠিল। মুখৰ সুৰুঙাৰে নিৰ্গত হ'ল সহ্য কৰাৰ লাহী শব্দ। অঃ!

যাদৱপ্ৰসাদ সচেতন হৈ উঠিল—

কি?

দেৱবালাই পাতলকৈ হাঁহিলে, ক'লে—

একো নাই, হয়ে থাকে এনেকুৱা।

কষ্ট হয়?

ঠিক কষ্ট নহয়, কিবা লাগে। বুজাব নোৱাৰিম। দিন বাঢ়িছে মানে আমনি বাঢ়িছে।

মেলাচকৰলৈ যোৱাৰ বিষয়ে কি ভাবা?

আপোনাৰ খোৱা-বোৱাৰ কষ্ট হ'ব। তাৰপৰা ইয়ালৈ ঘনাই যাতায়াত কৰিবলৈ বাট হৈছে সেয়া।

সেইবোৰ একো কথা নহয়। কথা হৈছে আমাৰ সন্তান। তোমালোকক সোনকালে মেলাচকৰলৈ লৈ যোৱাই উচিত হ'ব। এতিয়াই তোমাৰ এয়া, দিনকদিনে আৰু বাঢ়িবতো। তাত মানুহখিনি আছে, ধাই আছে, নাৰ্চ আছে।

হ'ব তেন্তে।

চেভ্ৰোলেট গাড়ীত উঠি দেৱবালাইঁত মেলাচকৰলৈ আহিল।

# উনৈশ

মেলাচকৰৰ ঘৰত আজিকালি কামত সহায় কৰা মানুহ আৰু দুই-এজন বাঢ়িল। তথাপি ৰঘু আছে। একেই আছে তাৰ ব্যস্ততা, ল'ৰা-ছোৱালীবোৰক সি মূৰত পাগ মাৰি ধেমেলীয়াকৈ বিহু নাচি দেখুৱায়। দৰাচলতে ধন আৰু লখিমীৰ উৎপাতহে বঢ়াই তুলিছে সি।

দেৱবালাই কোঠাৰ খিৰিকীৰে চাই আছিল। লখিমীৰ উৎপাত ক্ষণে ক্ষণে চৰিছে। তেওঁ ঘৰৰ মাজৰ দীঘল কৰিড'ৰেৰে আগফাললৈ আগুৱালে। ছোৱালীজনীক হৃদয়ৰ সমস্ত আকুতিৰে মৰম কৰে তেওঁ। ভালপায় প্ৰাণাধিক। তাৰ অৰ্থ এইটো নহয় যে তাইৰ অন্যান্য দিশৰ প্ৰতি একেবাৰে আওকাণ কৰিব নোৱাৰে। অন্য মাকসকলৰ কথা নাজানে, অন্ততঃ দেৱবালাই নোৱাৰে। তেওঁৰ চকুলৈ চায়ে দুষ্টালি কৰি থকা লখিমীৰ হাত বৈ গৈছে, কথা আধা কোৱাতে বৈ গৈছে। নাই নাই, তাইক তেওঁ কাহানিও সৌকা জোকাৰি দেখুওৱা নাই। ভয় খাই যাব পৰাকৈ চিঞৰি ককৰ্থনা কৰা নাই। খুব বেছি ক'বলগা হ'লে এষাৰেই তেওঁৰ শাসনবাক্য—

'মই বেয়া পাইছো।' হয়, সিমানেই।

কৰিড'ৰৰ মুখৰ যিখন পৰ্দা, তাৰ এইপাৰেই বৈ গ'ল দেৱবালা। বৈ যাবলৈ বাধ্য হৈ গ'ল তেওঁ। শৰীৰৰ ভিতৰত আলোড়ন উঠিছে। গৰ্ভজাত শিশুটি যেন চক্ৰাকাৰে ঘূৰিব ধৰিছে।

গাটো কেনেবা লাগি গ'ল দেৱবালাৰ।

ঠিক যেন গাটোও নহয়, মনটোহে।

তেওঁ ভিতৰলৈ উভতিল। আদৰমণিক পঠিয়াই লখিমীক ভিতৰলৈ অনালে। লখিমী আহিল। তেওঁ শিকোৱা ল'ৰাপুথিৰ পদ্য এটিৰ এফাকি গাই আছিল তাই। দেৱবালাই তাইক হাতত ধৰি শোৱনিকোঠালৈ লৈ গ'ল।

কিমান সময়নো বাগৰিছিল, মাক-জীয়েক শোৱনিকোঠাত সোমোৱাৰ? এনে লাগিল দেৱবালাৰ, ঘৰখনৰ প্ৰতিজন সদস্যই যেন চকু চোৱা-চুইকৈ থৰ হৈ বৈ গৈছে। সকলোৱে কিবা এটা গম পাইছে, জানিছে। কিন্তু মুখখুলি ব্যক্ত কৰিব নোৱৰাকৈ অবাক হৈ বৈ গৈছে।

স্তব্ধ হৈ বৈ গৈছে।

কিয় এনে লাগিছে দেৱবালাৰ? ভৰিৰ পতাত অস্থিৰতা, গা-মন উচাটন, কিয় এনে লাগিছে?

ধীৰ খোজেৰে কোঠালৈ কমলালয়া সোমাই আহিল। পাছে পাছে কনকলতা আৰু পুতলী। কোঠাটো ভৰি পৰাৰ দৰে দেখা গ'ল।

দেৱবালাই মূৰৰ ওৰণি টানিবলৈ লৈও ৰৈ গ'ল।

গাৰ চাদৰৰ আগটো মুঠা মাৰি ধৰিবলৈও যেন পাহৰি গ'ল।

লখিমীৰ মাক!

কোনে মাতে?

শাহুআই নিকুঞ্জলতাৰে মাতনে সেয়া? ইমান দুৰ্বল! আটাইলৈকে চাই দেৱবালা দুবাৰডলি পাৰ হ'ল। নিকুঞ্জলতা চোতালৰফালে মুখ কৰি ৰৈ আছিল। চোতালত গুৰুপ্ৰসাদ আৰু বিমলী, ধনকে ধৰি কেইবাজনো।

বতৰা এটি আহিছে।

নিকুঞ্জলতাৰ মাত শুনি দেৱবালাৰ উচপিচনি লাগিল। কি বতৰা? কেনে বতৰা? বতৰাটি যে অত্যন্ত গম্ভীৰ সেয়া সহজেই অনুমেয়। তদুপৰি সেইটি তেওঁৰ জীৱনৰ সৈতেই যে ওতপ্ৰোতভাৱে জড়িত সেয়াও সহজে অনুমেয় হৈ উঠিছে।

দেৱবালাই নিজকে স্থিৰ কৰি ৰখাৰ চেষ্টা কৰিলে। যেনে ধুমুহাই নবলক কিয়, গছ হৈ তেওঁ সহ্য কৰিব পাৰিব লাগিব।

কোনোবা এগৰাকীয়ে নিচেই কাষতে ৰৈ তেওঁৰ পিঠিত হাত থ'লে।

অনুমান কৰিলে দেৱবালাই, সেয়া কমলালয়া।

পুতলী, নবৌৱেৰক বহুৱাব লাগিল।

কমলালয়াৰ মাতষাৰ শুনি দেৱবালা নামৰ গছজোপাই যেন ৰৈ থকা মাটিত দৃঢ় খোপনিহে পুতিব খুজিলে। চিন্তা শিপাৰে গোটেইখন ঢাকি পেলাই লাহেকৈ ক'লে—

হ'ব বৰবাইদেউ, ঠিকে আছো। কিন্তু কি হৈছেনো?

পাছৰ ফালৰ দেৱবালাৰ মাত একেবাৰে ফুচফুচনিৰ দৰে শুনা গ'ল।

কিন্তু কোনেও যে একো নকয়, একো মতা নাই, কি হ'ল?

আঃ যাদৱপ্ৰসাদ!

ক'ত আছে যাদৱপ্ৰসাদ? কেনে আছে?

মুহূৰ্ততে কমলালয়ালৈ চকু তুলি স্পষ্ট মাতেৰে সুধিব যেন দেৱবালাই— 'তেখেত ক'ত, তেখেত? লখিমীৰ দেউতাক?'

লখিমীয়ে তেওঁৰ ভৰি দুখনতে চেনেহতে গবা মাৰি ধৰিলেহি। নিকুঞ্জলতাই নাতিনীয়েকক লাহেকৈ নিজৰ ফাললৈ টানি আদৰ কৰিলে। অসময়ত অহা বা-মাৰলীৰ দৰে এৰি দিলে গম্ভীৰ মাতষাৰি—

সকবোৰক আঁতৰাই পেলাহঁত।

এনে কি কথা ক'ব এতিয়া নিকুঞ্জলতাই? দেৱবালাৰ মূৰ ঘূৰাও যেন কৰিলেও গছ হোৱাৰ প্ৰতিজ্ঞা ভংগ কৰা নাই তেওঁ।

যাদৱপ্ৰসাদ ওলালহি। মানুহজনক দেখিহে দেৱবালাৰ মুখলৈ পানী আহিল। মহিলাসকল সাউৎকৈ আঁতৰ হৈ গ'ল। যাদৱপ্ৰসাদৰ খোজৰ শব্দতে যেন নিকুঞ্জলতাই আখলৰ বাট ধৰিলে। কমলালয়া আৰু পুতলীয়ে সৰুবোৰক আগফাললৈ উলিয়াই লৈ গ'ল। গুৰুপ্ৰসাদ গৈ ইতিমধ্যে পুথিভঁৰালৰ বাহিৰত বৈছিলগৈ। তাৰাপ্ৰসাদকে ধৰি তাত কেইবাজনো বৈ আছিল।

যাদৱপ্ৰসাদ তলমূৰকৈ নিজৰ কোঠাত সোমাল। আজি তেওঁৰ চুৰিয়াত বহুদূৰ ঢপলিয়াই অহাৰ শোটমোচনি।

দেৱবালাও কোঠালৈ উভতিল।

পালেঙতে বহিলগৈ। তাতে যাদৱপ্ৰসাদো বহি আছিল। এতিয়া দুয়ো মুখামুখি।

মানুহজনে পত্নীৰ মুখলৈ চালে। কেনেকৈ কোৱা যায়, কি বুলি উচ্চাৰা যায়? কিখনেই যে নহ'ব এতিয়া?

তথাপি সত্যৰ মুখামুখি হ'বতো লাগিবই।

এটা কথা হ'ল বৰমাই!

কি?

ধৈৰ্য ধৰিব লাগিব তুমি।

মই পাৰিম শুনিব, কওক আপুনি, কৈ পেলাওক।

ককাইদেউৰা আৰু নাই। ঢুকাইছে তেখেত।

কোন ঢুকাইছে?? ননী? নে মেডিকেল পঢ়ি থকা তেওঁৰ একমাত্ৰ ককায়েক? নে তেওঁ নিজেই ঢুকাইছে?

পালেঙতে দেৱবালা ঢলি পৰিল...।

০ ০ ০ ০ ০ ০ ০

দেৱবালাৰ একমাত্ৰ ককায়েক দেৱপ্ৰসাদ দুৱৰাৰ আদ্যশ্ৰাদ্ধ হৈ গ'ল। যাদৱপ্ৰসাদহে গ'ল। দেৱবালা যাব নোৱাৰিলে। আজি বাদ দি কাইলৈকে তেওঁ প্ৰসূতিগৃহত সোমাব লাগিব।

অহা মাহত দুৰ্গাপূজা। ঘৰখনত প্ৰত্যেক বৰ্ষৰ দৰে এইবাৰো পূজাৰ আয়োজন চলিছে। যদিও উখল-মাখল ভাবটো নাই। দেৱবালা যেন ভিতৰি ভিতৰি মৰি গৈছে। মৰা মাছ হৈ পানীত ভাহিব ধৰিছে যেনিয়ে ঠেলিছে সোঁতে, তেনিয়ে যাবলৈ বাধ্য।

এৰা, দৈনন্দিন জীৱনৰ সকলোখিনি আগৰ দৰেই সামৰি গৈছে তেওঁ। পতিৰ মুখলৈ চাই হাঁহিছে। কাৰণ তেওঁৰ হাঁহিৰেহেযে মানুহজনো পোহৰ হৈ উঠে, সেইকথা তেওঁ জানে।

আঃ দেৱবালাৰ মুখৰ এই হাঁহি!

কিয় হাঁহে দেৱবালাই? এয়াতো হাঁহি নহয়, চোতালত শুই পৰা ককায়েকৰ মৃত

শৰীৰলৈ চাওঁতে বাহিৰ হোৱা শোক আৰু যন্ত্ৰণাৰে কাতৰ অভিব্যক্তিহে।

সকলোৱে উপলব্ধি কৰে এই কথা।

একোতে যদি সহযোগ নকৰি হিয়া ধুনি কান্দি থাকিলহেঁতেন দেৱবালাই, মানুহবোৰে স্বস্তি পালেহেঁতেন।

মহালয়াৰ আগতেই যোৰহাটৰ পৰা চণ্ডীপাঠৰ দেউ আহি পাইছিলহি। ঘৰ এখনত দুৰ্গাপূজাৰ আয়োজন চলিলে যেনে পৰিবেশ সৃষ্টি হোৱা উচিত, সকলোবোৰ ঠিক তেনেকুৱাই আছিল। অথচ দেউৰ ধাৰণাতো কিবা এটি খুঁত ৰৈ গৈছিল। ক'ত কি হৈছে? চলিহা পৰিয়াল নামী পৰিয়াল। সৌজন্যৰ অভাৱ নথকা পৰিয়াল। চহকী পৰিয়াল, আধাপেটী হোৱাৰো কথা নাহে। মানুহবোৰো গোটে গোটে আছে। তেন্তে, ক'ত কি হৈছে? কিয় মানুহবোৰে আগৰ দৰে মুখ উজ্জ্বল কৰি হাঁহিব পৰা নাই?

তেওঁ প্ৰত্যেকৰে ভিতৰলৈ সংবেদনশীল দৃষ্টি প্ৰেৰণ কৰিব ধৰিলে। এনে দৃষ্টি এডাল হাকোটাৰ স'তেহে ৰিজোৱা যায়। মানুহৰ ভিতৰৰো ভিতৰলৈ গৈ গৈ যি ঘুকটি বাহিৰ কৰি আনিব পাৰে প্ৰকৃত কাৰণ।

অৱশেষত দেউৰ দৃষ্টি মাতৃ হ'বলৈ গৈ থকা দেৱবালাৰ ওপৰত পৰিল। চকুৰ তলত গভীৰ ক'লা সাঁচ। কি হৈছে ছোৱালীটিৰ?

শোটমোচ খোৱা পুৰণি পাটৰ চাদৰৰ দৰে দেউৰ শৰীৰৰ ছাল। এই ছালৰ প্ৰতিটো ভাঁজতে সোমাই আছে মানৱ জীৱনৰ অন্তৰ্ভাগৰ গাথা। এই বৃদ্ধত্ব তেওঁলৈ অকালতে অহা নাই। অনায়াসে পোৱা নাই এই বয়স। জীৱনৰ অগণন অভিজ্ঞতাৰে পৰিপূৰ্ণ মানৱ তেওঁ।

দেৱবালাক আদৰেৰে কাষলৈ মাতিলে তেওঁ। পোন দৃষ্টিৰে চালে দেৱবালাৰ মুখলৈ। মাটিৰ হাকিমৰ জীয়ৰী, ৰায়বাহাদুৰ চলিহা পৰিয়ালৰ বোৱাৰী এই কন্যা এনে কি শোকত দহিছে? ওহো, এই কথা সোধা নাযায়।

এপাহ অপৰাজিতা দেৱবালাৰ হাতৰ তলুৱাত গুঁজি এক মুহূৰ্তৰ বাবে তেওঁ চকুযুৰি মুদি দিলে। তাৰপাছত উচ্চাৰিলে—

ইয়াত মই মন্ত্ৰ জপি দিছো লগত ৰাখিবা, মন দুখ আৰু কষ্টৰ পৰা নিলগত ৰ'ব।

কোনোমতে আঁঠু লোৱা দেৱবালা উঠি আহিব খুজিছিল, পুনৰ মন্ত্ৰোচ্চাৰণ শুনা গ'ল। সেয়া একেবাৰে আশীৰ্বাদৰ ভংগীত প্ৰকাশ পাইছিল। দেৱবালা ৰৈ গ'ল। হয় এই আশীৰ্বাদ তেওঁৰ ওপৰতে বৰ্ষিত কৰা হৈছে।

আৰু সঁচাকৈয়ে সেই মাহতে দেৱবালাৰ ওপৰত ঈশ্বৰৰ আশিসপুষ্ট হাতৰ পৰশ পৰিল।

আকৌ এবাৰলৈ প্ৰসূতিগৃহত সোমাল দেৱবালা।

ছোৱালী সন্তান এটি উপজিল।

এইবাৰ যাদৱপ্ৰসাদ মেলাচকৰতে আছিল। সকলো উদ্বিগ্ন হৈ ৰৈছে। শিশুটিক

সম্পূৰ্ণ আদৰ-যতন যাতে লোৱা হয়, তাৰ বাবে প্ৰসূতিগৃহৰ নাৰীসকল সদায়ে সাৱধান।

খাছী নাৰ্ছে কন্যা সন্তানটি পৰিচ্ছন্ন বস্ত্ৰৰে মেৰিয়াব খুজিছেহে, যাতনাত ধৰ্‌ফৰাইছে দেৱবালাই।

ছট্‌ফট্‌ ছট্‌ফট্‌।

পানীৰ পৰা তুলি আনি বামত এৰি দিয়া গভীৰ পানীৰ মাছৰ দৰে ছট্‌ফট্‌... ছট্‌ফট্‌।

নাৰীসকলৰ লৰাঢপৰা লাগিল। কি হৈছে, ক'ত কি হৈছে, কিয় এনেখন কৰে দেৱবালাই? নাৰীবৃন্দই তেওঁৰ হাতত ধৰে, মূৰত হাত ফুৰায়, মুখত পানী সানে।

কি হৈছে সৰুবোৱাৰী?

নাই, কথা ক'ব পৰা অৱস্থাত নাই দেৱবালা। কিয় এনে আচৰণ? যেন এতিয়াহে প্ৰসৱ কৰিব তেওঁ সন্তানটি।

হঠাৎ বগীধাই বৈ গ'ল। খাছী নাৰ্ছেৰে মুখ চোৱা-চুই কৰিলে। দুয়ো বৈ গ'ল। কিন্তু এখন্তেকলৈকেহে। পাছমুহূৰ্ততে দুয়োৰে হুৰাহুৰি লাগি গ'ল। আকৌ দেৱবালাৰ হাত-ভৰিত ধৰা, পেটত হেঁচা দিয়া, হাত ধীৰে ধীৰে তললৈ নমা, ঈশ্বৰৰ নামত মাজতালুত তেলপানী দিয়া...।

আকৌ, আকৌ আৰম্ভ হৈ গ'ল প্ৰসৱ বেদনা।

এপলকৰ আগতে যাতনাত দগ্ধ হোৱা দেৱবালা আকৌ দহিবলৈ ধৰিলে যাতনাত ছট্‌ফটাবলৈ ধৰিলে।

কিন্তু বেছিসময়ৰ বাবে নহয় এবাৰত শৰীৰৰ অৱশিষ্ট শক্তিকণো প্ৰয়োগ কৰিয়েই লবেজান হৈ পৰিল দেৱবালা।

হয়, দেৱবালা আকৌ এবাৰলৈ মাতৃ হ'ল।

এটি পুত্ৰ সন্তানৰো জননী হ'ল তেওঁ।

সেইদিনা আছিল অক্টোবৰৰ সাত তাৰিখ।

প্ৰসৱগৃহৰ দুৱাৰ এপাটেৰে বাহিৰলৈ ভুমুকিয়াই বগীধায়ে ৰিং মাৰিলে—

আইদেউতা, উৰুলি দিয়ক, শংখ-ঘণ্টা বজাওক।

অ'ত-ত'ত বৈ থকা আটাইবোৰ সষ্টম হৈ উঠিল।

আকৌ ৰিঙিয়ালে বগীধায়ে—

বোলো আইদেউতা, এটি নহয় দু-টি। এহালকৈ ল-ছালী উপজিছে।

খপ্‌কৈ দুৱাৰপাট জাপ খাই গ'ল। বাহিৰত সঁচাকৈয়ে মংগলময় ধ্বনি উঠিল। যাদৱপ্ৰসাদৰ হাঁহিভৰা মুখত আকাশে বেলিটোকে উবুৰিয়াই দিলে।

নাৰ্ছজনীৰাকী কেঁচুৱাৰ নাড়ী কাটি আজৰি হৈছিল। ল'ৰাটোৰ ভৰি দুখনত ধৰি তলমুৱাকৈ জোকাৰি তেওঁ দেৱবালাৰ ওচৰলৈ নিয়াৰ আয়োজন চলালে। তাৰ মুখৰ ভিতৰখন পৰিষ্কাৰ কৰি গৰম পানীৰে গাটো পখালি দেৱবালাৰ কাষ পালেগৈ। দেৱবালাৰ অচেতনপ্ৰায় অৱস্থা।

মাকে ল'ৰা চাব লাগে।

দেৱবালাৰ কাণত যেন কথা নহয়, সেইষাৰ অমৃতহে পৰিল। প্ৰথমে উপজিল লখিমী, তাৰপাছত ননী, তাৰপাছত কিছুসময়ৰ আগত এজনী ছোৱালী আৰু এতিয়া এটা ল'ৰা। সঁচাকৈয়ে পুত্ৰধন আহিছে নে তেওঁলোকৰ সংসাৰলৈ? তিনিজনীকৈ ছোৱালীৰ পাছত এয়া সঁচাকৈয়ে উপজিছেনে ল'ৰা এটি?

কোনোমতেহে চকুযুৰি মেলিলে দেৱবালাই।

হয় যি হয়, ল'ৰাই হয়। প্ৰসূতিগৃহৰ আটাইকেইগৰাকী নাৰী উবুৰি খাই পৰিছেহি। পুত্ৰধন উপজিছে, জন্ম-জন্মান্তৰৰ পুণ্যৰ বলতহে পুত্ৰৱতী হোৱা যায়। কেইগৰাকী আছে এনে ভাগ্যৱতী?

সকলোবোৰ কথা এটোপ এটোপ অমৃত হৈ পৰিব ধৰিলে দেৱবালাৰ কাণত নহয়, একেবাৰে হৃদয়ৰ অতল তলিত। য'ত সৌ সিদিনা জ্যেষ্ঠ ভাতৃয়ে এটা মৃত নক্ষত্ৰ দলিয়াই আঘাত হানিছিল।

এনে বগা-চগা ল'ৰা পোৱালিকণ! তেনেই চাহাবৰ লেখীয়া। সাইলাখ মাকৰে ঠগ পালে দেই।

দেৱবালাৰ হৃদয়ৰ গৰ্ত ক্ৰমশঃ ভৰি ভৰি আহিব ধৰিছে। অত্যন্ত কৌশলেৰে সিয়েই লাঘৱ কৰিব ধৰিছে পোৱাতীৰ শাৰীৰিক যাতনা।

চকুযুৰি মুদ খাই আহিল দেৱবালাৰ। শৰীৰৰ নিম্নভাগ এতিয়াও টঙাব পৰা অৱস্থালৈ অহা নাই। ধায়ে ব্যৱস্থা কৰি আছে, চকুযুৰি মুদ খাই পৰিছে, তেওঁৰ নিদ্ৰা আহিব খুজিছে নে তেওঁ অচেতন হ'বলৈ গৈ আছে? ওহো, সেইবোৰ একো নহয়। গছৰ দৰে মানুহ দেৱবালা। হয় হয়, দেৱবালা গছৰ দৰে মানুহ। এতিয়া তেওঁ ক্লান্তহে, অন্য একো নহয়। ঠিকেই আছে তেওঁ। সকলোবোৰ ঠিকে আছে। ল'ৰাটি ঠিকে আছে।

হঠাৎ চকু মেল খাই গ'ল দেৱবালাৰ। হয়, চকু মেলখাই গ'ল তেওঁৰ।

ছোৱালী এজনীও ওপজা নাছিলনে? তাই ক'ত। কেনে আছে তাই?

তেওঁ মুৰটো ঘূৰাই চালে। নাৰ্ছগৰাকীয়ে ল'ৰাটি কাপোৰেৰে মেৰিয়াই সৌৱা থৈ দিছে। সৌৱা অতি তৎপৰতাৰে তেওঁ ইটো কেঁচুৱাক লৈ ব্যস্ত হৈ পৰিছে। বগীধায়ো উবুৰি খাই পৰিছেগৈ।

দেৱবালা উঠি যাব যেন!

কি হৈছে তাইৰ? কিয় তাইৰ মুখখনকে এতিয়ালৈকে তেওঁক দেখুওৱা হোৱা নাই, কিয়?

দেৱবালাৰ বুকুৰ মাজত কৃষ্ণনামে তোলপাৰ লগালে। ননী আহি গুচি গৈছে, সহিবলৈ শিকিছে তেওঁ। কিন্তু আৰু নহয়। আৰু হ'বলৈ দিব নোৱাৰি সেয়া।

কি হৈছে?

কোনোমতে উচ্চাৰিলে দেৱবালাই। নাৰ্ছে মূৰ জোকাৰিলে মাথোন। কাৰো মুখত

মাত নাই, কথা-বতৰা নাই। খন্তেক আগতে ল'ৰা লৈ এইখিনি মানুহেই আনন্দ কৰিছিলনে?

আগতকৈ কিছু ডাঙৰকৈয়ে বাহিৰ হ'ল তেওঁৰ মাত— কি হৈছে, নকয় যে কোনেও?

এইবাৰো কাৰো মাত নাই। খন্তেকৰ পাচত কেঁচুৱাটি টোপোলা কৰি নাৰ্ছগৰাকী দেববালাৰ কাষ চাপি আহিল। চকু ডাঙৰকৈ মেলি চালে তেওঁ, হয়, আছে, ঠিকেই আছে।

প্ৰকৃততে ল'ৰা ওপজাৰ পাছত প্ৰসূতিগৃহৰ নাৰীবৃন্দ ইমানেই আনন্দিত হ'ল যে প্ৰথমে ওপজা ছোৱালীজনীৰ যতন ল'বলৈকে যেন পাহৰিয়ে থাকিল। ফলত কটা নাড়ীয়েদি ৰক্তক্ষৰণ হ'বলৈ ধৰিলে শিশুটি শেঁতা হৈ পৰিল। কিছু পলমকৈ হ'লেও অৱশেষত তাই প্ৰয়োজনীয় যতনখিনি পালে। যাতনাৰে শেঁতা পৰিও কিন্তু তিৰ্‌বিৰাই আছিল তাইৰ চকুযুৰি। ঠিক দুটি ৰঙা বাখৰৰ দৰে।

খাছী নাৰ্ছে দেববালাক ক'লে—

চাওক এইৰ চকু দুটি, ৰুবী ষ্টোনৰ দৰে নহয়নে? এইৰ নাম মই ৰুবী ৰাখিছো।

০ ০ ০ ০ ০ ০ ০

যাদৱপ্ৰসাদ চলিহা আৰু দেববালা চলিহা এতিয়া লখিমী, ৰুবী আৰু দীপু নামৰ তিনিটি সন্তানৰ পিতৃ-মাতৃ।

০ ০ ০ ০ ০ ০ ০

এতিয়া ১৯২৯ চন। বনমালীতে যদিও যাদৱপ্ৰসাদ পৰিয়ালসহ থাকিবলৈ লৈছে, তথাপি মেলাচকৰৰ ঘৰতো একেবাৰে কম সময় থকা নেযায়। দৰাচলতে, ল'ৰা-ছোৱালীহঁত ডাঙৰ হৈ আহিছে মানে সিহঁত সাঁতোৰ খাই থাকিব খোজে। বাগিচালৈ লৈ যাবলৈ ওলালে যোৱায়ো কান্দে, থকায়ো কান্দে। বিশেষকৈ টুটু আৰু লখিমীৰ খেল-ধেমালিবোৰ বেছি। লগ এৰিব নোখোজে। তাতে যঁজাহাল অহাৰ পাছত লখিমীয়ে আইতাকৰ লগ লৈছেগৈ। মাক-দেউতাক দুয়ো দুটাক চাব লাগে। অন্যহাতে, কনকলতা যোৱা বছৰৰ সাতাইশ জুনত আকৌ এবাৰলৈ মাতৃ হৈছিল, ছোৱালী এজনী উপজিছে তেওঁৰ। গতিকে আইমানুহ-ধন-লখিমীৰ পাছে পাছে টুটুও আইতাকৰ সংগ ল'বলগা হৈছে। আজিকালি গোটেইজাকে আইতাকক বেৰি ধৰে– 'আইদেউতা, মোক দিয়ক; আইদেউতা মই শুম আপোনাৰ কাষত।'

নিকুঞ্জলতাৰ ভাল লাগে। ভৰি উঠে নিকুঞ্জলতাৰ ভিতৰ-বাহিৰ সমস্ত।

# বিশ

অসম কাউন্সিলৰ এইবাৰ আকৌ নিৰ্বাচন অনুষ্ঠিত হ'ল। এই নিৰ্বাচনে অৱশ্যে চলিহা পৰিয়ালত আনন্দ-উল্লাসৰ লহৰ বিয়পাব নোৱাৰিলে। হয়, তাৰাপ্ৰসাদ চলিহা এই নিৰ্বাচনতো স্বতন্ত্ৰ প্ৰাৰ্থী হিচাপে থিয় দিছিল যদিও আগৰবাৰৰ দৰে জয়ী হ'ব নোৱাৰিলে।

কাউন্সিলৰ নিৰ্বাচনত তাৰাপ্ৰসাদক স্বৰাজ্য পাৰ্টীয়ে থিয় কৰোৱাৰ বিপৰীতে কংগ্ৰেছে লক্ষ্মীকান্ত বৰুৱাক প্ৰাৰ্থী হিচাপে থিয় কৰায়। এইবাৰ ৰাইজ বিমোৰত পৰিল। আশ্চৰ্যৰে চাই ৰ'ল কেনেকৈ একেখন সভাতে তাৰাপ্ৰসাদ আৰু যাদৱপ্ৰসাদে দুটা পৃথক পাৰ্টীৰ হৈ বক্তৃতা দিয়ে। তাৰাপ্ৰসাদৰ বক্তৃতা শেষ হোৱাৰ পাছতে যাদৱপ্ৰসাদ থিয় হয়।

ৰাইজে আশ্চৰ্যত চকু-মুখ মেলি পেলায় একেখন ঘৰৰ, একেটা চৰুৰে ভাতখোৱা এইহাল ভাতৃৰ কাণ্ড দেখি। সভাৰ অন্তত দুয়ো একেলগেই ঘৰমুৱা হয়।

ৰাতি যাদৱপ্ৰসাদে ঘনে ঘনে চিগাৰেট হুঁপিবলৈ ধৰে।

দেৱবালা আহি নিচেই কাষতে থিয় হয়হি। সোধে—

আজিৰ সভা কেনে হ'ল?

ভাল।

মানুহ হৈছিল?

মেলাৰ দৰে অৱস্থা। আমাক চোৱা মানুহহে সৰহ যেন লাগিল।

তেনেকৈ নাভাবিব। আপুনিতো ককাইদেৱেকক অসন্মান কৰিবলৈ যোৱা নাই। আজি যিসকলে কথাটো বুজিব পৰা নাই, কাইলৈ নিশ্চয়কৈ বুজিব যে আপোনালোকৰ মাজত কোনো ব্যক্তিগত অৰিয়াঅৰি নাই, মতবিৰোধ নাই। কেৱল নিজৰ নিজৰ চিন্তাৰে আদৰ্শৰ বাট একোটা দেখিছে।

যাদৱপ্ৰসাদৰ বুকু ভৰি পৰে।

গান্ধীলৈ মনত পৰে তেওঁৰ। অহৰহ কস্তুৰবাৰ সাহচৰ্য সাহস-প্ৰেৰণাই নিশ্চয়কৈ গান্ধীৰ ভিতৰখনো এনেদৰে ভৰাই ৰাখিছিল।

এৰা, মানুহৰ জীৱনত খাদ্য-বস্ত্ৰ-বাসস্থানক যিদৰে মৌলিক অধিকাৰ বুলি চিহ্নিত কৰা যায়, তেনেদৰে জীৱনক উজ্জ্বল-শুদ্ধ পথেৰে নিবলৈ হ'লে সৎ সংগৰো প্ৰয়োজন। বিদুষী পত্নীৰ সাহচৰ্যই একো একোজন পুৰুষৰ বাবে সমুখৰ কণ্টকময় পথ এনেদৰেই সুচল কৰি ৰাখে।

বুকু ভৰি উঠে যাদৱপ্ৰসাদৰ।

হাতৰ চিগাৰেট হাততে ধোঁৱাবলৈ ধৰে। চকুযুৰি মুদি পেলাও যেনকৈ তেওঁ অন্ধকাৰ বাৰাণ্ডাত বহি ৰয়। দিনটোত অনেক ব্যস্ততা দেৱবালাৰ। ল'ৰা-ছোৱালীকেইটাই চাগে' কমখন জুলুম কৰেনে?

ইহঁতে ভাত খালেনে বৰমাই?

শুলেই। আজি দীপুৱেহে অকমান সোঁতসোঁতাই আছে। ৰাতিপুৱাৰ নিয়ৰে চুলে নেকি?

যাদৱপ্ৰসাদে একো নামাতিলে। পত্নীৰ দীপুৰ প্ৰতি টান অলপ বেছি যে এইকথা প্ৰত্যক্ষ কৰে তেওঁ। তাৰ নিচিনাকৈ সিদিনা লখিমীয়েও সোঁতসোঁতাইছিল, দেৱবালাই নিজে নহৰু-তেল মালিচ কৰি শুৱাইছিল, আজি দীপুকো নিশ্চয় সেইখিনি যতন লৈছে, তাৰপাছতো উদ্বিগ্ন তেওঁ।

যাদৱপ্ৰসাদৰ ওঁঠেৰে হাঁহিৰ লহৰ এটি পিছলিব খুজিলে যদিও তেওঁ সামৰি থ'লে। প্ৰায় স্বাভাৱিক, মাকবোৰৰ পুত্ৰৰ প্ৰতি টান সাধাৰণতে অলপ বেছি হোৱাটো একেবাৰে স্বাভাৱিক কথা।

দীপুৰ সোঁতসোঁতনি কাহ একোলৈকে খিয়াল নাৰাখে। যাদৱপ্ৰসাদে প্ৰতি পুৱাতে সিহঁতক আসন-প্ৰাণায়াম কৰাই গ'ল। সূৰ্যপ্ৰণাম, মুক্ত ব্যায়াম দৈনিক কৰোৱাই গ'ল তেওঁ।

তাৰপাছতে যাদৱপ্ৰসাদ কামলৈ ওলাই যায়। আজিকালি জিৰাবলৈকো আহৰি নোপোৱা হৈছে। নিৰ্বাচনৰ ফলাফলো বাহিৰ হ'ল। কংগ্ৰেছৰ লক্ষীকান্ত বৰুৱাই জয়ী হ'ল।

বৰুৱা জিকিল অথবা তাৰাপ্ৰসাদ হাৰিল, এই লৈ যিয়েই ভাবি নাথাকক যাদৱপ্ৰসাদে, দেৱবালাই সেইদিন ধৰি কেইবাবাৰো পতিৰ কাণত পৰাকৈ কৈয়ে আছে—

কংগ্ৰেছৰ প্ৰাৰ্থীয়ে জিকক বা স্বৰাজ্য-স্বতন্ত্ৰই জিকক, কথা হৈছে উদ্দেশ্য। যি উদ্দেশ্যৰে ৰাইজে প্ৰাৰ্থীক জিকাইছে, তেওঁ এতিয়া সেই কামত মন দিয়াৰ সময়হে। আৰু আমাৰ কাম হৈছে কামত চকু দিয়া। ইয়াত বৰুৱা বা চলিহাৰ হৰা-জিকাৰ কথা নাহে, মানুহ দুজনৰ কথা নাহে, কথা আহে আমাৰ অঞ্চল, সমষ্টিৰ, দেশখনৰ।

ওৰেদিন বাগিচাৰ সেউজীয়াৰ মাজত বুৰি থকা যাদৱপ্ৰসাদ পত্নীৰ এই কথাবোৰেৰে আলোড়িত হৈ থাকে। এৰা, তেওঁ পত্নীক বয়স হিচাপে সৰু ছোৱালী বুলি নভবাই ভাল। তেওঁ এতিয়া এগৰাকী ব্যস্ত গৃহিণীৰ উপৰিও সমাজসচেতন মহিলা। পাণ্ডুত বহা কংগ্ৰেছ মহাসভালৈ যোৱা ভলণ্টিয়াৰসকলৰ ব্যৱস্থাপনাত যেতিয়া লাগি আছিল যাদৱপ্ৰসাদ, ইন্দ্ৰেশ্বৰ চুতীয়াইঁত, তেতিয়া স্বচক্ষে দেখিছিল চন্দ্ৰপ্ৰভা শইকীয়ানীৰ নেতৃত্ব। নিজ কাণে শুনিছিল ওজস্বী ভাষণ।

আঃ দেৱবালা।

সেই নাৰীৰ ৰক্ত তোমাৰ তেজতো প্ৰবাহিতনে?

০ ০ ০ ০ ০ ০ ০

আজিকালি গুৰুপ্ৰসাদ ঘনে ঘনে গোসাঁইবাৰীলৈ যাবলৈ লৈছে। মেলাচকৰৰ ঘৰখনত এতিয়াও অতিথি-অভ্যাগতৰ যাতায়াত চলিয়ে আছে, বৰঞ্চ বাঢ়িছে বুলিলেও বঢ়াই কোৱা নহ'ব। পুতলী আছিল কলিকতাত আৰু কমলালয়া এতিয়া মহিলা আলোচনী 'ঘৰ-জেউতি'ৰ কামত ব্যস্ত। আজিকালি মেলাচকৰতে ঘৰ সাজি থাকিবলৈ লৈছে প্ৰফুল্ল-মাখনীয়ে।

বাগিচাতে বতৰা পালে যাদৱপ্ৰসাদে, মাখনীৰ গা বেয়া। ডাক্তৰে টাইফয়েডৰ চিকিৎসা কৰিছিল। ভালো হ'ল। নিকুঞ্জলতাই জীয়েকক মেলাচকৰৰ এইখন ঘৰত দুদিনমান জিৰণি লৈ থকাটো বিচাৰিছিল। এতিয়া এই সময়ছোৱাতে হেনো কেইবাবাৰো আচহুৱা আচৰণ প্ৰকাশ কৰিছে।

গোসাঁইবাৰীৰ কাম আজি এৰো, কালি এৰোঁকৈ থকা ফুনু হঠাতে বনমালী ওলালেহি। তেওঁক দেখি দেৱবালাই ভালেই পালে। ভালেই হ'ল ফুনু নিজে ওলাইছেহি, তেওঁক অলপ বুজনি দিবলৈও আছে। বোপা আৰু ফুনু দুয়ো মিলি গোসাঁইবাৰীখন চোৱাচিতা কৰিলে যাদৱপ্ৰসাদে অলপ ৰেহাই পায়।

কিন্তু এল্কাৰ-মুল্কাৰ যে ফুনুৰ মুখ?

বোপা হেনো লৰালৰিকৈ ঘৰলৈ উভতিছে। যাওঁতে ফুনুকে ইয়ালৈ পাচি থৈ গৈছে।

হয়, টাইফয়েডৰ পৰা উঠা মাখনীৰ যেন মনোজগতত, চিন্তাজগতত সামান্য খেলিমেলি লাগিছে। এৰা, এই কথা সত্য যে মানুহগৰাকীয়ে আত্মহননৰ চেষ্টা কৰিছিল।

স্তম্ভিত হৈ ৰৈ গ'ল দেৱবালা।

এইবাৰৰ সৈতে দুবাৰ এনে কৰিলে মাখনীয়ে। প্ৰথমবাৰ ঘটনাটি মহিলাসকলে ঢাকি-ঢুকি ৰাখি থৈছিল। অহৰহ বৰবায়েক কমলালয়াই ভনীয়েকক চোকা দৃষ্টিৰ মাজত ৰাখিছিল। জাগি শুব ধৰিছিল মাতৃ নিকুঞ্জলতা। জোঁৱাই প্ৰফুল্ল বৰুৱা বিমৰ্ষ হৈ পৰিছিল, কি হৈছে তেওঁৰ পত্নীৰ? কিয় কৰিছে এনেখন? সকলোৱে সাময়িক হতাশ বুলি কাণ্ডটি ঢাকি থৈ দিলে। পূৰ্বতকৈও মাখনীৰ প্ৰতি সকলোৰে আদৰ-সাদৰ বাঢ়ি গ'ল। তায়ো সহজ হৈ আহিছিল। তেন্তে আকৌ এনে আচৰণ?

চিন্তিত হৈ পৰিল দেৱবালা। এইকথা শুনি থিৰেৰে ৰ'বনে যাদৱপ্ৰসাদ? মেলাচকৰৰ ঘৰলৈ পতিৰ লগতে ল'ৰা-ছোৱালী তিনিটা লৈ তেৰোঁ যোৱাই উচিত হ'ব।

আৰু সেয়ে হ'ল।

ঘৰ পায়হি মানে পৰিৱেশ স্বাভাৱিক। মাখনী তেনেই সহজ। কোনেও একো নুলিয়ালে।

যাদৱপ্ৰসাদ ধীৰখোজে পুথিভঁৰালৰ ফালে আগবাঢ়িল। আগফালে ৰখাই থোৱা গাড়ীখন ল'ৰাটোৱে ধুইছে। মজদুৰৰ ল'ৰা। অলপ-অচৰপ গাড়ীৰ কাম শিকাই তেওঁ লগত লৈ ফুৰে। আজিকালি তেওঁ তাক চলাবলৈও শিকাইছে। শিকাইছে দেৱবালাকো। পিছে দেৱবালাৰ সিমান আগ্ৰহ নাই। হেঁপাহ কৰে ঠিকেই, কিন্তু তেওঁক মুহূৰ্ততে শিকি অঁতাবলৈ লাগে। কিছুদূৰ চলায়ে আমনি পায়?

এতিয়া এবাহ ল'ৰা-ছোৱালীয়ে গাড়ীখন বেৰিকুৰি ধৰিছে।

আজি কিছুদিন ধৰি বাগিচা, মাটি-বাৰী, সংসাৰ, এই সকলোবোৰ একেলগে চলাবলৈ লৈ যাদৱপ্ৰসাদ যেন অলপ ক্লান্ত হৈ পৰে। দেৱবালাই প্ৰায়ে ক'বলৈ ধৰিছে—

বোম্বাইৰ পৰা অহাৰ পাছৰে পৰা দেখোন গোসাঁইবাৰী বাগিচা বোপায়ে চোৱাচিতা কৰি আছে। কৰণ্ডাণী মোহনলাল চলিহায়েই চাই আছে। আপুনি মিছাতে বিতত হৈছে। ফুনুও আছেই।

ফুনু অস্থিৰ, কোন মুহূৰ্তত বাদ দিব, ঠিকনা নাই।

মেধাৱী-বুধিয়ক মানুহবোৰ অস্থিৰ হয়েই। নাটক-চাটক ভালপোৱা মানুহ। কিন্তু কৰিতো আছে কাম। মিছাতে চিন্তা নবঢ়াব আপুনি।

কাঠৰ শালো বন্ধ হৈ গ'ল।

একো নহয়। ব্যৱসায়-বাণিজ্য তেনেকুৱাই। ঠাল-ঠেঙুলি নিজে নিজে মেলিলেহে চলাই থাকিব লাগে। ঠাইতে শুকাব ধৰিলেতো বাদ দিব লাগিবই। আৰু সেয়াতো আপোনাৰ মূল কৰ্ম নাছিল। লোকচান ভৰি চাহৰ বাকচসোপা নবনোৱাই ভাল।

যাদৱপ্ৰসাদৰ হাঁহি বাহিৰ হ'ব খোজে। মাজে-সময়ে দেৱবালাই একেবাৰে আই নিকুঞ্জলতাৰ দৰে একেসুৰত কথা কয়। তথাপি গম্ভীৰ মাতেৰে ক'লে তেওঁ—

তথাপি বৰমাই, কাম-বনবোৰ বোধকৰো আমি ভগাই ল'ম। ককাইদেৱেও ভাবিছে, আয়েও ভাবিছে।

ভাগ-বতৰা??

দেৱবালা আচৰিত হৈ গ'ল। এই ঘৰ খণ্ড-খণ্ড হৈ যাব? একেলগে থকা মানুহবোৰ ছিটিকি পৰিব? তেওঁৰ মনৰ কথাৰ যাদৱপ্ৰসাদে যেন উমানহে পালে। লাহেকৈ ক'লে—

আমি একেদৰে থাকিম। কেৱল কামখিনি ভগাই ল'ম।

সেইমতেই কাৰ্যতঃ চলিহা পৰিয়ালৰ সম্পত্তি ভাগ হৈ গ'ল। গোসাঁইবাৰী পালে তাৰাপ্ৰসাদে। বনমালী দিয়া হ'ল বোপা আৰু বিমলীক।

বনমালীখন পূৰ্ণাংগ বাগিচা। বিমলী যিহেতু সৰু, সেয়ে সেইখনৰ ভাগ বোপা অৰ্থাৎ শুক্ৰপ্ৰসাদৰ স'তে যুটীয়াভাৱে দিয়া হ'ল। এই বাগিচাত, নতুনকৈ স্থাপন কৰিবলৈ একো নাছিল। চলাই থালেই হ'ল।

গোসাঁইবাৰীৰ সমস্যা আছিল। চলিত বাগিচাখনক প্ৰাকৃতিক ক্ষয়িষ্ণুতাই অসুবিধা দি আহিছিল। এইখন পৰিল তাৰাপ্ৰসাদৰ ভাগত।

আৰু কৰঙাণী নামৰ গ্ৰাণ্টটো যাদৱপ্ৰসাদে নিজেই ল'লে। হাবি কাটি য'লৈ নিৰ্মাণ কৰিব লাগিব পথ, বনৰীয়া লতা-গুল্মৰ পুলি-পোখা উঘালি য'ত মাটি চহাই পুতিবলৈ লাগিব চাহপুলিৰ বীজ, দিনতে মানুহ লৈ য'ত খেদিবগৈ লাগিব বন্যপ্ৰাণী, য'ত থকা-খোৱাৰ কোনো ব্যৱস্থাই নাই, তাকে যাদৱপ্ৰসাদে নিজে খুজি লোৱাৰ দৰে ল'লে।

তাৰাপ্ৰসাদকে ধৰি বোপা-বিমলী আটাইৰে যাদৱপ্ৰসাদলৈ বেয়া লাগিল। কিমান কি কৰি নতুনকৈ এখন বাগিচা আৰম্ভ কৰিবগৈ লাগিব কৰঙাণীত, সেইকথা সহজেই অনুমেয়।

কিন্তু মাতৃ নিকুঞ্জলতা আৰু পত্নী দেৱবালাৰ ফালৰ পৰা উৎসাহহে দেখা গ'ল। যাদৱপ্ৰসাদ চলিহা নামৰ দক্ষ মানুহজনক যেন হাড়ে-হিমজুৰে চিনিবলৈ আৰু বাকী নাছিল তেওঁলোকৰ।

তেওঁলোক আছিল যাদৱপ্ৰসাদৰ ওপৰত প্ৰবল আস্থাৱান।

এটা সময়ত ভাগ-বতৰা সংক্ৰান্তীয় কামত আটাইবোৰ কলিকতাৰ পৰাও আহিলগৈ।

দেৱবালাৰ গা কেনেবা কৰি আহিছিল। ভগ্নী ভালমাই তেতিয়া কলিকতাৰ বেথুনৰ ছাত্ৰী। কলিকতাৰ পৰা উভতি দেৱবালা মাকৰ ঘৰলৈ গ'ল। পাছে গুৱাহাটীৰ এই ভাৰাঘৰখনত দুৰাতি কটাওঁতেই কাণত পৰিলগৈ দুঃসংবাদ। হয়, আকৌ এবাৰ আত্মহননৰ চেষ্টা চলাই ব্যৰ্থ হৈছে মাখনী। মাজে মাজে যোৱাৰ দৰে আকৌ এবাৰলৈ ঘৰৰ পৰা ওলাই গৈ উভতি অহা নাই।

উভতি অহা নাই?

দেৱবালাৰ মাতৃ সাবিত্ৰী দুৱৰাৰ বুকু হম্‌হমাই উঠে। কি শুনিছে তেওঁ! সৌ সিদিনা মাথোন ডাক্তৰী পঢ়িবলৈ কলিকতালৈ ওলাই গৈছিল পুত্ৰ দেৱপ্ৰসাদ, ডাক্তৰ হৈ উভতি অহাৰ কথা আছিল। কথা আছিল, কিন্তু নাহিল।

কিয় উভতি নাহে ওলাই যোৱাসকল?

মাতৃৰ মুখ চাই অন্তৰৰ ভাষা পঢ়িবলৈ দেৱবালাৰ সৰহ সময় নালাগিল। যিমান পাৰে সোনকালে তেওঁ শিৱসাগৰৰ ঘৰখনলৈ  উভতি যোৱাৰ কথা ভাবিও বৈ যাবলগা হ'ল।

তেতিয়ালৈকে উভতি অহা নাই মাখনী। ক'তো বিচাৰি পোৱা নাই মাখনীক।

# একৈশ

পৰিয়ালটোক যেন অন্ধকাৰে গ্ৰাস কৰিবহে খুজিছিল! গোটেই সদস্যবোৰৰে মুখৰ পানী শুকাই গৈছিল। দুটাকৈ সন্তান লৈ মাকৰ ঘৰলৈ জিৰণি ল'বলৈ অহা মাখনী নামৰ মানুহ এগৰাকী হঠাতে এদিন নোহোৱা হৈ গ'ল। কেনি হ'ল, জী আছেই নে নাই, তাৰেই একো শুংসূত্ৰ উলিয়াব নোৱাৰি হতাশ হৈ পৰিল মানুহবোৰ। ইফালে দেশজুৰি আৰম্ভ হৈছে আইন অমান্য আন্দোলন। তথাপি যাদৱপ্ৰসাদ কৰঙাণীলৈ গুচি আহিল।

কৰঙাণীত একো নাই। গ্ৰাণ্টটো চমজি লোৱাৰ দিন ধৰি মোহনলাল চলিহা ইয়াত জড়িত হৈ আছে। যাদৱপ্ৰসাদে দিনক ৰাতি কৰি, হাড়ক মাটি আৰু তেজক পানী কৰি ইয়াৰ বাট মোকলাবলৈ ধৰিলে। সন্ধিয়া কামৰ অন্তত তেওঁ বনমালীলৈ যায়গৈ। মেলাচকৰৰ ঘৰত এতিয়া উদাস পৰিবেশ। সকলোৰে মন মৰা। বোধহয় তেৰোঁ মন মাৰি ৰয়, সেইটো কাৰণতে দেৱবালাই তেওঁক এৰিব নোখোজে। উদাসীনতা-হতাশা চলিহা পৰিয়ালৰ একপ্ৰকাৰ তেজতে বৈ আছে যেন! ইয়াক যাদৱপ্ৰসাদৰ জীৱনত শক্তিশালী হৈ উঠিবলৈ নিদিয়ে দেৱবালাই, কোনো কাৰণতে পতিক বিমৰ্ষ হ'বলৈ নিদিয়ে তেওঁ। অহৰহ কাষত থাকিব খোজে পতিৰ। কিন্তু দেৱবালাক গুৱাহাটীৰ ঘৰখনৰ পৰা এইবাৰ কোনেও অতদূৰ পথ যাত্ৰা কৰোৱাব নুখুজিলে।

টহলি থাকে দেৱবালা মাতৃগৃহৰ কোঠা-বাৰাণ্ডাবোৰত এনেও খোজকঢ়াটো তেওঁৰ বাবে ভাল। বিশেষকৈ এনে সময়ত। কেইবাবাৰো মাতৃ হৈ পাইছে, তেওঁ কেইবাবাৰো মুখামুখি হৈছে প্ৰসৱ যাতনাৰ। এই যাতনাৰ অভিজ্ঞতাই শিকাইছে তেওঁক— খোজকঢ়াটো যে কিমান উপকাৰী। হয়, দেৱবালা পুনৰ সন্তানসম্ভৱা।

এতিয়া ১৯৩০ চন আৰু প্ৰত্যেক বছৰৰ দৰে এইবছৰো পালন কৰিবলৈ লৈছে মেলাচকৰৰ ঘৰখনে ঘট স্থাপন কৰি চণ্ডী-পাঠেৰে দুৰ্গোৎসৱ।

অহ্! শিৰৰ সেন্দূৰৰ সৈতে এখুজি-দুখুজিকৈ ঘৰৰ পৰা ওলাই গুচি গৈছে মাখনী নামৰ জীয়ৰী এজনী! এই গৃহত উদ্‌যাপিত হ'ব পাৰেনে কোনো উৎসৱ?

কিন্তু পূজা-অৰ্চনা মানুহৰ জীৱনৰ এৰাব নোৱৰা সংস্কৃতিত সুখে-দুখে মানুহে অহৰহ বিচাৰে ঈশ্বৰৰ বন্দনা কৰিবলৈ, হৃদয়ৰ সমস্ত আকুতি ঢালি দিবলৈ বিচাৰে ঈশ্বৰ নামৰ অদৃশ্য শক্তিৰ চৰণত।

এইবাৰ তাকেই অনুভৱ কৰিলে মেলাচকৰৰ ঘৰখনহে নালাগে পূজালৈ অহা প্ৰতিজন ইষ্ট-কুটুম্বই।

যথাৰীতিৰে পূজা সম্পন্ন কৰা হ'ল। হয়, কেৱল সম্পন্নহে কৰা হ'ল। চলিহা পৰিয়ালৰ আবুৰৰ চাদৰ ফালি বাহিৰ হৈ গৈছে বিয়া দিয়া জীয়ৰী! এইকথাই প্ৰত্যেককে দহিব ধৰিছিল। দিন যায়, ৰাতি আহে; সপ্তাহৰ পাছত সপ্তাহ আহে, ক'ত কেনেকৈ আছেগৈ মাখনী কোনেও ভাবিব নোৱৰা অৱস্থা।

এনে সময়তে, নৱেম্বৰৰ চাৰি তাৰিখে দেৱবালাই আৰু এটি কন্যা-সন্তান ওপজালে। যাৰ নাম থোৱা হ'ল— ৰেখা।

ৰেখাৰ আগমন ঘটিছিল আৰু মানুহবোৰে উমান পাইছিল এক আকাংক্ষিত পদশব্দৰ। এনে লাগিল সেয়া যেন হেৰাই যোৱা মাখনী উভতি আহিছে।

অশৌচীয়া সকাম হৈ যোৱাৰ পিছত যাদৱপ্ৰসাদে কৰণ্ডাণীৰ বহুখিনি মাটি মোকলাই উঠিলগৈ। কেঁচুৱাৰ সৈতে দেৱবালা এতিয়াও গুৱাহাটীত, মাতৃগৃহত। যাদৱপ্ৰসাদৰ অলপ উৰুঙা লাগে। লখিমী পাঁচবছৰীয়া, দীপু-ৰুবী দুবছৰীয়া। শিশুৰ কলকলনিৰে চৌপাশ মুখৰ হৈ থকাটো বিচাৰে তেওঁ। কিন্তু বিচাৰিলেইতো নহ'ব। গুৱাহাটীৰ পৰা শিৱসাগৰলৈ ইমানদূৰ পথ অতিক্ৰম কৰিব পৰাকৈ অকণমানিজনী টনকিয়াল হৈ উঠক। অকমানি অকণু আই!

হয়, ৰেখাক চেনেহতে সকলোৱে অকণু বুলি মাতিবলৈ ধৰিলে। কেঁচুৱাজনীয়েও চকু ঘূৰাই ইফালে সিফালে চাব পৰা হ'লত যাদৱপ্ৰসাদৰ লগত দেৱবালা গুৱাহাটীৰ পৰা মেলাচকৰ পালেহি। দীপুৰ মাকৰ লগত লাগি থকা অভ্যাস, নে দেৱবালাইহে এৰি দিব নোখোজে, বুজা কঠিন হৈ আহিল। কোলাত অকণুক লৈও দেৱবালাই দুবছৰীয়া দীপুৰ যতন লৈ থাকিল। ৰুবী ডাঙৰ হ'ব ধৰিলে খাছীয়া কণ্ডৰ হাতত।

যাদৱপ্ৰসাদে কৰণ্ডাণী মুকলি কৰি উঠিছিল। ওখ মজিয়াৰে খেৰৰ বঙলাও সাজি উলিয়াইছিল। বনমালীৰ পৰা অহা-যোৱা কৰি কাম চাবলৈ অসুবিধা হয়। দিনে দিনে অসুবিধাবোৰ বাঢ়ি গৈ আছে। তাৰাপ্ৰসাদেৰে আলোচনা কৰি বোপাক বনমালীৰ সম্পূৰ্ণ দায়িত্ব সঁপি দিব খুজিছে, ইফালে বিমলীয়েও প্ৰৱেশিকাৰ ডেওনা পাৰ হৈছে। সাতে-পাঁচে মিলাই যাদৱপ্ৰসাদে কৰণ্ডাণীত থাকিবলৈ লোৱাটোৱেই উত্তম হ'ব বুলি থিৰাং কৰিলে।

আজিকালি যাদৱপ্ৰসাদ কৰণ্ডাণীত থাকিবলৈ লৈছে। নতুনকৈ সজা বঙলাটোৰ পাছফালৰ কোঠা কিছুমান এতিয়াও ওলোৱা নাই। ঘৰলৈ গ'লেই দেৱবালাই তেওঁক প্ৰদক্ষিণ কৰিবলৈ লাগি যায়।

খুঁটি খুঁটি পৰীক্ষা কৰে পতিৰ মুখ। উমান ল'ব খোজে কিমান পৰিশ্ৰমৰ পাছত মানুহৰ শৰীৰলৈ নামি আহে তেনে ক্লান্তি! কিমান পিয়াহত থাকিলে মানুহৰ ওঁঠ শুকাই মিচিৰিৰ দানাৰ দৰে চটা বান্ধিব পাৰে!

দেৱবালা গম্ভীৰ হৈ পৰে। কৰঙাণী পাতিবলৈ গৈ যাদৱপ্ৰসাদৰ কষ্ট হৈছে। নিশ্চয়কৈ সময়মতে তেওঁ খোৱা-শোৱাও নকৰে। এইটো কথাই দেৱবালাক অস্বস্তিত ভোগায়। তেওঁৰ জীৱনৰ বুনিয়াদ গঢ়নত ডায়'চেছন কলেজিয়েট স্কুলৰ অবদানক নুই কৰিব নোৱাৰি। ধলপুৱাতে উঠি আসন-ব্যায়াম, প্ৰাতঃভ্ৰমণেৰে আৰম্ভ হোৱা প্ৰতিটো দিনৰে খোৱা-শোৱা-প্ৰাৰ্থনা কৰা সকলো কাম সময়মতে কৰাৰ এক বিশেষধৰণৰ অভ্যাস গঢ়ি উঠিছিল। বিয়াৰ পাছত সামান্য খেলিমেলিৰ সৃষ্টি হৈছিল যদিও লাহে লাহে সকলো সহজ হ'ব ধৰিলে। তেওঁ নিজেই নিজৰ নিয়মানুবৰ্তিতা ৰক্ষা কৰিবলৈ অহৰহ চেষ্টা চলাই আহিছে— স্বাস্থ্যই পৰম ধন। এই স্বাস্থ্যৰক্ষাৰ মূলতে হৈছে সময়মতে সকলো কাম কৰা।

আঃ নাজানেনে যাদৱপ্ৰসাদেও স্বাস্থ্যৰক্ষাৰ এই বিধি?

জানে, কিয় নাজানিব?

কিন্তু মানুহ এনে এক প্ৰাণী যে নিজৰ আয়ত্তলৈ আনিব পৰা প্ৰয়োজনীয় কথাকো দিবলগা গুৰুত্ব দিবগৈ নোৱাৰে। তাৰ প্ৰথম কাৰণ হ'ল সামূহিকভাৱে যেতিয়া মানুহে কাম কৰিবলৈ লয়।

কাইলৈৰ দিনটো আছো মই, পৰহিলৈ যামগৈ।

যাদৱপ্ৰসাদৰ এই কথাত দেৱবালা একপ্ৰকাৰ চকখাই উঠিল। আকৌ সুধিলে মানুহজনে—

চক খাই উঠিলা যে?

কিবা এটা ভাবি আছিলো।

পত্নীৰ এই কথাত যাদৱপ্ৰসাদ সামান্য হাঁলি আহিল তেওঁৰ ফালে আৰু লাহেকৈ, ধেমেলীয়া সুৰেৰে সুধিলে—

কিবা?

দেৱবালাই পতিৰ মুখলৈ চাই পঠিয়ালে। লাহেকৈ ক'লে—

আমিও আপোনাৰ লগতে কৰঙাণীলৈকে যাওঁগৈ বুলি ভাবিছো।

পৰহিলৈকে?

ওঁ।

হ'ব তেন্তে।

চোলাৰ জেপ খুঁচৰি যাদৱপ্ৰসাদ চকীত বহিলগৈ। দেৱবালাই জানে, মানুহজনে ধূমপান কৰিব এতিয়া। ইমান ডাঙৰ ঘৰখনৰ ভিতৰত তেওঁৰ বাবে শোৱনিকোঠাৰ এই চকীখনেই একমাত্ৰ নিভৃত স্থান, য'ত ঘণ্টাৰ পাছত ঘণ্টা ধোঁৱাৰ সৈতে উমলি থাকিলেও কোনেও নেদেখে।

দেৱবালাই মন কৰিলে আগতে এইঠাইত মানুহজন বহিলেও এনেদৰে নবহে ইমান সময়। সৌৱা, হাতত ছাই হ'বলৈ ধৰিছে চিগাৰেট মিক্সাৰ। দৃষ্টি মজিয়াত থৈ ইমানকৈ কি ভাবিছে যাদৱপ্ৰসাদে?

দেৱবালা পতিৰ নিচেই কাষত ৰ'লগৈ। চেনেহী হাতেৰে পতিৰ চুলিত আঙুলি বুলালে।

কিবা কথা উচ্চাৰিলেনে তেওঁ?

অথবা যাদৱপ্ৰসাদে?

ওহো, কোনেও কাৰো বাবে একো কথা উচ্চাৰণ নকৰিলে। আচলতে স্পৰ্শত এনে বক্তব্য প্ৰকাশ পায় যে তাৰ ওচৰত জিভাৰ বা মাতৰ কোনো প্ৰয়োজনেই নাথাকে।

পাছচোতালত পাভৈৰ মাক আহি থিয় হৈছিল। নিকুঞ্জলতাই কিবা কৈছিল, মাত শুনা গৈছিল। কি কৈছিল ঠিক বুজা নগ'লেও পাভৈৰ মাকক কিবা কথাত অনুমতি প্ৰদান কৰাটো ধৰিব পৰা গ'ল।

আগফালৰ বৈঠকখানাত বহি ধন, টুটু, লখিমীহঁতে নেওতা আওৰাইছিল। মাজে মাজে প্ৰভাত চাংকাকতী মাষ্টৰৰো মাত শুনা গৈছিল। তেওঁ দিখৌ মৰাসুঁতিৰ সিপাৰৰ পৰা সদায় আহে। দেৱবালাই এইবাৰ পতিৰ চুলিৰ মাজৰ কোনোবাডাল চুলিয়ে পক ধৰিছে নেকি যেন সেয়াহে চাবলৈ বিচাৰিলে।

পাছচোতালত বাচন-বৰ্তনৰ শব্দ শুনা গ'ল। শুনা গ'ল সৰ্থেবৰীয়া বেপাৰীৰ মাত।

পত্নীৰ আদৰত যাদৱপ্ৰসাদৰ চকুযুৰি মুদখাই আহিব ধৰিছিল। এতিয়া কাঁহৰ বাচনৰ শব্দ আৰু ঘৰৰ মহিলাসকলৰ কথা-বতৰাত চকু মেল খাই গ'ল।

...পতি-পত্নী দুয়ো বাহিৰলৈ ওলাল আৰু বেপাৰীৰ সমুখত বৈ বাচনবোৰ চাবলৈ ধৰিলে। অৱশেষত মেলাচকৰৰ সেই ঘৰখনৰ ৰান্ধনিশাললৈ কাঁহৰ সমান কানৰ থালী, সমান কানৰ ডাঙৰ পিৰিছ আৰু সৰু সৰু পিয়লা বাটিৰ আগমন ঘটিল। ঘৰখনত অতিথি-অভ্যাগতৰ আগমন ঘটিলে নতুনধৰণৰ বাচন ব্যৱহাৰ কৰাটোৰ এক সুখ বিচাৰি পোৱা যায়।

যাদৱপ্ৰসাদ বিমৰ্ষ হৈ পৰে। বাচনবোৰ ঘৰৰ মহিলাসকলে খুঁটি খুঁটি চাবলৈ ধৰিছিল। তাৰাপ্ৰসাদো বিমৰ্ষ হৈ পৰে। ক'ত ঘূৰি ফুৰিছেগৈ মাখনী? সৌজনী, মহিলাবৃন্দৰ মাজত এজনী হৈ মাকৰ ঘৰলৈ অহা লাৱণ্যপ্ৰভাই পিয়লাবাটি এটা হাতত তুলি লৈছে। আঃ। মাখনীও এনেদৰে থকাৰ কথা আছিল।

দেৱবালা যদিও মহিলাৰ জুমটোত সোমাই আছিল, তথাপি তেওঁৰ দৃষ্টিৰ পৰা পতিৰ এই শুষ্কমুখৰ চেহেৰা ধৰা নপৰাকৈ নাথাকিল।

দেৱবালা শোৱনিকোঠা পালেহি। চাৰিটাকৈ ল'ৰা-ছোৱালী লৈ কৰঙাণীলৈ যোৱাৰ কথা, এতিয়াৰ পৰাই সিহঁতৰ অকণ অকণ কাপোৰবোৰ সামৰি থকাটো ভাল হ'ব। তেওঁ কাপোৰ কিছুমান বাকচত হেঁচি হেঁচি ভৰাই গ'ল।

০ ০ ০ ০ ০ ০ ০

কৰঙাণী প্ৰকৃততে এখনি অৰণ্য। ঠায়ে ঠায়ে গছ-গছনি, ঠায়ে ঠায়ে মুকলি, ঠায়ে ঠায়ে কেৱল জোপোহা কিছুমান। কৰঙাণী এনে এক সৰলভূমি, যি নিজেই নাজানে

কিহৰ বাবে উপযুক্ত সি। সেয়ে যাদৱপ্ৰসাদে তাক নিজৰ বশলৈ আনিবলৈ বিশেষ তেনে একো অসুবিধা পোৱা নাছিল। নতুনকৈ মাটি মোকলাই, হাবিয়নি আঁতৰাই চাহখেতিৰ বাবে সেই মাটিক চহাই সাজু কৰোঁতে যিখিনি প্ৰৰিশ্ৰম হয়, সিমানেই। কিন্তু প্ৰায় তিনিশ চল্লিশ হেক্টৰজোৰা এই বিশাল কৰঙাণী, পৰিশ্ৰম নহ'বনে যাদৱপ্ৰসাদৰ?

তথাপি আপোনাক বৰ ক্লান্ত দেখা হৈছো আজিকালি। সৌ সিদিনালৈকে গোসাঁইবাৰী, বনমালী, মেলাচকৰ কমখন ঘূৰিছিলনে আপুনি? তদুপৰি ভলণ্টিয়াৰসকলৰ বাবে? কানিৰ পাছতেই জানো কম দৌৰিছিল? তেতিয়াও ইমান ক্লান্ত দেখা নাছিলো। কি হৈছে আপোনাৰ? গাটো কেনেবা কৰি থাকে?

যাদৱপ্ৰসাদে লাহেকৈ মূৰ দুপিয়ালে।

পতিৰ শৰীৰ সিমান সুস্থ নহয়, অথচ এই কথাই যেন সামান্য স্বস্তিহে প্ৰদান কৰিলে দেৱবালাক। কিবা এক অস্বস্তিয়ে যে কৰঙাণীলৈ অহাৰ দিন ধৰি আহুকাল দি আছে যাদৱপ্ৰসাদক, এই কথা সত্য। কি আহুকাল? মনৰ নে শৰীৰৰ? হয় হয়, শৰীৰৰে হয়। হওক, শৰীৰৰ আহুকাল মনৰ আহুকালতকৈ বহু বেছি গুণে ভাল। পথ্য-ঔষধ আৰু শুশ্ৰূষাৰে শাৰীৰিক সুস্থতা ঘূৰি আহে। কিন্তু মনৰ সুস্থতা? ঘূৰি আহিছে জানো তেনে অসুস্থতাৰ অচিলাৰে গৃহত্যাগী হোৱা মাখনী?

কৰঙাণীৰ নতুন বঙ্গলাত যিমানখিনি সময় পৰা যায় যাদৱপ্ৰসাদক আবদ্ধ কৰাই দেৱবালা পতিৰ শুশ্ৰূষাত লাগি থাকে। গা তপত হৈ আহে মানুহজনৰ, খোৱাত অৰুচি, তেনেকৈয়ে কামলৈ যাবলৈ ওলায়। বাটভেটি নধৰে দেৱবালাই, কিন্তু কাষৰ পৰা কয়—

সোনকালে আহিব, আপোনাক জিৰণিৰ প্ৰয়োজন।

যাদৱপ্ৰসাদ আহে। আহিয়ে আৰামী চকীত চকু মুদি বহি পৰেহি। মেলাচকৰৰ বিলৰ পাৰত চলিহা পৰিয়ালৰ মাটিতে এখনি হাইস্কুল স্থাপন কৰা হৈছে। কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত হাইস্কুল এৰা আটাইবোৰ ছাত্ৰ এতিয়া এইখন বিদ্যালয়ত সোমালহি। প্ৰধান শিক্ষক সোণাৰাম দত্তৰ এতিয়া যিমান দায়িত্ব, যাদৱপ্ৰসাদৰো তাতকৈ কম দায়িত্ব নহয়। তেওঁ এতিয়া কৰঙাণীত সোমাই আছে, অলপ পৰিশ্ৰম কৰিলেই শৰীৰ অসুস্থ হৈ পৰে, ঠিকে চলিছেনে এই স্কুলখন? আৰু কুঁজিবালিত পতা পলিটেক্নিক্খন?

যাদৱপ্ৰসাদে চকুযুৰি মুদি পেলায়। প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি বিষ্ণু মেধি কাৰাৰুদ্ধ হোৱাৰ পাছৰে পৰা দ্বিতীয়জন ডিক্টেটৰ হিচাপে যাদৱপ্ৰসাদে নানানটা কাম কৰি আহিছে, গাঁৱে-ভূঞে প্ৰচাৰ আৰু সংগঠনৰ কামত ভলণ্টিয়াৰসকলক নেতৃত্ব দিয়া। ঠিকে চলি আছেনে সূতা কটা কেন্দ্ৰকেইটা?

যাদৱপ্ৰসাদৰ কপালত পত্নীৰ হাতৰ পৰশ। চকু মেলো বুলিও মেলিবৰ মন নগ'ল যাদৱপ্ৰসাদৰ। টলকা মাৰি একেথৰেই বহি ৰ'ল তেওঁ।

দেৱবালাই লাহেকৈ পতিৰ হাত ধৰি মাত দিলে—

ভিতৰলৈ আহক।

তাৰপাছত পতিক পালেঙত বহুৱাই তেওঁ চৰিয়াত গৰমপানী লৈ মানুহজনৰ ভৰিহাল ধুৱাই দিলে। গৰম পানীত তিয়াই চেপি লোৱা গামোচাৰে তেওঁৰ শৰীৰ মোহাৰি দিলে। পৰিচ্ছন্ন পোছাক পিন্ধালে।

যাদৱপ্ৰসাদ যেন শিশু।

আৰু দেৱবালা যেন জননী। চাৰিটাকৈ সন্তানৰ আলপৈচান ধৰা অভ্যস্ত হাতেৰে এইবাৰ তেওঁ পতিৰ হাত-ভৰিৰ তলুৱাত নহৰু-তেল মালিচ কৰিলে। গাত কম্বল জাপি শুৱাই দিলে মানুহজনক।

তাৰপাছত মিশ্ৰিত পাচলিৰ চুৰুহা তৈয়াৰ কৰিবলৈ লাগি গ'ল দেৱবালা। ভাবি ভাবি তেওঁ ওৰ নোপোৱা হ'ল। কি কাৰণত এনে অসুস্থ অনুভৱ মানুহজনৰ? কি নাম এই অসুস্থতাৰ? নামেই যদি বিচাৰি উলিওৱা নাযায়, তেন্তে চিকিৎসা আগবাঢ়ে কোনপথে?

অৱশেষত দেৱবালাই বনমালীৰ পৰা বোপাক মাতি পঠিয়ালে। বোপাৰ নাম গুৰুপ্ৰসাদ ঠিকেই ৰখা হৈছিল, একেবাৰে গুৰু-গম্ভীৰ মানুহ। সৰু বৌৱেকৰ বতৰা পাই তেওঁ একেবাৰে ডাঃ কনকেশ্বৰ বৰুৱাক লগতে লৈয়ে আহিল।

যাদৱপ্ৰসাদৰ জ্বৰ। নেৰানেপেৰা জ্বৰ।

ডাক্তৰী চিকিৎসাত সুস্থ হ'ল যদিও পূৰ্বৰ সেই জোৰ যেন হেৰুৱাই পেলালে মানুহজনে।

দেৱবালা চিন্তিত হৈ ৰ'ল। যাদৱপ্ৰসাদে হেৰুওৱা এই জোৰ শৰীৰৰ নহয়, মনৰ। মাখনীক এতিয়াও বিচাৰি পোৱা নাই, পুতলীয়ে কলিকতাত মেডিকেল পঢ়িবলৈ লৈছে, মাখনীক বিয়া দিয়াৰ পাছতে তাই হাহাকাৰত পেলাই থৈ যোৱা জোঁৱাই প্ৰফুল্লকো অলপ গুৰি চপাই ধৰিব লাগে।

দেৱবালাই মেজ এখন সমুখত লৈ বাটি এটাত ডালিমৰ গুটি এৰুৱাই আছিল। তেজ আহিবলৈ যাদৱপ্ৰসাদক কেতিয়াবা তেওঁ ডালিমৰ ৰস খুৱায়। পতিৰ চিন্তিত ৰূপ অনুমান কৰি তেওঁ মাত লগালে—

আপুনি মাজতে কিবা ৰাস্তাৰ ঠিকা কাম পাইছিল নহয়?

ও, বনমালী এৰাৰ সময়তে।

তাৰপাছত?

আৰম্ভ কৰিব লাগিব।

দেৱবালাৰ হাত ৰৈ গ'ল। যাদৱপ্ৰসাদ কিবা চিন্তাত মগ্ন। লাহেকৈ ক'লে দেৱবালাই—

প্ৰফুল্ল বৰুৱাকে দিব পাৰেচোন সেইটো কাম। আপোনাৰ সময়ো নাই।

ও, বিষ্ণু চলিহায়ো কৈ থৈছিল।

দুইজনকে দি দিয়ক। পাছে কোনডোখৰ ৰাস্তানো?

চক্ৰাইৰ পৰা বনমালীলৈ অহা গোটেইটো ৰাস্তা।

ভালেই হ'ব, দি দিয়ক। মাখনী তেনেদৰে গুচি যোৱাৰ পাছৰেপৰা তেওঁৰো যন্ত্ৰণা

হৈছে ল'ৰা দুটাক লৈ। হেঁপাহৰ ঘৰখন পলকতে যে কি হৈ যায়! নেৰিব আপুনি প্ৰফুল্লক।

যাদৱপ্ৰসাদ মনে মনে ৰ'ল। মানুহজনৰ ইষ্ট-কুটুম্বৰ প্ৰতি আপোনভাব অত্যন্ত প্ৰবল। নিজৰ কাম মেলিব পাৰিলেই সম্বন্ধীয় মানুহবোৰৰ ঘৰবোৰলৈ মনত পেলায়। কাৰ ঘৰত কিমান কৰ্মক্ষম মানুহ আছে, বিচাৰি কামত লগোৱাটো তেওঁৰ একপ্ৰকাৰ দস্তুৰেই বুলিব পাৰি। কেৱল আপোন মানুহখিনিকেই যে তেনে কৰে, সেইটো নহয়। সৌ সিদিনা ৰমানন্দ ভৰালীক কৈ থকা দেৱবালাই নিজকাণে শুনিছে, বোলো তহঁত এনেকৈ সোমাই নাথাক আৰু। ঘৰৰ পৰা ওলা। ঘৰৰ পৰা ওলালেহে কিবা কাম-বনত ধৰিব পাৰিবি। কামত নধৰিলে উন্নতি ক'ত?

দেৱবালাই ভাবি গ'ল। কৰঙাণীলৈ অহাৰ পাছতে মানুহজন নৰিয়াত পৰিল। ইফালে একেবাৰে নতুন বাগিচা। নতুন নতুন পাতেৰে সেউজীয়া হৈ আহিছে কৰঙাণী।

যাদৱপ্ৰসাদে গা টঙাইছিল যদিও দেৱবালাই সেয়া ইমান সহজে গ্ৰহণ নকৰিলে। শীত নামি আহিছে, বঙলাৰ সমুখৰ বেডমিণ্টন ক'ৰ্টত অলপতে ভাগৰে মানুহজন। কিমানদিননো হৈছে সেই তমোময় জ্বৰৰ পৰা উঠা?

দেৱবালাই বেহেলাখন উলিয়াই বৃন্দাবনী ৰাগ আৰম্ভ কৰে। এই সুৰে যাদৱপ্ৰসাদক একেবাৰে মন্ত্ৰমুগ্ধ কৰি তোলে। কেনিবাদি ওলাই যাওঁ বুলিও আগবাৰাণ্ডাতে বৈ যায় তেওঁ। কামিজটো খুলি ভিতৰত থৈ আহেগৈ। তাৰপাছত বনিয়নটোৰেই তেওঁ আগবাৰাণ্ডাত মূঢ়া পাৰি বহি যায়। তেলীয়াপট্টিৰ ৰামলীলাত ভাৰাত দিয়া দোকানৰ পৰা হেজাক লাইট এটা কিনি আনিছে তেওঁ। গধূলি বেডমিণ্টন বা টেনিছ খেলোতে ল'ব পৰা যাব। পাছে লাইটো ভাল নকৰাকৈ ব্যৱহাৰ কৰিব নোৱাৰি।

বেহেলাৰ সুৰে বান্ধি ৰাখিছেনে তেওঁক? নে এই লাইট মেৰামতি কাৰ্যই?

পতিক তেনেদৰে ক'ৰবালৈ ওলায়ো বৈ যোৱা খিৰিকীৰে দেখি দেৱবালা বাহিৰলৈ ওলাই আহিল। নিশ্চয়কৈ মানুহজন কিবা দোমোজাত আছে?

ওলাই যাব খুজিও বৈ গ'ল যে? যাওক, অলপ ওলাই যাওক, ভাল লাগিব।

লখিমী ক'ত?

খেলি আছে।

ক'ত?

ভিতৰত।

ভিতৰত অকণো মাতবোল নাই যে?

ৰিহা পিন্ধি ফটাকানিৰ কেঁচুৱা ওমলাইছে।

যাদৱপ্ৰসাদ উঠি থিয় হ'ল। লাইটটোত চকু থৈ দেৱবালাই জোকালে—

এইবাৰ বাগিচালৈ এন্ধাৰ নাহিবই।

চাই থাকা তুমি, আজি নহ'লেও কাইলৈকে জ্বলাইহে এৰিছো লাইটটো।

# বাইশ

বলিয়াঘাটৰ ইন্দ্ৰনাথ কাকতী আৰু চাৰিঙৰ দুৰ্গা কাকতীৰ সৈতে যাদৱপ্ৰসাদে অসহযোগ আন্দোলনৰ প্ৰচাৰত মন দিলে। আমগুৰি, জৰাবাৰী আদি অঞ্চলবোৰৰ একেবাৰে ভিতৰলৈকে সোমাই গ'ল যাদৱপ্ৰসাদ। ইফালে চলিব ধৰিছিল আইন অমান্য আন্দোলন। বিমলী আছিল কলিকতাৰ চিটি কলেজত। তাৰপৰাই তেওঁ এই আন্দোলনত নামি পৰে। এনেতে গ্ৰেপ্তাৰ হয় গুৰুপ্ৰসাদ, ছমাহৰ কাৰাবাস।

ইফালে দ্বিতীয়জন ডিক্টেটৰ হিচাপে মনোনীত হোৱা যাদৱপ্ৰসাদ প্ৰাদেশিক ডিক্টেটৰ হিচাপে গ্ৰহণীয় হয়। গোলাঘাট, বৰজান, ঢেঁকীয়াখোৱা, টীয়ক ইত্যাদিত সভা-সমিতিত যোগদান কৰিবলৈ লৈ মানুহজন পূৰ্বৰ দৰেই ব্যস্ত হৈ উঠিল।

আৰু দেৱবালা?

দেৱবালাৰ গা পুনৰ গধুৰ হৈ আহিল। আৰু ১৯৩২ চনৰ শেষৰ ফালে তেওঁ পুনৰ এটি পুত্ৰ-সন্তানৰ জননী হ'ল।

ঘৰখন শিশুৰ কল্‌কলনিৰে ভৰি পৰিল। কৰঙাণীৰ পৰা মেলাচকৰলৈ অহা দেৱবালা এইবাৰ বেছ কিছুদিন ইয়াত বৈ যাবলগীয়া হ'ল। ইমানদিনে অকণু আৰু দীপুৰ দায়িত্ব তেওঁ নিজে বহন কৰি আছিল। লখিমী বুজন হৈ আহিছিল যদিও প্ৰথম সন্তান হোৱাৰ কাৰণতেই নেকি তাই কণ্ডতকৈ পৰিয়ালৰ মানুহৰ আদৰ বেছিকৈ বিচাৰিছিল। যঁজাহালিৰ ৰুবীক কণে চোৱামেলা কৰি আহিছিল। এতিয়া আৰু এগৰাকী কণ্ডৰ প্ৰয়োজন হ'ল। তথাপি ল'ৰা-ছোৱালীবোৰ নিকুঞ্জলতাৰ কোঠাত সোমালগৈ। মাকে নতুনকৈ ওপজাটিৰ লগত লাগি থকাৰ কাৰণেই সিহঁতজাকে আইতাকক বেৰি ধৰিলেগৈ নে তেৱেঁই চপাই-কোঁচাই ল'লে জনা টান। আইতাকৰ কোঠাত যেন এডোখৰ চুম্বকহে আছিল। সোঁ-সোঁকৈ আটাইজাকে সেইফালে ঢাপলি মেলে। ধন-টুটুহঁততো আগৰ পৰা আছিলেই। মাখনীক এতিয়ালৈকে বিচাৰি পোৱা নাই। হেমপ্ৰভা আহিছিল, পুতলীও আহিছিল, আনকি হিৰণ্যপ্ৰভাও। আটায়ে ডিঙিত ধৰো যেনকৈ মুখ চোৱাচুইকৈ দুখে-বেজাৰে বহি ৰৈছিল। সহোদৰা হেৰাই গৈছে, বিমৰ্ষ আটাইকেইগৰাকী। আৰু ভাতৃসকল?

তাৰাপ্ৰসাদে গোসাঁইবাৰীৰ উপৰিও বনমালীতো চকু পেলাই ৰৈছিল। আগতে গোটেইবোৰ যাদৱপ্ৰসাদে চোৱামেলা কৰিছিল যদিও এতিয়া আগৰ দৰে নোৱাৰে। যাতায়াতৰ অসুবিধা, কৰঙাণীলৈ যোৱাৰ ৰাস্তা-ঘাট নাই বুলিবই পাৰি। দুখন গাড়ী। এখন ম'হৰ, আনখন গৰুগাড়ী। তাতে চাহৰ পাত অনা-নিয়া চলে, মানুহ উঠি ভজো

ষ্টেচনলৈ যায়। তাৰে আকৌ এটা ম'হ, এটা গৰু বাঘে খাইছিল। যাদৱপ্ৰসাদে পুৰণা মেচিন এটা নি মেৰামতি কৰি কলঘৰত বহুৱাইছে। পাত তোলা, পাত মৰা-শুকুওৱা সকলোবোৰতে তেওঁ চকু দিব লাগে। আটাইবোৰ নতুন মানুহ, এতিয়াও কাম শিকিবলৈ বাকী, ইফালে বিদেশী বৰ্জন আন্দোলনত শিৱসাগৰত উঠা জাগৰণৰ ফলত প্ৰায় আঢ়ৈশ লোক কাৰাৰুদ্ধ হয়। তাৰ ভিতৰত বিমলীও এজন।

বাগিচাৰ গুৰি থৰক্-বৰক্ হওঁ যেন। তাৰাপ্ৰসাদে প্ৰমাদ গণিলে। ইফালে ঘৰখনত অহৰহ বাহিৰা মানুহৰ ভাতখোৱা, থকাৰ খদম্দম্। গোসাঁইবাৰীয়ে লোকচান ভৰি আছে। বনমালী অচলপ্ৰায়, ধীৰ গতি, আৰু কৰভাণীয়ে এতিয়াও ঠন ধৰি উঠিব পৰা নাই।

ঘৰখনত যেন অ-ঘোষিত নিয়ম কিছুমান চলিবলৈ ধৰিলে। নিকুঞ্জলতাই তথাপি আলহীসকলৰ বাবে মিহি চাউলৰ ব্যৱস্থা বন্ধ কৰাবলৈ ৰাজী নহ'ল। ঘৰৰ মানুহখিনিয়ে সেয়েহে খুদচাউলৰ ভাত গ্ৰহণ কৰিবলগাত পৰিল।

তাৰাপ্ৰসাদ চিন্তাত পৰিল। চাহৰ বজাৰ একেবাৰে মন্দা। কি হ'ব এনেদৰে?

পুথিভঁৰালৰ অফিচ-কক্ষ এৰি তেওঁ আদালতলৈ ওলাই যোৱাৰ আয়োজন চলালে। কনকলতাই ক'লা কোট যতনাই দিলে। আৰু এই সকলোবোৰ, কোলাত কেঁচুৱা লৈ দেৱবালাই চাই ৰ'ল। এৰা, যাদৱপ্ৰসাদ সঘনাই আহিব নোৱাৰে। ডাঙৰীয়া তাৰাপ্ৰসাদে এইবাৰ নিজে হাতত মোঁনা লোৱাৰ চিন্তা কৰিছে। নিমখ-চেনি কিনাৰ চিন্তা আছে।

১৯৩২ চন। আগষ্ট মাহ।

অসমৰ প্ৰথম মহিলা আলোচনী 'ঘৰ-জেউতি'ৰ প্ৰকাশ বন্ধ হৈ গ'ল।

বন্ধ কৰি দিবলগা হ'ল।

বন্ধ কৰি দিবলগা হ'ল অসমৰ প্ৰথম মহিলা আলোচনী। যিখন আৰম্ভ কৰা হৈছিল ১৯২৭ চনৰ ছেপ্টেম্বৰত।

কোলাত কেঁচুৱা লৈ থকা দেৱবালাই এই সকলোবোৰ মন কৰি আছিল। পৰিয়ালৰ মাজত থাকিও অকলশৰে তেওঁ এই সকলোবোৰ পৰ্যবেক্ষণ কৰি ৰৈছিল। এতিয়া আৰু তেওঁ সেই ডায়'চেছনৰ মজিয়া বিচাৰি ফুৰা কিশোৰীজনী নহয়, এতিয়া আৰু তেওঁ মাতৃগৃহক স্মৰণ কৰি উন্বাউল হোৱা নৱবিবাহিতাগৰাকী নহয়, যাদৱপ্ৰসাদৰ সান্নিধ্য অন্তঃকৰণেৰে কামনা কৰা দেৱবালা নহয়। এতিয়া তেওঁৰ শৰীৰ-মনৰ ওপৰেৰে অভিজ্ঞতাৰ কেইবাচাটিও বতাহ বৈ গৈছে। গছৰ দৰে ৰৈ থাকিব পৰাকৈ সকলো কথাৰে চিন্তাৰ শিপা মেলিব পৰা হৈ গৈছে। এতিয়া তেওঁৰ পতিয়ে আগবঢ়োৱা হাতত হাত দি সকলো কামকে তেওঁ নিখুঁত কৰি তুলিব খোজে। দিন বাগৰাৰ লগে লগে বয়স বাঢ়িছে সকলোৰে, পুৰণি হ'ব ধৰিছে অংগ-প্ৰত্যংগ, প্ৰয়োজন হৈছে অধিক শক্তিৰ।

আঃ! সেই শক্তিকে সৃষ্টি কৰিব খোজে দেৱবালাই পতিৰ সকলো কামতে হাত উজান দি।

কেঁচুৱাকণক বাৰাণ্ডাৰ অকণমানি খাটখনত থৈ দেৱবালা কৰিড'ৰেৰে আগবাঢ়িল। খাটৰ কাষত আদৰমণি আছিল। তাই মাতিবলৈ ধৰিলে 'পদীপ ভাইটি... পদীপ ভাইটি... চোৱা চোৱা'...।

মাত আহি দেৱবালাৰ কাণত পৰিছিল। শিশুটিৰ নাম প্ৰদীপ ৰখা হৈছে। আটায়ে ভাইটি বুলি মাতিবলৈ লৈছে। ধীৰ পদক্ষেপেৰে তেওঁ কৰিড'ৰেৰে গৈ থাকিল। সদায় অহাৰ দৰে আজিও বৈঠকখানাত পাঠশালা বহিছে। সেয়া, প্ৰভাত মাষ্টৰৰ মাত শুনা গৈছে। কাহ উঠিছে তেওঁৰ, কাহি কাহি বাহিৰলৈ উঠি গৈছে।

কৰিড'ৰৰ মুখৰ পৰ্দাৰ এইপাৰেই দেৱবালা ৰৈ গ'ল। মাষ্টৰ উঠি যোৱালৈহে যেন আটাইজাকে বাট চাই আছিল, লগে লগে কথা পতা আৰম্ভ হৈ গ'ল। প্ৰভাত মাষ্টৰে নতুনকৈ সংসাৰ পাতিছে, আজি কেইবাদিনৰ পাছত পঢ়ুৱাবলৈ আহিছে তেওঁ।

দেৱবালাই বৈঠকখানালৈ কাণ উনালে।

সেয়া, দীপুৱে সুধিছে—

অই, ছাৰৰ কইনাক আমিনো কি বুলি মাতিম হা?

কেলেই, ছাৰনী বুলি মাতিম আকৌ।

টুটুৰ উত্তৰ। লগে লগে আটাইজাকৰে খিক্‌খিকীয়া হাঁহি। দেৱবালাৰো হাঁহি উঠিল। এখোজ আগুৱাই গৈ পৰ্দাখন আঁতৰাই তেওঁ বাৰাণ্ডালৈ ওলাল। চৌহদৰ ভিতৰত দুখন গাড়ী, কেইবাখনো চাইকেল। অফিচ-কক্ষৰ কেৱল বাৰাণ্ডাতে নহয়, তলতো কেইবাজনো ৰৈ কথা-বতৰা পাতি আছে। এইবাৰ দিখৌৰ সিপাৰৰ পৰা পাভৈৰ ভায়েক নগাক এইফালেই অহা দেখা গ'ল। তাৰ সিকিয়াত এফালে তেলৰ টিন, এফালে অন্যান্য কিবাকিবি। সেইবোৰৰ মাজেৰে মূৰ তুলি থকা বাঁহগাজ দুটামান এতিয়া স্পষ্টকৈ দেখা গ'ল।

যোৱাৰ দৰেই ধীৰ খোজেৰে দেৱবালা ভিতৰলৈ উভতি আহিল। বৈঠকখানাত মাষ্টৰক আটাইজাকে কুটুৰিছে— 'ছাৰ আমি আপোনাৰ ঘৰলৈ যাম।'

বাৰাণ্ডাৰ কেঁচুৱাটিক এতিয়াও আদৰমণিয়ে কিবাকিবি কথা কৈ নিচুকাই আছে। একেটা খোজেৰে কেনিও নোচোৱাকৈ তেওঁ শোৱনিকোঠাত সোমালগৈ। বেৰলৈ চাই লাহেকৈ পালেঙত বাগৰি দিলে তেওঁ। অসময়ত। দুৰ্বলতা ঠিক নহয়, বোধহয় প্ৰসৱৰ পাছৰ সাময়িক অৱসাদ হ'ব পাৰে। পেটৰ ভিতৰত আজি এটা, কালি এটাকৈ কিবাকিবি আহুকাল লাগিয়ে থকা হ'ল। অজীৰ্ণতাতো ভুগি আছে, কোষ্ঠকাঠিন্যতো ভুগি আছে।

শুই থকা অৱস্থাতে দৃষ্টি বেৰৰ আনফাললৈ আঁতৰিল। সেইখিনিতে যাদৱপ্ৰসাদে

ইয়ালৈ আহিলে ব্যৱহাৰ কৰা ছাতি এটা ওলোমাই থোৱা আছিল। দেৱবালাই সেইটোলৈকে কিছুসময় চাই ৰ'ল।

কেনে আছে মানুহজন?

যাদৱপ্ৰসাদ ঠিকে আছে। বনমালীত থকা কালছোৱাত ৰাতিপুৱাই তেওঁ আটাইকেইটা ল'ৰা-ছোৱালীকে বঙলাৰ পৰ্টিকত দহোটাকৈ ব্যায়াম কৰোবাইছিল। গীতাৰ দ্বিতীয় অধ্যায়ৰ শ্লোক কিছুমান মুখস্থ কৰিবলৈ লগাইছিল। হাতত কলম কটাৰিখন লৈ তাৰপাছত তেওঁ বাগিচালৈ গুচি যায়। বঙলাতে বৈ যোৱা ল'ৰা-ছোৱালীহঁতেও জানে সিহঁতে এতিয়া কি কৰিব লাগিব। আটাইকেইটাই গছৰ পাত, সৰা ফুলৰ পাহি, গুটি, চৰাইৰ পাখি বুটলিবগৈ লাগিব। দুপৰীয়া দেউতাক আহিলে সেইবোৰ দেখুৱাব লাগিব। সেইবোৰৰ নামৰ সৈতে চিনাকি হ'ব লাগিব। যেয়ে যিমান সংগ্ৰহ কৰিব, সেয়ে শ্ৰেষ্ঠ হ'ব।

অহ্ অহ্ একেই আছে এই সকলোবোৰ নিয়ম। সকলোবোৰ পূৰ্বৰ দৰেই পালন কৰি থকা হৈছে। নিশ্চয়কৈ উপলব্ধি কৰিছে মানুহজনে।

কি কৰি আছে তেওঁ?

বাগিচা, সভা-সমিতি নে টকা-পইচাৰ চিন্তা? বনমালীৰ পৰা যেতিয়াই মেলাচকৰত ঘৰত থকাকৈ গুচি আহে দেৱবালা, তেতিয়াই সেই বঙলা হৈ উঠিছিল সত্যাগ্ৰহীসকলৰ মিলনস্থলী। এতিয়া কৰঙাণীৰ বঙলাত তেনে নহয়। দুৰ্গম বাট-পথ অতিক্ৰম কৰোঁতেই অনেক সময় লাগে। তদুপৰি গৰুগাড়ী বা চাইকেল আদি নহ'লে যাতায়াতো সুচল নহয়। টিমনৰ মাজেৰে জংঘল কাটি ভজোলৈকে বাট এটি নিৰ্মাণ কৰাৰ বাবে মানুহজনে প্ৰায়ে চিন্তা কৰাৰ কথা দেৱবালাই ভালকৈয়ে উমান পায়।

চকুযুৰি মুদ খাই আহে দেৱবালাৰ।

কোমল সেউজীয়াই আচ্ছাদিত কৰি তোলে তেওঁৰ দৃষ্টিৰ ভিতৰ-বাহিৰ সমগ্ৰ।

অৱশেষত দেৱবালা কৰঙাণীলৈ পুনৰ উভতি আহিল। বঙলাৰ পৰা দহ খোজ দূৰৈত কলঘৰ-অফিচ, সকলো। দেৱবালা পতিৰ ছাঁ যেন হৈ কলঘৰৰ ভিতৰ সোমালগৈ। সেই যাত্ৰা এনে আছিল যেন তেওঁ মূলঘৰৰ পৰা ওলাই চোতালৰে ঢেঁকীশালতহে সোমাইছিলগৈ। অহৰহ কীট এটাই খুলি খুলি কুটিব ধৰিছিল দেৱবালাৰ চিন্তাৰ একান্ত জগত, কিধৰণে অতি শীঘ্ৰে বাগিচাৰ উৎপাদন বঢ়াব পাৰি, বঢ়াব পাৰি চাহৰ গুণগত মানদণ্ড আৰু দখল কৰিবগৈ পাৰি বজাৰত এখন সুকীয়া আসন। কৰঙাণী গ্ৰাণ্ট মোকলোৱাৰ আগতে, তাৰো বহু আগতে কেৱল গোসাঁইবাৰী-বনমালী অকলেই চণ্ডালি যিদৰে চলিহা পৰিয়াল সচ্ছলতাৰ মাজেৰে আগুৱাইছিল, সেই সময়কে, সেই অৱস্থাকে আজিও বিচাৰে দেৱবালাই। আগতে বাগিচা চলোৱা মানুহ কম আছিল, এতিয়া বোপায়ো

হাত উজান দিছে। আগতে বাগিচাও কম আছিল, এতিয়া বাঢ়িল। তথাপি এনে অৰ্থচিন্তাত কিয় দহিবলগা হৈছে পৰিয়ালটোৱে?

তলমূৰকৈ কলঘৰলৈ খোজ লোৱা দেৱবালাই ভাবি ভাবি গৈ থাকে।

চফ্ৰাইৰ পৰা বিষ্ণুপ্ৰসাদ চলিহা আহে। আজি দুবছৰমান হৈছে শিৱসাগৰত তেওঁ এটি ছপাশাল খুলিছে। মাজে-সময়ে চফ্ৰাইৰ ঘৰলৈ আহে। ঘৰলৈ আহিলেই তেওঁ এইমুৱা হয়। কৰঙাণীলৈ অহা পথ অতিশয় দুৰ্গম। গৰুগাড়ীৰ পৰাও যাত্ৰী সময়ে সময়ে নামি খোজকাঢ়িব লাগে। ওখোৰা-মোখোৰা, ধূলিময়। বাটৰ দুয়োকাষে ঘনঘোৰ অৰণ্য। দিনতে বাঘে থপিয়াই ধৰি খোৱাৰ ভয়। দূৰ-দূৰণিলৈকে জনপ্ৰাণী এটি পাবলৈ নাই। এইহেন পথ অতিক্ৰমি খা-খবৰ ল'বলৈ অহাজন কিধৰণৰ মানুহ হ'ব পাৰে, সেয়া সহজেই অনুমেয়।

দেৱবালা কলঘৰত বেছিসময় নাথাকে। ল'ৰা-ছোৱালীকেইটা ঠিকে থাকিব, লখিমীয়েহে চাগে' আমনি পাব। তাই দেউতাকক আজিকালি সঘনাই বিচৰা হৈছে। তেওঁক নাপালে মাকৰ আশে-পাশেই ঘূৰি থাকে। দেউতাকলৈ কি কি নকৰে যে তাই। সিদিনা চিগাৰেটকেইটা বাহিৰ কৰি এটা এটাকৈ টুকুৰা কৰিলে। এটা চিগাৰেটক তিনিডোখৰমানকৈ টুকুৰা কৰিলে। তাৰপাছত ছিৰিত বহি দেউতাক কামৰ পৰা উভতি অহালৈ অপেক্ষাত ৰ'ল। কাম চাবলৈ যাদৱপ্ৰসাদে সদায় ঘোঁৰাত উঠি যায়। মুগা বৰণীয়া ঘোঁৰাটোত উঠি বাগিচাৰ শেষ প্ৰান্তলৈকে যায়গৈ তেওঁ। সদায়। যিমানদূৰলৈকে বিস্তৃত চাহ বাগিচা, সিমানদূৰলৈকে যায়গৈ। চাৰিসীমাৰে ঘূৰি আহে আৰু দেউতাকৰ প্ৰতীক্ষাত বহি থাকে লখিমী। সেইদিনা দেৱবালা স্বাভাৱিকতে বিৰক্ত হৈছিল ছোৱালীজনীৰ কাণ্ড দেখি। কিন্তু ঘোঁৰা আহি চৌহদত সোমাওঁতেই তাই যিষাৰ কথা ৰিঙিয়াইছিল দেউতাকক, শুনি দেৱবালাৰ বিৰক্তি ধোঁৱা হৈ উৰি গৈছিল।

দে'তা মই আজি বহুত চিগাৰেট বনাই থৈছো।

যাদৱপ্ৰসাদেও বিৰক্তি দেখুওৱা নাছিল, খং দেখুওৱা নাছিল, হাতত ধৰি জীয়েকক ভিতৰলৈ লৈ আহিছিল। দেৱবালাই সামান্য শাসনৰ সুৰ টানি কৈছিল তাইক—

আৰু নবনাবা। দে'তাই বহুত চিগাৰেট ভাল নাপায়। দে'তাই ছবি আঁকিলে ভাল পায়, গান গালে ভাল পায়।

এতিয়া বা তাই কি কৰি আছে?

এইবাৰ কৰঙাণীলৈ অহাৰ পাছৰে পৰা দেৱবালাৰ কাম বাঢ়িছে। গৃহস্থীখনৰ লগতে কলঘৰ, চাহৰ ব্যৱসায় সংক্ৰান্তীয় কাম-কাজতো নিজ ইচ্ছাৰে মূৰ সুমুৱাবলৈ লৈছে। তদুপৰি মেলাচকৰৰ ঘৰখনত ল'ৰা-ছোৱালীবোৰে ঘৰতে যি শৈক্ষিক পৰিৱেশ লাভ কৰিছিল, সেয়া কোনো কাৰণতে বিনষ্ট হ'বলৈ দিব নোৱাৰি।

এৰা, আজিকালি দেৱবালাৰ বহু কাম। সিহঁতক লৈ তেওঁ পুথিগত পাঠদানৰ

অচিলাৰে ঘৰতে পাঠশালাৰ পদ্ধতি অনুকৰণ কৰিবলৈ লৈছে। সংগীতৰ শিক্ষাৰ উপৰি খেলাধূলাৰ প্ৰণালীও শিকাবলৈ লৈছে। পুৱাৰ জলপানৰ পাছত আটাইকে দেৱবালাই ক্ৰম অনুসৰি পঢ়ুৱাবলৈ লাগি যায়। তাৰপাছত অকণমানি প্ৰদীপ ভাইটিক চৰেই একোলা একোলা ল'ব, ধেমালি কৰিব। দেৱবালা ৰান্ধনিশাললৈ উঠি যায়। হাতধৰাইঁতৰ লগ লাগি দুপৰীয়াৰ আহাৰ প্ৰস্তুত কৰে। তেতিয়ালৈ কোঠা এৰি মুকলিত সিহঁতে দৌৰাদৌৰি আৰম্ভ কৰি দিয়ে। আবেলি খেলা, সন্ধিয়া চেতাৰ-বেহেলাৰ সৈতে সংগীতৰ চৰ্চা। মেলাচকৰৰ ঘৰত আগতে মাখনীয়ে সুন্দৰকৈ এচ্‌ৰাজ বজাইছিল, আজিকালি কণমানি আৰতিয়ে সেইখন চুই বহি থকা দেখা গৈছে।

কেনি দৌৰিব ধৰিছে দেৱবালাৰ সময়খিনি?

লাহে লাহে দেৱবালাই আবেলি ল'ৰা-ছোৱালীহঁতক খেলোৱাব নোৱৰা হৈ আহিল। বাৰাণ্ডাত বহি তেওঁ তদাৰক কৰি যায় মাথোন। হাতত থাকে উণ-শলা। এশলা-দুশলাকৈ অনেক ঘৰ অতিক্ৰমি উণসূতাডালে দুপাট অকণি অকণি মোজাৰ আকৃতি ধৰে, অকমানি এটা টুপীৰো। গুঁথি গুঁথি গৈ থাকে দেৱবালা। গেট খুলি সোমাই আহে যাদৱপ্ৰসাদ। পত্নীক দেখিয়েই ক্লান্ত মানুহজন জ্যোতিষ্মান হৈ উঠে। ঠিকে আছে তেওঁৰ পত্নী, সুকলমে সুসম্পন্ন হৈ যাব সকলোবোৰ। ইফালে মহাত্মা গান্ধীৰ আগমন ঘটিব, শিৱসাগৰলৈও আহিব তেওঁ আৰু তাতোকৈ ডাঙৰ কথা যে গান্ধীয়ে শিৱসাগৰত থকা গোটেই সময়খিনিতে মেলাচকৰৰ ঘৰখনত থাকিব। চলিহা পৰিয়ালৰ মেলাচকৰৰ বঙলাত। ৰায়বাহাদুৰ স্বৰ্গীয় কালীপ্ৰসাদ চলিহাৰ উত্তৰপুৰুষৰ আতিথ্যত।

যাদৱপ্ৰসাদৰ কাম বাঢ়িছে। হৰিজন আন্দোলন সম্পৰ্কত মহাত্মা গান্ধী অসমলৈ আহিব। হৰিজন সংঘৰ সভাপতি হৈছে গড়মূৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীপীতাম্বৰ দেৱগোস্বামী, সম্পাদক দেৱেন শৰ্মা। কাৰ্যালয় বহুওৱা হৈছে মেলাচকৰত নতুনকৈ ঘৰ সাজি বাস কৰিবলৈ লোৱা প্ৰফুল্লৰ ঘৰত। আৰু যাদৱপ্ৰসাদে নেতৃত্ব বহন কৰিছে অভ্যৰ্থনা সমিতিৰ। অভ্যাগতসকলক নিজৰ বঙলাতে ৰখা হ'ব।

ধুমধাম চলিছে শিৱসাগৰ নগৰীত। ল'ৰা-ছোৱালীসহিতে দেৱবালা মেলাচকৰৰ ঘৰ পালেহি। ঘৰখনৰ বিয়া হৈ ওলাই যোৱা জীয়ৰীহঁত পৰিয়ালসহ আহিছে, মিতিৰ-কুটুম্বসকলো আহিছে। ঘৰ ভৰি পৰিছে।

নিজৰ আচুতীয়া আখলৰ পৰাই নিকুঞ্জলতাই পৰিয়ালৰ মানুহবোৰৰ পদশব্দ শুনিলে। ওহো, কোনোপধ্যেই সম্ভৱ নহয় ইমানবোৰ পদশব্দৰ মাজত সেই বিশেষ খোজৰ শব্দ শুনাতো।

আঃ সঁচাকৈয়ে যদি এবাৰ, মাত্ৰ এবাৰলৈও হ'লে শুনিলেহেঁতেন তেওঁ, গৃহত্যাগী মাখনী উভতি অহাৰ শব্দ!

# তেইশ

মহাত্মা গান্ধী, ৰাজকুমাৰী অমৃত কৌৰ, মীৰাবেন আৰু চি এফ এণ্ডৰুজৰ শিৱসাগৰলৈ আগমন ঘটিল। পদাৰ্পণ কৰিলেহি মেলাচকৰৰ এই বঙলাত। বাটৰ ফালৰ পৰা চালে ওপৰমহলাৰ একেবাৰে সোঁহাতৰ যিটি মূৰৰ কোঠা, তাতে বিশ্ৰাম ল'বলৈ উঠিলহি জাতিৰ পিতা মহাত্মা গান্ধী।

উহুঁ, মহাত্মা নহে যেন স্বয়ং ঈশ্বৰেই নামি আহিছিল স্বৰ্গলোকৰ পৰা! এপলক তেওঁক দূৰৈৰ পৰা হ'লেও দেখা পাবলৈকে, জনতালৈ উদ্দেশি দাণ্ডি দিয়া হাতখনকে চাবলৈ মানুহৰ সোঁত বাগৰিল। পৰিয়ালটোৰ প্ৰতিজন সদস্যই উথপ্থপ্ লগালে গান্ধীৰ সমুখলৈ গৈ কিবা এষাৰ ক'বলৈ-শুনিবলৈ অথবা তেওঁৰ এক দৃষ্টি পুষ্পাঞ্জলিকে লাভ কৰিবলৈ।

কিন্তু এই সকলোবোৰৰ পৰা নিলগত ৰ'বলগা হ'ল বৰবোৱাৰী কনকলতা। অসুস্থ শৰীৰ লৈ তেওঁ পৰি আছে একপ্ৰকাৰ শয্যাগত হৈ।

গান্ধী তালৈকে নামি আহিল।

হাত ফুৰালে কনকলতাৰ শিৰত।

ঘৰখনৰ পৰিৱেশেই সলনি হৈ গ'ল। পুৱা-গধূলি মহাত্মাই সমবেত জনতাক উদ্দেশি বক্তব্য ৰাখিলে, প্ৰাৰ্থনাসভাত ৰামধুন পৰিবেশন কৰিলে।

লখিমী মহাত্মাৰ নিচেই কাষতে বহি থকা হ'ল। আচৰিত লাগে, একো একোজন মানুহে সকলো তিয়াগিও কেনেদৰে ঐশ্বৰিক চুম্বকত্ব লাভ কৰে জনসাধাৰণৰ মাজত। কিদৰে, মন্ত্ৰমুগ্ধতাৰে বহি ৰৈছে লখিমী, ৰ' লাগি ৰৈ গৈছে ৰুবী আৰু দীপু। ৰামধুন পৰিবেশনত কেনেকৈ একাত্ম হৈ গৈছে আইমানুহ, ধন, টুটু, শান্তি, যোগেনহঁত!

পুৱাতেই হাতত ফুল এথোপা লৈ তাৰাপ্ৰসাদৰ নিচেই কাষতে ৰৈ থাকেহি আৰতি মহাত্মাৰ কোঠাৰ দুৱাৰমুখত। এটা সময়ত তেওঁ বাহিৰ ওলায় আৰু আদৰেৰে জোকাৰি দিয়ে আৰতিৰ অকোৱা-পকোৱা চুলিকোছা। আটায়ে হাঁহে। তাৰাপ্ৰসাদেও। আৰতি তেওঁৰ নুমলীয়া সন্তান। মাক আজি শয্যাগত, কষ্ট পাই আছে চাগে' ছোৱালীজনীয়ে অন্তৰত! ছিৰি বগাই ওপৰ মহলালৈ উঠি আহে বুলু, পুতলীহঁত। দেৱবালাও। আটায়ে দেৱবালালৈ চায়। মহাত্মাই ছাগলীৰ গাখীৰ বিচাৰে, লাউৰ চুৰুহা বিচাৰে আৰু সেয়াৰে অতিথি আপ্যায়ন কৰিবলৈ আগবাঢ়ি যায় দেৱবালা। আজি বাদে কাইলৈ যি নতুনকৈ, পুনৰ্বাৰ জননী হ'ব। হয়, পুনৰ অন্তঃসত্বা দেৱবালা।

গান্ধীয়ে তেওঁৰ মূৰত হাত ফুৰাই কথা পাতে। ডায়'চেছনৰ শিক্ষাৰে শিক্ষিতা দেৱবালাৰ হাস্যময় উজ্জ্বল চেহেৰা। মৰমলগাকৈ কথা ক'ব জানে।

মিঠা হাঁহিৰে গান্ধীয়ে কয় তেওঁক—

তোমাৰ উপযুক্ত সময়ত মই ইয়াত থকা হ'লে সহায় কৰি দিলোহেঁতেন। তিৰোতা মানুহৰ প্ৰসৱকালীন সেৱা-শুশ্ৰূষা ভালদৰেই জনা আছে মোৰ। মই জানো, পাৰোও।

কি কয় মহাত্মাই!

মহাত্মা গান্ধীৰ দৰে মহামানৱে!

ইয়াৰ অৰ্থ আছিল একেবাৰে নিশাৰ ফৰকাল আকাশৰ উজ্জ্বল জ্যোতিষ্কৰ দৰে ভাস্বৰ। জল্‌জল্‌-পট্‌পট্‌। মাতৃসেৱা। পৃথিৱীলৈ নতুন এজনক আনিবলৈকে যি মানৱদেহ যন্ত্ৰণাত কাতৰ হৈ ৰয়, সেই মানৱদেহৰ শুশ্ৰূষা কৰাটো উচিত নহয়নে?

শিৱসাগৰৰ খ্ৰীষ্টানপট্টিত নিৰ্মাণ কৰা কালীপ্ৰসাদ স্মৃতি ভৱন মহাত্মাৰ শুভহাতেৰে আজি উদ্বোধন কৰা হ'ল। ইমানপৰে-ইমান ঘণ্টাই দল্‌দোপ্‌-হেন্দোল্‌দোপ্‌ লগাই থকা নগৰবাসীহে নালাগে গান্ধীক চাবলৈ অহা গোটেইজাক মানুহেই তালৈকে ঢাপলি মেলিলে। য'ত অনুষ্ঠিত হৈছে আজি এক অনন্য ধৰ্মীয় অনুষ্ঠান।

দেৱবালা ওপৰমহলাৰ পৰা নামি আহিল। ঘৰখন একপ্ৰকাৰ উৰুঙাই হৈ গ'ল। কনকলতাৰ শোৱনিকোঠাঁৰি ফালৰ পৰা বগীধাই ওলাই আহিছিল, ধীৰ খোজেৰে ছিৰিৰ কাষৰ ৰেলিঙত ধৰি নামি আহি ৰওঁ যেন কৰা দেৱবালাক দেখি তেৰোঁ বৈ গ'ল।

দেৱবালাও বৈ গ'ল তেওঁলৈকে চাই। পাছে এখন্তেকলৈহে, তাৰপাছত একেটা গতিৰে খোজ আগুৱাই তেওঁ নিজৰ শোৱনিকোঠাত সোমালগৈ। ...পাছে পাছে বগীধায়ো। লগে লগে কোঠাৰ দুৱাৰখন ভিতৰৰ পৰা বন্ধ হৈ গ'ল।

০ ০ ০ ০ ০ ০ ০

এইটো চনৰে মে' মাহৰ দহ তাৰিখে দেৱবালাই কন্যা সন্তান এটি ওপজালে। যাৰ নাম থোৱা হ'ল আইজনী। পোছাকী নাম মীনাক্ষী।

০ ০ ০ ০ ০ ০ ০

যাদৱপ্ৰসাদৰ পৰিয়ালটো আকৌ কৰঙাণী পালেহি। কোনো কাৰণতে মানুহজনে বাগিচা এৰিব নোৱৰা হৈ আহিছিল আৰু তেওঁক এৰিব নোৱৰা হৈ আহিছিল দেৱবালা। কৰঙাণীক চাৰিওফালৰ পৰা যোগ্য কৰি তুলিবলৈ মানুহজনৰ যত্ন আৰু চেষ্টা-পৰিশ্ৰমৰ অন্ত নাছিল। কিন্তু ভুকুতে কল নপকাৰ দৰে তেওঁৰ এই কাৰ্যয়ো ফল দেখুৱাবলৈ কিছু সময় ল'লে। দেৱবালাৰ ভয় হয়, এটাৰ পাছত আনটোকৈ চিগাৰেট হুঁপি কি ভাবি থাকে মানুহজনে?

আৰ্থিক দিশটোৰ কথা? ব্যৱসায় নে দেশ? নে মাখনী? নে নৰিয়া শেতেলীত পৰি থকা নবৌৱেকৰ কথাৰে ককাইদেৱেকৰ বাবেই এনে কাতৰতা?

দেৱবালা তেওঁৰ ছাঁ হৈ ৰ'ব খোজে।

ভগাই ল'ব খোজে সকলোবোৰ দুশ্চিন্তা।

বাগিচাৰ আৰ্থিক দিশত বেংকৰ সাহায্যৰ প্ৰয়োজন হয়। এই সাহায্যৰ হিচাপ-নিকাচকে হাতৰ মুঠিত লৈ যাদৱপ্ৰসাদ কলিকতালৈ যাবলৈ ওলাল। আজি কেইবাদিনো হ'ল যাদৱপ্ৰসাদ কলিকতাত থকা। পুতলী এতিয়াও কলিকতাতে। দেৱবালা কলঘৰলৈ আকৌ যাবলৈ ল'লে। আকৌ আৰম্ভ কৰিলে ঘৰুৱা পাঠশালাখন।

ইফালে দেশজোৰা অসহযোগ আন্দোলনে তোলপাৰ লগাইছে। কিছুসংখ্যক কৰ্মী আণ্ডাৰ-গ্ৰাউণ্ড হৈ গৈছে। তাৰে এজন শংকৰ বৰুৱা। এই বৰুৱাই যাদৱপ্ৰসাদলৈ জৰুৰী বাৰ্তাৰে পত্ৰ এখন লিখি প্ৰফুল্ল ৰাজখোৱাক কলিকতালৈ পঠিয়াই দিলে। যাদৱপ্ৰসাদৰ তত্ত্বাৱধানত বহুতো কৰ্মীয়ে তাতো আত্মগোপন কৰি আছে।

যাদৱপ্ৰসাদে সেইজন পত্ৰবাহক প্ৰফুল্ল ৰাজখোৱাকে কৰণ্ডাণীত চাকৰিয়াল হিচাপে ল'বলৈ আগ্ৰহ প্ৰকাশ কৰিলে।

পতিৰ এই কৰ্মত দেৱবালাই স্বস্তি অনুভৱ কৰিলে। বিশ্বস্ত মানুহৰ প্ৰয়োজন হৈছে। তেওঁলোকক আপোনজ্ঞান কৰা মানুহৰ প্ৰয়োজন হৈছে। বাগিচা নহয় যেন নকৈ পতা ঘৰহে। বাগিচাত সৌবোৰ শ্ৰমিক নহয় যেন নকৈ পতা ঘৰৰ ওচৰ-চুবুৰীয়াহে।

এৰা, এনে সম্ভাৱ বৰ্তাই ৰখাত দেৱবালাই পৰম মনোযোগ দিলে। কাৰণ পতিৰ সান্নিধ্যত থাকি ইমানদিনে তেওঁ দেখি আহিছে কিদৰে মানুহজনে সকলোৰে প্ৰতি সমব্যৱহাৰ কৰে। বোধহয় এয়া চলিহা পৰিয়ালৰ বংশগত আভিজাত্যৰে এক নান্দনিক ৰূপ, নহ'লেবা মহাত্মা গান্ধীয়ে বিলোৱা পোহৰৰে ৰশ্মিকণা। সকলো মানুহৰ মাজতে নৰনাৰায়ণৰ ৰূপ দেখা গান্ধীবাদ পোহৰৰ বিন্দু বিন্দু ৰশ্মি!

আবেলি ল'ৰা-ছোৱালীকেইটাৰ লগত খেলিবলৈ কিছুমান শ্ৰমিক সন্তানো আহে। এই সকলোৰে পৰা আঁতৰি কিন্তু প্ৰদীপ ৰৈ থাকেগৈ গোহালিৰ সমুখত। কণ্ডৰ কোলাত উঠি তাক কেৱল গৰুবোৰকে চাই থাকিবলৈ লাগে। দেউতাকে বাগিচাৰ কামজাৰি চাবলৈ যাওঁতে উঠা ঘোঁৰাটো চাই থাকিবলৈ লাগে।

দেৱবালাই সৰু পুত্ৰৰ পশুপ্ৰীতি লক্ষ্য কৰি থাকে। তেওঁ কিছুমান জীৱ-জন্তুৰ ছবি থকা কিতাপ গোটাবলৈ ধৰিলে। দিনটোৰ সৰহভাগ সময় ল'ৰাটোৱে এতিয়া সেইবোৰকে চাই বিভোৰ হৈ থকা হ'ল। যিদৰে লখিমী আৰু ৰুবী মগন হৈ থাকে ৰিহা-মেখেলা পিন্ধি। পতি যাদৱপ্ৰসাদক ক'লে দেৱবালাই—

ইহঁত দুজনীক গুৱাহাটীলৈকে পঠিয়াই দিয়াৰ কথা ভাবিছো। ৰাজবালা মাহীয়ে পাণবজাৰ হাইস্কুলৰ গুৰি ধৰিছেহি, লখিমীয়ে তাতেই পঢ়িব পাৰিব।

কি কোৱা, গুৱাহাটীলৈ যাব?

পত্নীৰ এনে প্ৰস্তাৱত কৰ্মব্যস্ত যাদৱপ্ৰসাদ হঠাতে আচৰিত হৈ গ'ল। আকৌ উচ্চাৰিলে তেওঁ— শিৱসাগৰতে পঢ়িব নোৱাৰিবনে?

পাৰিব। কিন্তু গুৱাহাটী ডাঙৰ ঠাই। তাত বহু বহু মেধাৱী ল'ৰা-ছোৱালীৰ মাজত থাকি পঢ়িলে নিজৰে গুণ বঢ়াব সিহঁতে। তাতে ৰাজবালা মাহীৰো হেডমিষ্ট্ৰেছ হিচাপে নাম আছে।

বৰ সৰু হৈ আছে সিহঁত।

একো নহয়, বুকুত শিল বান্ধি হ'লেও পঠিওৱাৰ দিহা কৰক। সিহঁতৰে ভাল হ'ব। মোকচোন আঠ বছৰ বয়সতে ডায়'চেছনলৈ পঠিয়াই দিছিল ঘৰৰ মানুহে। ক'তা, একোতো লোকচান হোৱা নাই।

লাভেই হ'ল তোমাৰ। কলিকতালৈ পঢ়ো বুলি অহা-যোৱা নকৰাহ'লে মোকনো ক'ত পালাহেঁতেন!

দেৱবালাৰ দুয়োগাল মুহূৰ্ততে ৰঙা হৈ উঠে। লাজ লাগে তেওঁৰ। দৃষ্টি তললৈ নমাই তেওঁ হাঁহে।

পত্নীৰ এনে স্নিগ্ধ ৰূপে যাদৱপ্ৰসাদক সন্মোহিত কৰি তোলে। কিমান বয়স দেৱবালাৰ? ছাব্বিশ নে সাতাইশ? একেবাৰে যুৱতী হৈয়ে ৰৈছে তেওঁৰ পত্নী। আৰু তেওঁ?

যাদৱপ্ৰসাদে খোজকঢ়া আৰম্ভ কৰে।

প্ৰতিটো খোজতে ফুটি উঠে প্ৰেমময়তাৰে তৃপ্ত ভংগী।

নতুন বছৰ এটাত সময়ে মূৰ সুমুৱালে। দীঘল দীঘল বেঙা মেলি চকুৰ পলকতে এইটো বছৰ হন্‌হনাই গুচি যাব। গচকি থৈ যাব কতজনৰ হাতৰ তলুৱাৰ কৰ্মশক্তি! মোহাৰি থৈ যাব আশা আৰু পৰিকল্পনাৰ সৌধ।

তাৰাপ্ৰসাদ অফিচ-কক্ষৰ সেই প্ৰকাণ্ড মেজখনৰ পৰা নুঠাই হ'ল। পত্নী কনকলতাৰ ৰাশিচক্ৰ মেলি বহি থাকে তেওঁ। ডাক্তৰ আহিছে, নাৰ্ছ লাগি আছে। শেতেলীৰ কাষত লুকাই থোৱা বাল্টিত এখন এখনকৈ পেলাই যোৱা হৈছে কনকলতাৰ তেজেৰে লুতুৰি-পুতুৰি বস্ত্ৰ।

যাদৱপ্ৰসাদ পৰিয়ালসহ মেলাচকৰতে আছে।

এখোজ-দুখোজকৈ দেৱবালা জাক কনকলতাৰ কোঠাত সোমায়গৈ। পানীৰ পৰা তুলি অনা মাছৰ দৰে শেঁতা মানুহ এজনী কাঠ হৈ পৰি আছে শেতেলীত।

চেঁচা হাত। চেঁচা আঙুলি।

মুঠি মাৰি ধৰিলে দেৱবালাই কনকলতাৰ হাতত। বাহিৰত প্ৰফুল্ল-ফুনুৰ মাত শুনা গৈছে, যাদৱপ্ৰসাদ-গুৰুপ্ৰসাদৰ মাত শুনা গৈছে কেনিবাদি আঁতৰি গৈছে পূৰ্বতে গোটেইঘৰ তল-ওপৰ কৰি থকা ল'ৰা-ছোৱালীজাক।

হয়, এতিয়াও কনকলতাৰ বাওঁহাতৰ আঙুলিৰ মূৰকেইটা কাঠ-আচিনাই উঠাৰ দৰে টান।

দেৱবালাৰ দুয়ো চকু সৰোবৰ হৈ আহিল। বেহেলা বজাই ভালপোৱা মানুহ এইগৰাকী। কেতিয়াও কাৰো প্ৰতি একো অভিযোগ নথকা মানুহ এইগৰাকী। 'ঘৰ-জেউতি'ৰ দৰে আলোচনী এখন সম্পাদনা কৰিও কোনোদিনে অহংকাৰ কৰিব নজনা মানুহ এইগৰাকী। লাহীকৈ-ওখকৈ, জোঙা নাক, গোসাঁনী নয়না, মিঠা হাঁহিৰে সৌ সিদিনালৈকে ঘৰ-সংসাৰ ইকোঠা-সিকোঠা ওলাই-সোমাই ফুৰা মানুহ এইগৰাকী।

হাতখন মুঠিতে বেছ কিছুসময় লৈ থাকিল দেৱবালাই। এইখন হাতে কাহানিবাকৈ ধৰিবনে আকৌ এবাৰলৈ হ'লেও তেওঁৰ প্ৰিয় বেহেলাখন? বজাই শুনাবনে আকৌ এবাৰলৈ দেৱবালাৰ সমুখত বহি?

উঠিবনে এই শেতেলীৰ পৰা? খোজকাঢ়ি ওলাই যাবনে সহজ ভংগিমাৰে এই কোঠাৰ পৰা?

হাতৰ মুঠি এৰি তলমূৰকৈ ওলাই আহে দেৱবালা। য'তে সংসাৰ ত'তে এৰি তধামধা খাই এইখিনি ওলাইছেহি তেওঁলোক। নকৈ বহলোৱা কৰঙাণী, প্ৰতিটো উৎসৱলৈকে বাগিচাৰ মানুহখিনিয়ে আঙুলিৰ মূৰত দিন গণি থাকে। অটব্য অৰণ্যৰ মাজত জনসমাগমৰ পৰা বিচ্ছিন্ন হৈ ৰোৱা এইসকল কৰ্মীক যাদৱপ্ৰসাদে পৰিয়ালৰে সদস্য বুলি গণ্য কৰে। সকলোধৰণৰ উৎসৱে-পাৰ্বণে তেওঁ সেইসকল কৰ্মীৰ মাজত থাকে।

দেৱবালা চিন্তাত পৰিল। মাঘ বিহুৰ উৰুকাৰ ভোজত বাগিচাৰ শ্ৰমিকসকলৰ মাজত এসাঁজ খাদ্য পৰিবেশনৰ কথা আছিল। কৈ থোৱা আছিল। এতিয়া ঘৰত এই অৱস্থা। কি কৰা যায়!

আহ্! যদি তাৰপাছতে গুচি অহা যায়! উভতি অহা যায় পুনৰ? কনকলতা বাইদেউ আজি কিছুদিন ধৰি অসুস্থ হৈয়ে আছে। এই বাঢ়ে, এই কমে। বাঢ়িল বুলিলতে ঢপলিয়াই ওলাইছেহি কৰঙাণীৰ পৰা; এতিয়া দেখা গৈছে বঢ়া নাই, একেদৰেই আছে।

তেওঁ লাহেকৈ যাদৱপ্ৰসাদৰ কাষ চাপিল। ক'লে—

আমি গৈ থকাই ভাল হ'ব। আকৌ আহিম। কিন্তু সেইখিনি মানুহৰ আশাভংগ কৰিব নোৱাৰি। বাগিচাখন ধৰি ৰখা মানুহ সেইবোৰ।

যাদৱপ্ৰসাদে একো নামাতিলে।

ল'ৰা-ছোৱালীহঁতক কাপোৰকানি পিন্ধাবলৈ দেৱবালাই নিজৰ কোঠালৈ লৈ গ'ল। তাৰপাছত যাদৱপ্ৰসাদৰ পৰিয়ালটো কৰঙাণী অভিমুখে যাত্ৰা কৰিলে।

ঘৰখন কিবা যেন একেবাৰে নিমাওমাওহে হৈ পৰিল। আৰতি আমন-জিমনকৈ খুঁটা এটাক আঁকোৱালি ধৰি বৈ গ'ল। টুটুৱে তাইক খেলিবলৈ পাছচোতালৈ মাতি নিলে। সেইখিনিতে পাতলীয়া দূবৰি এডৰা আছিল। তাই ককায়েকক আব্দাৰ ধৰিলে, সেইখিনি মোকলাব লাগে, নতুনধৰণৰ খেল এটা খেলিব তাই।

কি খেল? —টুটুৱে সুধিলে।
তাই ক'লে— এনেকৈ মাটিৰে টিপ্ সাজি মৈদাম-মৈদাম খেলিম।

অঃ অঃ। কোনে শুনি আছিল এই কথা?
অদৃষ্টই?
এৰা, সন্ধিয়ালৈ প্ৰসূতিজনিত ৰোগত স্বৰ্গগামী হয় কনকলতা চলিহা।
তাৰাপ্ৰসাদ চলিহাক নিঃসংগ কৰি গুচি গ'ল কনকলতা দূৰ-সুদূৰলৈ। য'ৰ পৰা আজি পৰ্যন্ত উভতি অহা নাই কোনো।

তাৰাপ্ৰসাদ চলিহা ভাগি পৰিল। একেবাৰে খহি পৰিল জৰ্জৰকৈ...।
বিলৰ সিপাৰলৈ শোক সমদল আগবাঢ়িল। জ্বলি উঠিল চিতা। কুণ্ডলী পকাই আকাশলৈ উৰিল জুইৰ ধোঁৱা। আৰু নিশাৰ অন্ধকাৰ মহটিয়াই নিয়া সেই দৃশ্য মেলাচকৰৰ বঙলাৰ ওপৰমহলাৰ পৰা চাই ৰ'ল তাৰাপ্ৰসাদ চলিহাৰ সন্তানহঁতে।

দেৱবালা একেবাৰে স্তব্ধ হৈ পৰিল। ননীৰ মৃত্যুৰ পাছত সান্ত্বনাবাণী কিছুমানে মেৰিয়াই ধৰিছিল তেওঁক।
আঃ সেই অমৃতবাণীবোৰ!
আঃ কেনেকৈ উঠি আহিছে ননী সমাধিক্ষেত্ৰৰ পৰা।
তলমূৰকৈ কাম কৰি যায় দেৱবালাই। ওহো, নেদেখিলে তেওঁ শেষ শয়নৰত কনকলতাৰ মুখ। নাই, নাই, এই লৈ দেৱবালাৰ কোনো আক্ষেপ নাই, দুখ নাই। কেৱল কনকলতাহে নালাগে, এই পৃথিৱীৰ সকলোৰে বাবে মৃত্যু অৱধাৰিত। জীৱিতকালৰ হাঁহিভৰা মুখ এখন মৃত্যুত কিদৰে নিষ্প্ৰাণ কাঠ হৈ পৰি ৰয়, সেই দৃশ্য নেদেখাই ভাল। নোচোৱাই ভাল। আজি কনকলতা চলিহা নামৰ যদি বাইদেউ এগৰাকীক মনত ৰাখিব খোজে তেওঁ, তেন্তে একেটা ঘৰত থকা সেই সময়বোৰৰ সঞ্চৰণশীল মুখচ্ছবিয়েই ৰৈ যাওক দেৱবালাৰ মনোজগতত। মৃত্যুস্পৰ্শিত স্থিৰ ছবি নহয়। সকলো বুজে তেওঁ। তথাপি বুকুৰ মাজত এটা হেঁচা।
এচটা পুৰণি শিলাৰ পুনৰবাৰ নতুনকৈ ওজন অনুভৱ কৰে দেৱবালাই।
যাৰ নাম বিষাদৰ শিলা।

# চৌবিশ

শিৱসাগৰ টেক্‌নিকেল স্কুলত দীপুৱে পঢ়ি আছিল। লখিমী, ৰুবী, আৰতিহঁতে ঘৰতে পঢ়াশুনা কৰি আছিল। নবৌৱেকৰ মৃত্যুৰ পাছত যাদৱপ্ৰসাদে ককাইদেৱেক তাৰাপ্ৰসাদলৈ মূৰ তুলি চাব নোৱৰা হ'ল। বুকুৰ মাজত জীউকণ আছে কাৰণেহে লৰিচৰি ফুৰিছে তাৰাপ্ৰসাদ, অন্যথা একো নাই। তেওঁৰ জীৱনৰ সমস্ত ৰং-ৰূপ নিৰ্যাস পৰলোকগামী পত্নীয়ে শুহি লৈ গৈছে।

দেৱবালাৰ চিন্তা বাঢ়িল।

চিগাৰেট জ্বলাই বহু সময় টলকা মাৰি বহি ৰয় যাদৱপ্ৰসাদ আজিকালি।

পতিৰ এনে ৰূপলৈ দেৱবালাৰ ভয় লাগে। হয়, ভয় কৰে তেওঁ, পতিক দুশ্চিন্তা-হতাশাই মেৰিয়াই ধৰে বুলি।

দেৱবালা সজাগ হৈ উঠে।

নতুনকৈ পতা কৰণ্ডাণীত বিনিয়োগহে হৈ আছে, লাভলৈ এতিয়াও বহু বেলিৰ বাট। এনে অৱস্থাত বাগিচাৰ প্ৰতি যদি উদাসীন হৈ পৰে যাদৱপ্ৰসাদ?

দেৱবালাই নিজকে দৃঢ় কৰে।

আজি বাদে কাইলৈ দীপু হাইস্কুললৈ যাব, সৰুকেইটাও বাঢ়ি আহিছে, গোসাঁইবাৰী বাগিচাৰ প্ৰতি ককাইদেৱেক আজিকালি অলপ অন্যমনস্ক হৈ আহিছে, সেইখনৰ প্ৰতিও দায়িত্ব নাইনে?

ক'ৰবাত চৰাই এজাকে কিচিৰ-মিচিৰকৈ কোৰ্হাল কৰি উঠিছিল। খিৰিকীমুখত ৰ'লহি দেৱবালা। কলঘৰ চলি আছে, ইঞ্জিনৰ শব্দয়ো চৰাইহঁতৰ এনে মাতক তল পেলাব পৰা নাই। ওহো, এইখিনিৰ পৰা একো দেখা নাযায়। বোধহয় বাহৰ পৰা পোৱালি সৰি পৰিছে, নহ'লেবা চিকাৰী চৰায়ে থপিয়াইছেহি।

বেছ কিছুসময় একেঠাইতে ৰৈ থাকিল তেওঁ। চৰাইজাকৰ হুলস্থুল নিজম পৰিল। এতিয়া শুনা গৈছে অৰণ্যৰ মাজৰ পখীৰ কলৰৱ।

নে চেতাৰৰ মাত?

এখোজ-দুখোজকৈ তেওঁ অন্য এটি কোঠাত সোমায়গৈ। বহুদিন হ'ল এই কোঠাত নবহাৰ।

হয়, দেৱবালাই চেতাৰখন হাতত তুলি ল'লে...।

নে সন্ধান কৰিব খুজিলে নিজৰেই?

বাগিচাৰ বাবে প্ৰয়োজন হোৱা বেংকৰ কাম হাতত লৈ যাদৱপ্ৰসাদ কলিকতালৈ

ওলাল। আত্মগোপনকাৰী দেশসেৱক কিছুমান ইতিমধ্যে তাত আছিলেই। সকলোবোৰ মিলাই তেওঁ কলিকতালৈ ওলাল।

এতিয়া ১৯৩৬ চন। বৰজীয়ৰী লখিমী আৰু ৰুবী গুৱাহাটীৰ ককাদেউতাকৰ ঘৰত। লখিমী পাণবজাৰ হাইস্কুলত। চিধাই আহিয়ে তাই তৃতীয়মানত নামভৰ্তি কৰিছিল, ৰুবী ছেন্ট মেৰীজত।

তাৰাপ্ৰসাদৰ সংসাৰ একেবাৰে থানবান হৈ গৈছিল। দুই কন্যা আইমানুহ আৰু আৰতিক কলিকতাৰ ব্ৰাহ্ম গাৰ্লছত পঢ়িবলৈ পঠিয়াই দিছিল। বৰপুত্ৰ ধনক যোৰহাটলৈ আৰু এইবছৰ টুটুক পঠিয়ালে ছিলঙৰ এড্‌মাণ্ডছলৈ। ছিলঙলৈ দীপুকো পঠিয়াই দিলে দেৱবালাই। লগত থাকিল অকণ, প্ৰদীপ আৰু আইজনী।

শিৱসাগৰ মেলাচকৰৰ ঘৰখন একেবাৰে উদং হৈ পৰিল। ঘৰৰ লখিমী বোৱাৰী আঁতৰি গ'লে কেনেকৈ সকলোবোৰ নোহোৱা হৈ যায়, তাকে ভাবি জুহালৰ ওচৰত তিনিমূৰীয়া হৈ বহি ৰয় নিকুঞ্জলতা। ভৰপুৰ ঘৰখন চকুৰ আগতে জীণ পৰি গ'ল কেনেকৈ, ভাবি ভাবি চকুলো নিগৰে তেওঁৰ। নিঃশব্দে ওলাই যোৱা মাখনীও উভতি নাহিল, হেৰায়ে গ'ল নেকি তায়ো? পুতলীৰ বিয়াৰ চিন্তা আছে, তাই নামানে।

হঠাতে তেওঁৰ মনৰ দৃষ্টিত গুৰুপ্ৰসাদ উজলি উঠে। বৰপুত্ৰৰ কাষ চাপে তেওঁ। এৰা, বোপাৰ বিয়া পাতি ঘৰখনকে ভৰোৱা যাওক। বোপাই এতিয়া বনমালী বাগিচা চলোৱাৰ উপৰিও কো-অপাৰেটিভ বেংকিং ইউনিয়নৰো মেনেজিং ডাইৰেক্টৰ। তদুপৰি দেশসেৱাৰ বিভিন্ন কাৰ্যাৱলী আছিলেই।

চিন্তা মতে কাম। গুৰুপ্ৰসাদৰ এইবৰ্ষতে বিয়া হৈ গ'ল শিৱসাগৰৰে সুনীতি বৰুৱাৰ লগত।

০ ০ ০ ০ ০ ০ ০

১৯৩৫ চনত ভাৰতীয় আইনে বিধান সভাৰ বাবে নিৰ্বাচনৰ প্ৰসংগ মঞ্জুৰ কৰিছিল। সেয়েহে অসম কংগ্ৰেছেও বিধান সভালৈ নিজৰ ফালৰ পৰা প্ৰাৰ্থী পঠিওৱাৰ সিদ্ধান্ত লয়। শিৱসাগৰত সমষ্টিৰ দুটা ভাগ, পূব আৰু পশ্চিম। এটাত ভুবন চন্দ্ৰ গগৈক আৰু আনটোত যাদৱপ্ৰসাদক কংগ্ৰেছে প্ৰাৰ্থী হিচাপে মনোনীত কৰে। এই কাৰ্যত যাদৱপ্ৰসাদৰ সমূলি মন নাই।

নেতা হোৱাৰ অলপো ইচ্ছা নাই, বৰমাই।

আপোনাৰহে নাই, কিন্তু ৰাইজে বিচাৰিছে, পাৰ্টীয়ে বিচাৰিছে। সকলোতকৈ ডাঙৰ কথা দেশসেৱা কৰিবলৈ আপোনাৰ পথ আৰু সুচল হ'ব।

অনেক কাম আছে মোৰ। পৰিয়ালটো ডাঙৰ, ককাইদেউৰ উদাসীনতা, বাগিচাৰ এই অৱস্থা।

ইমানকৈ নাভাবিব। যি হ'ব ভালেই হ'ব। আৰু ঘৰুৱা লেঠাপিঠা কাৰনো নাথাকে? সেইবোৰত হাত উজাবলৈ আমি আছো নহয়। বোপা আছে, প্ৰফুল্ল-ফুনু, বিমলী আছে; ময়ো আছো।

দেৱবালাৰ কথাৰ শেষৰফাললৈ, বিশেষকৈ মৰো আছো বুলি উচ্চাৰণ কৰোঁতে মাতষাৰিত এক অস্বাভাৱিক আকুল-আৱেগ প্ৰকাশ পালে।

যাদৱপ্ৰসাদৰ চিন্তান্বিত মুখ ধীৰে ধীৰে কোমল হৈ আহিল। এইজনী মানুহ, তেওঁৰে মানুহ। কলিকতালৈ যোৱা ৰে'লত বুকুত বেহেলা সাবটি বহি যোৱা সৌ সিদিনাৰ নিৰ্জু ছোৱালীজনীয়েই।

জেপ খুঁচৰি অন্যফালে মুখ কৰি লাহেকৈ ক'লে যাদৱপ্ৰসাদে—

কিন্তু নিৰ্বাচনৰ প্ৰচাৰৰ বাবে মোৰ সময় ক'ত বৰমাই! বাগিচাৰ কাম, তদুপৰি খা-খৰচবোৰনো কোনে ৰাখিব! সেইবোৰো লেঠাও আছেতো!

সেইটো চিন্তা নকৰিব। কোনোবা দুজনমানৰ গোট একোটা কৰি কাম ভগাই দিয়ক।

যাদৱপ্ৰসাদৰ একেবাৰে অভিভূত অৱস্থা।

পত্নীৰ বিচক্ষণতাত মুগ্ধ হৈ উঠে তেওঁ।

অৱশেষত ৰঙা চেভ্ৰোলেট গাড়ীখন তেওঁ নিৰ্বাচনী প্ৰচাৰৰ বাবে দিলে, যাৱতীয় খা-খৰচো।

নিৰ্বাচন হৈ গ'ল আৰু বিপুল ভোটত যাদৱপ্ৰসাদ বিধান সভাৰ সদস্য হিচাপে জয়ী হৈ গ'ল। এই সফলতাৰ ফলৰ আনুষংগিক ৰূপ হ'ল যাদৱপ্ৰসাদৰ ছিলং গমন।

ছিলঙলৈ যাওঁতে গুৱাহাটীৰ মাকৰ ঘৰৰ পৰা দেৱবালাই ৰুবীকো লগত লৈ গ'ল। লখিমীক ককাক-আইতাকে এৰিব নুখুজিলে। পাণবজাৰ হাইস্কুলত তাইৰ পঢ়া শুৰু হৈ আহিব ধৰিছিল।

এইবাৰ অকণুকো পাঠশালাত ভৰ্তি কৰোৱা হ'ল। লৰেটো কনভেণ্টত ৰুবী আৰু অকণু ছাত্ৰী হিচাপে ভৰ্তি হ'ল। দীপুৱে পঢ়ি আছে চেণ্ট এড্‌মাণ্ডছত। ঘৰত থাকিল প্ৰদীপ আৰু মীনাক্ষী।

এই বছৰটোতে দেৱবালাৰ ভগ্নী পুণ্যবালাৰ (মাই) বিয়া হৈ যায়। যাদৱপ্ৰসাদ এম এল এ হয় আৰু গা অসুখ কৰি আহে দেৱবালাৰ।

এৰা, পুনৰবাৰ প্ৰসৱগৃহত প্ৰৱেশ কৰে দেৱবালাই। আৰু পহিলা ফেব্ৰুৱাৰীত ওপজায় আৰু এটি পুত্ৰ সন্তান। যাৰ নাম থোৱা হ'ল ৰণু। বাহিৰত হ'ব ৰঞ্জিৎ।

o o o o o o o

ছিলঙত ফেব্‌ফেব্‌ৰীয়া বতাহ। প্ৰদীপৰ আমনি দিনকদিনে বাঢ়ি গ'ল। আইজনী এতিয়াও সৰু। ইফালে কোলাত ৰণু। ওপৰতে প্ৰদীপৰ আমনি। আমনি মানে থেন্‌থেনাই নাথাকে। আগৰ দৰেই এতিয়াও পশু-পক্ষী দেখিলে ৰ' লাগি চাই থাকে সি। তাৰ হাতৰ মুঠিত খাপ খাই পৰা কণমানি হাতুৰি-বটালিৰে এতিয়াও সি মিস্ত্ৰীৰ দৰে পাকৈত হাত চলাই উমলি থাকে। অনবৰত হাঁহি থকা এইটো ল'ৰাৰ কি আমনি থাকিব পাৰে?

প্ৰদীপৰ আমনি?

কোনেও যেন বিশ্বাসেই নকৰিব।

নিজে নিজে উমলি থাকে সি। খেলৰ মাজত ভনীয়েকক গাল চুই, চুলি চুই মৰম কৰি থৈ যায়হি। মাকৰ কাষত থকা নতুন ভাইটিটোৰ গালত চুমু খাই থৈ যায়হি। খোৱা-লোৱাৰ খবৰ নাই। কাৰো ওচৰত একো ওজৰ-আপত্তি নাই। এনে ল'ৰাৰ আমনি?

বায়েক-ককায়েকহঁতৰ মাজত অতি জনপ্ৰিয় ল'ৰা এইটো। যাদৱপ্ৰসাদে তাৰ মুখত দেৱবালাৰ হাঁহি দেখে।

এৰা, অনবৰত হাঁহি থাকে সি।

কিন্তু সিয়েই আমনি কৰে। হঠাৎ বিকট চিঞৰৰ একোটা মাৰি দিয়ে। কি হ'ল বুলি মানুহবোৰ উধাতু খাই যায়, সি হাঁহি দিয়ে। কি হৈছে ল'ৰাটোৰ, সঁচাই চিঞৰে নে দুষ্টালি কৰে?

ভাত খাই থাকোঁতে, খেলি থাকোঁতেও চিঞৰ। হঠাৎ চিঞৰ। সেই চিঞৰ দেৱবালাৰ বুকুত প্ৰতিধ্বনিত হৈ থাকে। এৰি দিয়ে আয়াৰ হাতত কোলাৰ কেঁচুৱা, গাৰ কাষৰ আইজনীক। হাত মেলি বুকুত চপাই লয় প্ৰদীপক।

কি হৈছে সোণ তোৰ?

পুত্ৰৰ মূৰত মুখ গুঁজি দুচকু জাপ খাই আহে দেৱবালাৰ। সি হাঁহে। লাহেকৈ কয়—

আইজনীক হ'লে তুমি, মোক হ'লে তই।

দেৱবালাৰ ওঁঠেৰে হাঁহি পিছলে। কোলাত বহুৱাই দুয়ো হাতেৰে সাবটি লৈ কয়—

তই যে ল'ৰা, হয়নে নহয়?

ওঁ।

ল'ৰাবোৰ মাকৰহে। সেইকাৰণে তই।

ছোৱালীবোৰ?

ছোৱালীবোৰ লোকৰ। বেলেগৰ।

কোন বেলেগৰ?

দেউতাকৰ।

সেইকাৰণে তুমি?

ওঁ।

এইবাৰ খোলাকৈয়ে হাঁহে দেৱবালাই। আগতকৈও জোৰেৰে সাবটি ধৰিব খোজে পুতেকক। কিন্তু হাত এখন সোঁকাণৰ ফালে হেঁচি ধৰি অকস্মাতে চিঞৰি দিয়ে সি। মুখত যন্ত্ৰণাৰ স্পষ্ট চিন।

দেৱবালা স্তব্ধ হৈ ৰৈ গ'ল। নিশ্চয়কৈ সি কিবা এটি কষ্ট পাই আছে।

চিঞৰটো মাৰিয়েই স্বাভাৱিক হ'ল সি আৰু মাকৰ মুখলৈ চাই হাঁহিলে। একেবাৰে নিৰ্মল হাঁহি তাৰ।

মা মই এটা ঘৰ সাজিছো।

দেৱবালাৰ কোলা মুকলি কৰি সি কাঠৰ লাংখালিংখি কিছুমানৰ মাজত সোমাই

পৰিলগৈ। তাৰ অকণ অকণ আঙুলিকেইটা সেই টুকুৰাবোৰৰ মাজত ইফাল-সিফাল কৰিবলৈ ধৰিলে। এনে লাগিল দেৱবালাৰ, সেইকেইটা আঙুলিয়ে তেওঁৰ বুকুৰ মাজত নিশ্চুপ হৈ পৰি ৰোৱা বিষাদৰ শিলাচটাক ইফালে সিফালে চুইছে, লৰাবলৈ চেষ্টা কৰিছে।

বুকু ভেদি দীৰ্ঘ নিশ্বাস বাহিৰ হৈ আহে। যেন বুকুৰ মাজৰ শিলচটাৰ তলত চেপেটা লাগি পৰি আছে ননী। এৰা, ননী।

ইমানদিনে স্থিৰ হৈ ৰ'ব খোজা, গছ হৈ সময়ৰ বতাহক গা পাতি ধৰা দেৱবালা এইবাৰ আৰু ৰ'ব নোৱাৰিলে। চাদৰৰ আঁচলটোৰে মুখখন ঢাকি ধৰিলে। কৃষ্ণ। ওহোঁ, তথাপি নৰয় চকুলো। সন্তান কি, মাতৃৰ বাহিৰে কোনে বুজে? কৰেনে কোনোবাই তেনে উপলব্ধি?

সেইনিশা তেওঁ যাদৱপ্ৰসাদৰ পালেঙৰ একাষে বহিলগৈ। ছিলঙলৈ অহাৰ দিন ধৰি ৰণুক লৈ দেৱবালা পৃথক শয্যাত। অৱশ্যে তেওঁ আইজনীক এতিয়াও লগ এৰুৱাব পৰা নাই। যাদৱপ্ৰসাদে তেওঁৰ লগলৈ মাতে, তাই নাযায়। লগ নেৰে মাকৰ।

দিনটোৰ অক্লান্ত পৰিশ্ৰমৰ অন্তত এইমাত্ৰ পালেঙত উঠিছেহি যাদৱপ্ৰসাদ, চকুৰ চছ্‌মা এতিয়াও খোলা নাই। ওপৰমুৱাকৈ শুই কি ভাবনাত বিভোৰ তেওঁ?

কি ভাবিছে?

হুঁ?

কি ভাবিছে?

ইহঁত শুলেনে?

ওঁ। কি ভাবি থাকেনো, মোকতো ক'ব পাৰে!

এইবাৰ পত্নীৰ মুখলৈ চাই হাঁহো যেন কৰিলে যাদৱপ্ৰসাদে। ইমানকেইটা ল'ৰা-ছোৱালীৰ মাক হ'লহি, এতিয়াও মানুহজনীৰ আলসুৱা সৰু ছোৱালীৰ স্বভাৱটো যোৱা নাই। বিয়াৰ পাছৰ নতুন দিনকেইটাৰ দৰে এতিয়াও অভিমানসুৰীয়া কথা কয়।

পত্নীলৈ খন্তেক চোৱাৰ অন্তত মৰমেৰে ক'লে তেওঁ—

কিটোনো ভাবিম। তোমাৰ কথাকে ভাবি আছিলো।

দেৱবালাই কিন্তু নাহাঁহিলে। লাজো নকৰিলে।

একোৱেই প্ৰতিক্ৰিয়া নঘটিল অন্য দিনাৰ দৰে। চাই ৰ'ল পতিৰ মুখলৈ। ধীৰ-স্থিৰ গছৰ দৰে দেৱবালা। তপস্বিনীৰ দৰে সৌম্য ৰূপ।

কি হ'ল বৰমাই?

প্ৰদীপৰ কথা ভাবিবৰ হৈছে। তাৰ চিএৰটোৰ পাছত নিশ্চয়কৈ জটিলতা আছে। কাইলৈকে দেখুৱাম ডাক্তৰক, আপুনি কিবাকৈ সময় উলিয়াওক।

অৱশেষত, নানানটা পৰীক্ষা-নিৰীক্ষাৰ অন্তত প্ৰমাণিত হ'ল যে প্ৰদীপৰ যন্ত্ৰণাৰ নেপথ্যৰ ৰোগ গুৰুতৰ।

ব্ৰেইন টিউমাৰ।

কি??

হয়, প্ৰদীপ নামৰ এই পাঁচ উকলি ছয়ত সোমোৱা দেৱবালা-যাদৱপ্ৰসাদৰ সন্তানটি এতিয়া ব্ৰেইন টিউমাৰ ৰোগত আক্ৰান্ত। কি কৰে দেৱবালাই? ক'ত ধৰে? ল'ৰাটোৰ প্ৰতিটো অংগ-প্ৰত্যংগ সামৰি-সুতৰি বুকুৰ মাজত আঁকোৱালি ধৰি থাকিব নেকি?

গা-ধোৱা ঘৰত সোমাই পানীৰ টেপ খুলি কান্দে দেৱবালাই। তাৰপাছত নিকা ৰূপেৰে ওলাই আহে বাস্তৱৰ পৃথিৱীখনলৈ। দুখ কেৱল তেওঁ অকলেই পোৱা নাই, যাদৱপ্ৰসাদেও পাইছে।

যাদৱপ্ৰসাদ! ক'ত তেওঁ? কেনে আছে?

প্ৰদীপৰ কাষৰ পৰা দেৱবালা যাদৱপ্ৰসাদৰ ওচৰ পায়গৈ। এইমাত্ৰ চ'ৰাঘৰৰ পৰা দুজনকৈ ডাক্তৰ উঠি গৈছে। আঙুলিৰ ফাঁকত ধূমায়িত চিগাৰেট লৈ বহি আছে তলমূৰকৈ যাদৱপ্ৰসাদ। দেৱবালা গছ হৈ উঠে।

এই মানুহজনকো ছাঁ-বতাহ দিবলৈ আছে। লাহেকৈ সোধে—

কি ভাবিছে?

হুঁ?

ডাক্তৰে কি ক'লে?

ৰিপ'ৰ্টটো সঁচা।

চিকিৎসা?

নাই।

দেৱবালাৰ শৰীৰটো অৱশ লাগি আহিল। যাদৱপ্ৰসাদ বহি ৰোৱা চকীৰ পাছফালে থোৱা হাতখনে জোৰ হেৰুৱাই পেলালে। পেটৰ ভিতৰখন, বুকুৰ ভিতৰখন কেনেবা লাগি গ'ল। ঘামিছেও নেকি।

বৰমাই! কি হৈছে বৰমাই!

মুহূৰ্ততে যাদৱপ্ৰসাদে পত্নীৰ হাতত ধৰি পেলালে।

বৰমাই তোমাৰ মূৰ ঘূৰাইছে, ভিতৰলৈ ব'লা।

০ ০ ০ ০ ০ ০ ০

শিৱসাগৰৰ পৰা গুৰুপ্ৰসাদ আহিল। ফুলুও ওলালহি। আটায়ে মিলি কথা পাতিবলৈ ধৰিলে। কৰঙাণী এতিয়া প্ৰফুল্ল ৰাজখোৱাৰ হাতত সঁপি দিয়া হৈছে। পৰিবেশ সহজ কৰিবলৈ দুয়োজনে বাগিচাৰ কথাৰ পাতনি মেলিলে। যাদৱপ্ৰসাদক এনে কথাই আকৃষ্ট কৰাটো সকলোৱে জানে। ছয়-সাতদিনৰ মূৰত যাব নোৱাৰিলেও দহদিনৰ মূৰে মূৰে নিশাৰ ভাগতে গাড়ী দৌৰাই ছিলঙৰ পৰা কৰঙাণী পোৱাগৈ মানুহ এইজন।

কিন্তু নাই।

একেথৰে বহি আছে তেওঁ।

ফুনুৰ ভিতৰচ'ৰা কঁপি উঠে। প্ৰায়ে তাৰাপ্ৰসাদক এনে ৰূপত দেখে তেওঁ। তেওঁৰে নৱৌৰেক মাখনীকো কেতিয়াবা দেখিছিল এই একেটা উদাসীন ৰূপত।

আড়ষ্টকণ্ঠে উচ্চাৰিলে যাদৱপ্ৰসাদে—

কলিকতাৰ পৰা খবৰ আহিছে, ভিয়েনালৈ নিব পাৰো ল'ৰা। তাতহে হেনো এই ৰোগৰ চিকিৎসা আছে।

কোঠাৰ একাষে যে দেৱবালা বৈ আছিল, কোনেও মনকে কৰা নাছিল। লগে লগে মাত দিলে তেওঁ—

তেন্তে সেয়ে হ'ব। ভিয়েনা কি, চন্দ্ৰ-সূৰ্যলৈ নিবলগা হ'লেও মোৰ ল'ৰাক নিয়া হ'ব...।

একাবেঁকা পাহাৰীয়া পথেৰে যাদৱপ্ৰসাদ পৰিয়ালসহ গুৱাহাটী পালেহি। তাতে আটাইকেইটা সন্তানকে এৰি প্ৰদীপক লগত লৈ মানুহহাল কলিকতা পালেগৈ। আৰু অতিশয় দুখজনক কথা যে ল'ৰাটি সেইখিনি গৈ পোৱাৰ পাছতে ঢুকাল।

...বিদেশলৈ যোৱাৰ সকলো ব্যৱস্থা আগতীয়াকৈ কৰি পেলোৱা হৈছিল। পিছদিনা প্লেনত উঠাৰ কথা। প্ৰদীপ ফুৰিবলৈ যাব, বাকীবোৰক এৰি সি অকলে যাবনে? মাকৰ মুখলৈ চাই সি কিজানি তাকে ভাবিছিল। দক্ষিণ কলিকতাৰ যিজন বন্ধুৰ ঘৰত উঠিছিলগৈ তেওঁলোক, সেই ঘৰৰ বৃদ্ধাগৰাকীয়ে নিৰ্মালি এপাহ গুঁজি দিছিলহি দেৱবালাৰ হাতত। প্ৰদীপক একমুহূৰ্তৰ বাবেও দেৱবালাই এৰিব নোৱৰা হৈছে, তাতে আজি তাৰ গাটোও অলপ তপত যেন লাগিছে। তেওঁ হাত মেলি তাক কাষ চপাই আনিছিলহে, আকৌ সেই চিএৱৰ।

বুকুত সাবটি ধৰিলে দেৱবালাই। ধৰিয়েই ৰ'ল কিছুক্ষণ।

সিও টলকা মাৰি মাকৰ বুকুত সোমাই ৰ'ল। কিমান সময়? কিমান সময় একেথৰে ৰ'ব পাৰে মানুহ, তাৰো একোটা অনুমান কৰিব পৰা যায়।

শিয়ৰি উঠিল দেৱবালা। বুকুৰ মাজৰ পৰা উলিয়াই ল'ৰাৰ মুখ চাইছে; চকু বন্ধ কিন্তু মুখত হাঁহি। জোকাৰি জোকাৰি মাতিছে দেৱবালাই মাতি মাতি চিঞৰিছে জোকাৰি জোকাৰি ল'ৰা ঘটালি পেলাইছে।

যাদৱপ্ৰসাদ আৰু থিৰেৰে ৰ'ব নোৱাৰিলে। আঁঠুকাঢ়ি বহি পৰিল দুয়োহাত মেলি আঁকোৱালি ধৰিলে পুত্ৰক আৰু অস্পষ্ট মাতেৰে উচ্চাৰিলে—

ল'ৰা গুচি গৈছে বৰমাই!

# পঁচিশ

কলিকতাৰ পৰা যাদৱপ্ৰসাদ-দেৱবালা গুৱাহাটীলৈ অকলেই ঘূৰি আহিল। এৰা, যাওঁতে লগত লৈ যোৱা ছবছৰীয়া প্ৰদীপক তেওঁলোকে কলিকতাতে এৰি থৈ আহিব লগা হ'ল।

গুৱাহাটীত ভৰি দিয়েই দেৱবালা প্ৰকৃতিস্থ হোৱাৰ অসীম চেষ্টাত লাগি পৰিল। নিজৰ স'তেই প্ৰচণ্ড যুদ্ধ। সৌ সিদিনা হাতত ধৰি লৈ যোৱা ল'ৰাটো এতিয়া আহোঁতে লগত নাই।

ফেকুৰণি এটাই দেৱবালাৰ ওঁঠ হেলনীয়া কৰি তুলিলে। চকুযুৰি এনেও সৰোবৰ হৈ ৰৈছিল, তাতে এতিয়া ঢৌ উঠিল... ইপাৰ-সিপাৰ খুন্দিয়াই ৰোৱা অথচ বশ নমনা জলৰাশিৰে ওপচা নয়ন।

এনে কথাতো নাছিল যে লগত লৈ যোৱা ল'ৰাটোক কলিকতীয়া মাটিৰ বুকুত শুৱাবলৈকে গৈছিল মাক-বাপেকহাল!

মাকৰ ঘৰত সোমায়েই গা ধুবলৈ গা-ধোৱাঘৰত সোমালগৈ দেৱবালা। কোনোবাই বাল্টি দুটাত চপ্‌চপীয়াকৈ পানী ধৰি থৈছিল। দুৱাৰ জপাওঁতেই তেওঁৰ তাত চকু পৰিছিল, এতিয়া সেই পানীৰ নিৰ্মলতা ফালি সোমাই গ'ল তেওঁৰ গোটেই অৱয়বটো। বাল্টিত ধৰি মজিয়াতে বহি পৰিল দেৱবালা।

দেৱবালা! যাৰ বুকুৰ ভিতৰত পৰি থাকে বিষাদৰ শিলা। যি শিলাক ফুলাম হাঁহিৰে ঢাকি জীৱনক প্ৰত্যাহ্বান জনায়। সেই দেৱবালাই এতিয়া বাল্টিটোক ভাৰসা কৰি খহি পৰিছে। জৰ্‌জৰ্‌কৈ খহি পৰিছে সাজ-পোছাক, শৰীৰৰ মাংস-মজ্জা-অস্থি সকলো কেৱল অচল-অটল হৈ ৰৈ গৈছে বুকুৰ মাজৰ শিলা।

ননীক হেঁচি ধৰি থকা সেই শিলাই কোন টলকত টানি নিলে প্ৰদীপকো? সুমুৱাই হেঁচি ধৰিলে নিজৰ তলত? হাহাকাৰ হৈ পৰে দেৱবালা।

বুকুৰ মাজত লৈ থকা অৱস্থাতে কেনেকৈ স্তব্ধ হৈ গ'ল সেই ছবছৰীয়া শৰীৰটি!

এইবাৰ যাদৱপ্ৰসাদে নিজৰ হাত দুখনলৈ চাব নোৱাৰিলে। ননীক সমাধিস্থ কৰি ওভতাৰ পাছত যি দুখন হাতে কন্দুৱাইছিল তেওঁক, সেই হাত এইবাৰ তেওঁ চকুলৈকে নুতুলিলে। কান্দিলে নহ'ব, শোকত কাতৰ হ'লে নহ'ব, শোকদগ্ধা দেৱবালাক এই দুখন হাতেৰেই তুলি ধৰিব পাৰিব লাগিব।

অহৰহ ছট্‌ফট্ ছট্‌ফট্...।

অকণু-আইজনীহঁতো প্ৰদীপৰ বাবে ব্যাকুল হয়। ৰুবীয়ে লুকাই উচুপে। গুৱাহাটীৰ ঘৰত ককাক-আইতাকৰ অলক্ষিতে চকুলো টোকে লখিমীয়ে। নিজৰ পঢ়া মেজত দীপুৰে কলম-পেঞ্চিল চুই বহি থাকে। এইখিনিতে আহি প্ৰদীপ বৈছিলহি, কি লাগে বুলি সোধোঁতে হাঁহি এটা মাৰি মূৰ জোকাৰিছিল।

আঃ জোকাৰি জোকাৰি যন্ত্ৰণাৰ দীৰ্ঘনিশ্বাসে কঁপাই তোলে ছিলঙৰ বতাহ। চকুলোৰে সেমেকাই পেলায় পাইনৰ তল।

নাঃ! আৰু নহয়। চাই থাকিব নোৱাৰি দেৱবালাৰ এনে ৰূপ। ঘৰখনৰ পৰিবেশ আগৰ দৰেই একে কৰি ৰখাত অশেষ চেষ্টা তেওঁৰ, অথচ চৌপাশজুৰি নিস্তব্ধতা বিয়পে। কামৰ ফাঁকে ফাঁকে লিৰিকি-বিদাৰি ৰয়গৈ মৃত পুত্ৰৰ খেলাৰ সঁজুলিবোৰ। সদায় সি চৰাই চ ’লৈ ৰোৱা খিৰিকীমুখত সি ৰোৱাৰ দৰেই বৈ থাকেগৈ দেৱবালা।

সহ্য নহয় যাদৱপ্ৰসাদৰ। যন্ত্ৰণাত ছট্‌ফটাই উঠে তেওঁৰ সমগ্ৰ সত্তা।

অৱশেষত বিধান সভাৰ সদস্যপদ ইস্তফা দি যাদৱপ্ৰসাদ কৰঙাণীলৈ ওভতে। যদিও ১৯৩৭ৰ নিৰ্বাচনত শিৱসাগৰৰ পৰা কংগ্ৰেছেই জয়ী হৈছিল, তথাপি সংখ্যাগৰিষ্ঠতা লাভ কৰিব নোৱাৰিলে। ফলত মুছলীম লীগে ছাদুল্লা চাহাবৰ নেতৃত্বত মন্ত্ৰীসভা গঠন কৰে। এই লৈ দলীয় কৰ্মীসকল কিছু অসন্তুষ্ট হৈ ৰৈছিল। তাৰ পাছতেই কংগ্ৰেছৰ সভাপতি সুভাষচন্দ্ৰ বসু অসমলৈ আহিল আৰু সহযোগী মন্ত্ৰীসভা এখন গঠনৰ দৃঢ়মত পোষণ কৰিলে। যেনেতেনে ছাদুল্লা মন্ত্ৰীসভাৰ পতন ঘটোৱাই হৈ পৰিল কংগ্ৰেছৰ মূল লক্ষ্য।

এনে খেলিমেলিৰ মাজতে যাদৱপ্ৰসাদে পদত্যাগ কৰি ছিলঙৰ পৰা শিৱসাগৰ পায়হি।

একো নামাতিলে দেৱবালাই এইবাৰ। পতিক নিজৰ বিচাৰ-বিবেচনাৰে চলিবলৈকে যেন এৰি দিলে। ননীৰ মৃত্যু পাহৰিব নোৱাৰিলেও দিন যোৱাৰ লগে লগে সহিবলৈ শিকিছিল দেৱবালাই। কিন্তু প্ৰদীপৰ এই মৃত্যু তেওঁৰ বাবে এক প্ৰচণ্ড গধুৰ শোকভাৰ হৈ পৰিল। ইমানদিনে যাদৱপ্ৰসাদক নিৰ্লিপ্ত হ’বলৈ নিদিয়াকৈ আলফুলে আৱৰি ৰখা মানুহজনী এইবাৰ নিজেই ভাগি পৰিল। জেওৰা-জপনা, দুৱাৰ-খিৰিকী নোহোৱা উদং ঘৰত কি ঐশ্বৰ্য ৰাখিবলৈ বহি থাকে পুত্ৰহাৰা মাতৃ?

মেলাচকৰৰ ঘৰখনৰ সকলোৰে দেৱবালাৰ ওঁঠত সদায় লাগি থকা হাঁহিটোত এইবাৰ প্ৰাণ বিচাৰি নোপোৱা হ’ল। অনেকদিন বাগিচাত ভালদৰে লাগিবলৈ নোপোৱা যাদৱপ্ৰসাদে কৰঙাণীলৈ যাবলৈ খৰধৰ লগালে। বনমালীৰ শ্ৰমিক লাইনৰ ভিতৰৰ চাৰিকুঠলীয়া ঘৰ এটাত তেওঁ ভলণ্টিয়াৰ দুজনমানক থাপি থৈছিল। তাৰে এজন কলেৰাত পৰিছে। জীৱন আৰু মৃত্যুৰ মাজত ওলমি থকাজনক ওলমিবলৈ এৰিব পাৰিনে?

খৰধৰ লাগিছে যাদৱপ্ৰসাদৰ। ছিলঙৰ পৰা কঢ়িয়াই অনা বাকচ খুলি কাপোৰ দুসাজমান লওঁ বুলিছে, কোঠাত প্ৰৱেশ ঘটিছে দেৱবালাৰ।

মূৰ তুলি চেনেহেৰে মাতিলে তেওঁ—

বৰমাই!

আপুনি যায়েই নেকি?

এৰা!

আমিও ওলাওঁ, ৰ'ব। ইমানদিনে চাগৈ বঙলা তেনেই সেমেকিছে।

যাদৱপ্ৰসাদৰ হাত বৈ গ'ল। লাহেকৈ ক'লে—

ওলোৱা তেন্তে। আজিয়ে যাব লাগিব।

আজিকালি কৰঙাণীৰ বঙলাত পুনৰ আগৰ পাঠশালাখন আৰম্ভ হৈ গৈছে। দিনটোৰ অক্লান্ত পৰিশ্ৰমৰ অন্তত যাদৱপ্ৰসাদ পত্নীৰ কাষত বহেহি। চিম্‌নীত কয়লাবোৰ দগ্‌মগাই জ্বলি থাকে। এখন এখনকৈ দুয়োখন হাত সেকাৰ পাছত চিগাৰেট এটা জ্বলাই লয় যাদৱপ্ৰসাদে। পত্নীক কয়—

কংগ্ৰেছী মন্ত্ৰীসভা হ'বই এইবাৰ, চাই থাকা।

গোপীনাথ বৰদলৈৰ লগত যোগাযোগ হৈ আছেনে?

ওঁ। কিন্তু এইখন মন্ত্ৰীসভা হ'লে বাগিচাৰ মাটিৰ খাজনা বাঢ়ি যাব পাৰে।

ইচ্ ইচ্ মাটিৰ খাজনা বাঢ়িলে কি থাকিবগৈ আৰু?

অকল বাগিচাৰ মাটিহে বৰমাই!

খেতিৰ মাটি?

খেতিৰ মাটিৰ খাজনা কমিব।

হওক। সেয়ে হওক। নহ'লে খেতি-বাতি বাদ দি মানুহবোৰ আকৌ কানিৰ খোলাত বহিবগৈ।

যাদৱপ্ৰসাদ মনে মনে ৰয়। কিয়েইবা আছে ক'বলৈ। কানি নিবাৰণ তদন্ত কমিটীৰ ৰোহিণী হাতীবৰুৱা, দীনবন্ধু এণ্ড্ৰুজ, অমিয় কুমাৰ গগৈৰ পৰিচালনাত বিভিন্ন ঠাইত সভা-সমিতি কিছুমান অনুষ্ঠিত কৰা হৈছিল। তেনে সভাত তেওঁ কিমানবাৰ কানিৰ অপকাৰিতাৰ বিষয়ে বুজাবলগা হৈছিল ৰাইজক, লেখ নাই। এবাৰতো এখন ৰাজহুৱা সভাত লক্ষ্মীপুৰাণৰ প্ৰসংগ টানিও কৈছিল তেওঁ— 'শক্তিশালী অসুৰে দেৱতাক সদায় পৰাস্ত কৰি আহি আছিল যদিও কালক্ৰমত অসুৰৰ শক্তি লোপ পাই আহে। চিন্তিত হৈ তেওঁলোক দৈত্যগুৰু শুক্ৰৰ কাষ চাপি কাৰণ সুধিলে। শুক্ৰই ক'লে যে ইয়াৰ প্ৰধান কাৰণ হৈছে অসুৰজাতিৰ কৰ্মবিমুখিতা, পৰচৰ্চা, এলাহ ভাব, বেয়া কথা আৰু বেয়া

কামৰ প্ৰতি আগ্ৰহ। তদুপৰি ৰাতি হ'লে অসুৰজাতিয়ে টেঙা দৈৰে ভোজ আৰু কানিৰ খোলাত বহে। এনে কাৰণতে অসুৰৰ শক্তি লোপ পাইছে। দৈত্যগুৰু শুক্ৰই যি কথা কৈছিল সেই কথা এতিয়া আমিও ভাবি চাবৰ হৈছে।'

চিম্‌নীটোৰ কয়লা শেষ হৈ আহিছিল। বহাৰ পৰা দেৱবালা উঠি থিয় হৈছিল।

যাদৱপ্ৰসাদে সুধিলে—

ইহঁতে খাই-বৈ শুলে নেকি?

ৰুবী আৰু অকণু সাৰে আছে। আমাৰ লগত খাব।

পঢ়িছিলনে আজি?

ওঁ।

তুমি লাগিছিলা অলপ?

ওঁ।

বুকু ভেদি হুমুনিয়াহ এটি সৰি পৰিল দেৱবালাৰ। সকলো বুজে তেওঁ। প্ৰদীপৰ মৃত্যুশোকত যাতে থৰ হৈ বহি নৰয় তেওঁ, তাৰ প্ৰসংগতেই এনে প্ৰশ্নৰ অৱতাৰণা। প্ৰদীপ হেৰাই গ'লেও আৰু সন্তানৰো যে জননী তেওঁ, সিহঁতেও যে বিচাৰে তেওঁক, এই কথা সোঁৱৰাবলৈকে যেন যাদৱপ্ৰসাদৰ এনে প্ৰশ্ন।

আৰামী চকী এখনত বহি অকণুৱে কলমটিয়াই আছিল। দেৱবালাই তাইক বহাৰ পৰা হাতত ধৰি ভিতৰলৈ লৈ গ'ল। ফুচুলাই ফুচুলাই যেনেতেনে ভাত এগৰাহ খুৱাব লাগিব। যাদৱপ্ৰসাদো হাত ধুই ভাতৰ পাতত বহিলহি। দিনত তেওঁ প্ৰায়ে ভাত নাখায়, লঘু খাদ্য গ্ৰহণ কৰে। সেয়ে ৰাতিৰ সাঁজ যাতে তৃপ্তিৰে গ্ৰহণ কৰিব পাৰে, সেই কথাত যথেষ্ট গুৰুত্ব দিয়ে দেৱবালাই।

আজি ৰাতিও কলঘৰ চলিব নেকি?

বিছনালৈ যোৱাৰ আগতে পতিৰ আঁঠুৱাখন বাহিৰৰ পৰা খুঁচি সুধিলে দেৱবালাই।

ও, আজিৰ পৰা দুদিনমান ধৰি ৰাতি ৰাতিও চলাব লাগিব। যোৰহাটৰ ইলেক্ট্ৰিচিটিৰ বাৰাণ্ডাৰ পৰা বুটলি অনা ইঞ্জিন এইটো।

ঠিকে চলিবনে?

এতিয়ালৈকে ক্ষয় যোৱা নাই। এনেকুৱাকৈ চলিলে দুবছৰতো চকু মুদি চলাবপৰা যাব।

কোঠাৰ লেমৰ পোহৰ নিস্তেজ হৈ আহিছিল। দেৱবালাই সেইটোলৈ চাই পঠিয়ালে।

যাদৱপ্ৰসাদে আঁঠুৱাৰ ভিতৰৰ পৰাই আঁঠুৱাখনৰ সৈতে পত্নীৰ হাতত খামোচ মাৰি ধৰাদি ধৰিলে।

দেৱবালা বিছনাৰ একাষে বহিল।

এইবাৰ যাদৱপ্ৰসাদে মূৰটো আঁঠুৱাৰ ভিতৰৰ পৰাই পত্নীৰ কোলাত গুঁজি দিলে।

...দেৱবালাৰ হাতৰ চুৰিত শব্দ উঠিল। সন্তানহঁতক চেনেহ কৰা অভ্যস্ত হাতেৰে পতিৰ মূৰত হাত ফুৰাই দিলে তেওঁ। এবাৰ-দুবাৰকৈ কেইবাবাৰো।

মানুহ যেতিয়া ক্লান্তিৰে বাগৰি পৰে, তেতিয়াই বুকুৰ মাজৰ পৰা ফোঁৱাৰা মাৰি পঠিয়ায় দুখ-শোকৰ অৱদমিত ফল্গুধাৰাই। আজিও এনে হ'ল। দুয়ো নয়ন সেমেকি আহিল যাদৱপ্ৰসাদৰ।

লাহে লাহে শীত যায়... বসন্ত আহে। ব'হাগৰ বিহু আহে। বাগিচাৰ পৰা দেৱবালাহঁত মেলাচকৰৰ ঘৰলৈ আহে। ছিলঙৰ পৰা টুটু-দীপুহঁত আহে। গুৱাহাটীৰ পৰা লখিমী, কলিকতাৰ পৰা আইমানুহ, আৰতি, পুতলীহঁত আহে। মেলাচকৰৰ বঙলাত মানুহৰ খোজৰ শব্দ প্ৰতিধ্বনিত হয়। দুপ্‌দুপ্‌কৈ দৌৰে অকণ অকণ ভৰি কিছুমানে খিল্‌খিলনি কিছুমানে পৰ্দাৰ গাত ধৰি কোঠাবোৰৰ মাজত জুনুকা বজায় আখলত কেইবাখনো হাতৰ চুৰিবোৰ বাজে।

তথাপি পুথিভঁৰালৰ মাজৰ বিশাল মেজৰ সন্মুখত উদাসীন মূৰ্তিৰে বহি ৰয় তাৰাপ্ৰসাদ। ওপৰ মহলাৰ একোণৰ কোঠাত নীৰৱে সোমাই থাকে একাপ পুথি মেলি গুৰুপ্ৰসাদ।

পুথি মেলিছে যে গুৰুপ্ৰসাদে, বনমালীৰ হিচাপ-নিকাচৰ কাম কেনি গ'ল? কি পুথি এইবোৰ? ওহো, কোনেও নাজানে কেৱল পত্নী সুনীতিৰ বাহিৰে। হয়, গুৰুপ্ৰসাদ তন্ত্ৰপুথি অধ্যয়ন কৰাত লাগি থাকে।

ঘৰখনৰ সকলোবোৰ নিজা নিজা কক্ষপথেৰে চলি থাকে। জুহালত বহি চাই থাকে নিকুঞ্জলতাই এই সকলোবোৰ। সকলো ঠিকে থাকে। আছে আৰু থাকিবও। বিহু আহিছে, পূজাও আহিব...। প্ৰকৃতিৰ চিৰাচৰিত নিয়ম অনুযায়ী সকলো আহি থাকিব নিৰ্দিষ্ট সময়ৰ অন্তৰে অন্তৰে। কেৱল নাহে মাখনী। আজিলৈকে উভতি নাহিল তাই। ইমানখন ঘৰৰ মানুহে বিচাৰি চলাথ কৰিও একো উৱাদিহ নেপালে তাইৰ। কনকলতা গুচি গৈছে ননী প্ৰদীপ সকলো গুচি গৈছে। এই গুচি যোৱাৰ সমাপ্তি সকলোৱে প্ৰত্যক্ষ কৰিছে, মানি লৈছে। কিন্তু মাখনীৰ যাত্ৰা?

কেনি গ'ল দুটাকৈ সন্তান এনেদৰে পেলাই থৈ?

কেনি গ'ল ছোৱালীজনী?

নিকুঞ্জলতাৰ চকু ভৰি আহে। তলমূৰকৈ চৌকাত লাগনী খৰি গোঁজে তেওঁ। ল'ৰা-ছোৱালীহঁতৰ খোৱাৰ জেওঁ মাৰিবলৈকে ইটো-সিটো কৰি থকা দেৱবালাৰ দৃষ্টিত শাহুআইৰ এনে ৰূপে বুকুৰ শিলাত আঘাত হানে। নিজৰ সকলোখিনি সামৰি-সুতৰি শাহুআইৰ কাষ চাপি সুনীতিক কয় দেৱবালাই—

বুজিছা লাহৰী, আগতে বোলে আমাৰ ঘৰত বিহু খুব ডাঙৰকৈ পতা হৈছিল। হঁচৰি নাম ধৰিবলৈ গোটেই শিৱসাগৰ উঠি আহিছিল।

ভবামতেই হ'ল। কথাষাৰ নিকুঞ্জলতাৰ কাণত সোমালগৈ। চৌকাৰ জুইকুৰাই গঢ় ধৰি উঠিছিল। তাতে চকু থৈ দুইগৰাকী বোৱাৰীৰ কাণত পৰাকৈ উচ্চাৰিলে—

একেবাৰে সত্য। তেনেকুৱাই হৈছিল আগতে। পাছে দেউতাক যাবৰ দিনা চ'তৰ দিন গৈছিল বিহুৰ ওচৰ। মানুহবোৰে বৰ দুখ পালে। সেইবাৰ গোটেই শিৱসাগৰ নিজান পৰিছিল হুঁচৰি নহ'ল বিহুও নহ'ল পহিলা মহাযুদ্ধৰ সময়ত।

বাহিৰত কাৰোবাৰ মাত শুনা গ'ল।

ওৰণি টানি দেৱবালা দুৱাৰৰ বাহিৰ হ'ল। গোসাঁই ধুওৱা দেউ। লগত পৰিচাৰক এজনো। মাতষাৰ নিকুঞ্জলতাই সঠিক ধৰিব পাৰিছিল। এইবাৰ এইটো চৌকাৰ ওচৰৰ পৰা উঠি গৈ তেওঁ প্ৰধান ৰান্ধনিশালত সোমালগৈ। তাত তেওঁৰ সুকীয়া চৌকা আছে। তাত জীয়ৰী-বোৱাৰীৰ প্ৰৱেশ নিষেধ। কেতিয়াবা শৰীৰ অসুস্থ হ'লে চাউল এমুঠি নাতি-পুতিহঁতেই বহাই দিয়ে।

দেউৰ লগত মুখামুখিকৈ বহি এখন্তেক কথা পাতি যাদৱপ্ৰসাদ কেনিবাদি ওলাই গ'ল। নিজৰ শোৱনিকোঠাত বহি ৰণুক কোলাত লৈ থকা দেৱবালাই খিৰিকীৰে যাদৱপ্ৰসাদক দেখা পালে। পুথিভঁৰালৰ ফালেই গৈ আছে মানুহজন। বাগিচাৰ খাতা খুলি চাব চাগে'। গোসাঁইবাৰীক দিনকদিনে নৈয়ে খহাই নি আছে। বনমালী গুৰুপ্ৰসাদে অকলে চম্ভালিছে। বিমলীয়ে হাত দাঙি দিছে, বোলে মোৰ দেশসেৱা কৰিবলৈ আছে। বাকী থাকিলগৈ কৰঙাণী। চাহপুলিবোৰে আকৃতি একোটা ধৰিছেহে, অনেক কাৰ্য এতিয়াও বাকী। মুনাফাৰ ঘৰলৈ এতিয়াও বহুবেলিৰ বাট।

গৈ গৈ যাদৱপ্ৰসাদ নেদেখা হ'লগৈ। ৰণুৰ মূৰত হাত ফুৰাই মৰম কৰিলে দেৱবালাই। চোতালত এতিয়াও গোসাঁই ধুওৱা দেউ বহি আছে। শাহুআইৰ মাত একোষাৰো শুনা গৈছে। গোসাঁইঘৰত চাৰিজনকৈ শালগ্ৰাম। এজনা বিষ্ণু। পিতলৰ বিষ্ণুমূৰ্তি, এই বঙলা নিৰ্মাণ কৰি থাকোঁতে বিলৰ সিপাৰেও লগুৱাহঁতৰ কাৰণে ঘৰ কিছুমান সাজিবলৈ যো-জা কৰা হৈছিল। ভেটি তুলিবলৈ মাটি খান্দোতে ওলাইছিল এই বিষ্ণুমূৰ্তি।

পুৱাতেই গোসাঁই ধুওৱা হৈ যায়। এতিয়া বা কি সকামত আহিল দেউ? ...দেৱবালাই ভাবিবলৈ ধৰিলে। ইচ্ ইচ্ কিজানি কিবা সহায় আশা কৰিয়ে আহিছে, যাদৱপ্ৰসাদে শুনি দিহা কৰিব লাগিছিল।

ইতিমধ্যে ৰণুৰ পিয়াহ গুচিছিল। মাকৰ বুকুত মুখ গুঁজি থকা অৱস্থাতে টোপনিত লালকাল দিছিল সি। লাহেকৈ তাক বিছনাত শুৱাই থৈ দেৱবালা ড্ৰেছিং আইনাৰ সমুখত ৰ'লগৈ। হাতত ফণি এখন তুলি ল'লে আৰু খোপা খুলি দীঘল চুলিকোছা আঁচুৰিবলৈ ধৰিলে। ৰাতিপুৱা চুলিৰ গুৰিবোৰ ফণিৰ কাঠিয়ে ভালদৰে চুবলৈকে নাপায়। খৰধৰ লাগে সময়খিনিত। এতিয়া মূৰ আঁচুৰি ভাল লাগিছে তেওঁৰ। সেই অৱস্থাতে

ভাবি ৰ'ল দেৱবালাই— নিশ্চয়কৈ যাদৱপ্ৰসাদে বুজি পাইছে দেউ কিয় আহিছে।

কিয় আহিছেনো?

চুলি আঁচোৰা শেষ হৈছিল। দেৱবালাৰ এইটোও বৰ আকৰ্ষণীয় দিশ যে প্ৰতিটো কথাকে সূক্ষ্মাতিসূক্ষ্মভাৱে ভাবিবলৈ ধৰে তেওঁ। তাৰ উপায় অথবা দিহাৰ ব্যৱস্থা কৰিব খোজে। জীৱন এনেকুৱাই, নদীৰ দৰে প্ৰবহমান। ঘাটে ঘাটে চুই গৈ থাকে বিভিন্ন শিলৰ ছিৰি, কি বাগৰিছে বুকুৰে— পুষ্পাঞ্জলি নে বিষ্ঠা, সেইবোৰ খিয়াল থাকেনে নৈৰ? কিমান যাতনা মানুহৰ জীৱনত, শেষ হৈ যায়নে মানুহ? গৈ থাকে মানুহ, শ্ৰাদ্ধৰ পাছতে পাতিব জন্মদিন। প্ৰদীপৰ জন্মচক্ৰ প্ৰস্তুত কৰি এইজন দেউৱেই কৈছিল 'আৰু এটি ৰত্ন আহিব।' যি এতিয়াও অহা নাই তাৰ কথা এতিয়াই কিয়? যাৰ চক্ৰত চকু থৈছা, একো নক'বানে তেওঁৰ বিষয়ে?

কিয় দেউৱে প্ৰদীপৰ বিষয়ে একো কোৱা নাছিল তেতিয়া? দেৱবালাই খুব খৰকৈ ভাবিছিল খুঁচি খুঁচি ভাঙি ভাঙি ভাবিছিল। তাৰপাছতে ওঁঠত খেলিছিল নিৰ্মল হাঁহিয়ে। প্ৰদীপ, এই অকণমানি ল'ৰাটো, অনবৰত চৰাই-চিৰিকটি, গৰু-ছাগলী চায়ে বিভোৰ। হাতত ফলিপুথি লোৱাৰ সলনি হাতুৰি-বটালি; তেওঁতো আদৰ কৰি কয়েই তাক— 'তই ম'হগুৱাল হ'বি নেকি অ'? নে মিস্ত্ৰী?' হাঁহি পিছলিছিল দেৱবালাৰ ওঁঠেৰে; নিশ্চয়কৈ ইয়াৰ পঢ়াশুনা নহ'ব।

অস্ অস্ কি ভাবিছিল দেৱবালাই তেতিয়া?

আচলতে ভাবিব পাৰেনে কোনোবা মাতৃয়ে, ধাৰণা কৰিবও পাৰেনে জ্যোতিষীয়ে ভৱিষ্যতৰ কথা একো নোকোৱাৰ অৰ্থ যে মৃত্যু?

হুমুনিয়াহ এটা কোঠাতে এৰি দেৱবালা বাহিৰলৈ ওলাল। টোপোলা এটি লৈ দেউৰ প্ৰস্থান ঘটিছে। বিমলীৰ বিয়াৰ প্ৰসংগ ওলাইছিল যে সেয়া তেওঁ অনুমান কৰিলে।

সঁচাকৈয়ে যাদৱপ্ৰসাদে মাতৃক লগত লৈ গৈ আলেঙে আলেঙে ছোৱালীও চাই আহিলগৈ। স্বাধীনতা সংগ্ৰামী কুমুদ বৰাৰ কন্যা অময়া বৰা।

০ ০ ০ ০ ০ ০ ০

কৰঙাণীৰ আজিকালি সকলো সমস্যা আৰ্ফানুল্লাৰ মূৰৰ ওপৰেদি যায়। যাদৱপ্ৰসাদক সকলোৱে শলাগে, ভাল মানুহ পালে, কামৰ মানুহ পালে বুলি। যাদৱপ্ৰসাদে চোলাৰ জেপত হাত ভৰাই চিগাৰেট বিচাৰি হাঁহে। হাঁহি ওপচা দুচকুত ৰগৰ বিৰিঙাই লাহেকৈ

কয়— 'মই সদায় ভাল মানুহকে লগ পাওঁ। আপোনাৰ কথাকে ধৰক।' সিজনে হাঁহে।

ঘৰত দেৱবালাক কয়—

মানুহ মাত্ৰেই ভাল বৰমাই। সকলো মানুহেই ভাল। তুমি কেৱল তেওঁৰ পৰা তেওঁৰ গুণখিনি খুঁচৰি উলিয়াই, সেইখিনি বহল কৰাই দিয়া, চাবা কিমান ভাল মানুহ হৈ উঠিছে তেওঁ। কিমান কাম কৰিছে তোমাৰ-মোৰ বাবে, দেশ-সমাজৰ বাবে।

দেৱবালাই কথাষাৰ ভাবে হয়তো! আজি কৰঙাণীতে যিকেইজন আছে, আটাইকেইজনে নিজৰ সম্পত্তি যেন জ্ঞান কৰে বাগিচাখনক। আটাইকেইজনৰে চকু-মুখত তেওঁলোকৰ প্ৰতি সভক্তি আৰু কৃতজ্ঞতাৰ পূৰ্ণ প্ৰকাশ।

এৰা, আটাইবোৰ মানুহেই ভাল। নহ'লেনো ইমান নকৈ মেলা বাগিচা এৰি কোনোবা ছিলঙত থাকিবগৈ পাৰেনে? কিমান জোৰকৈ যাদৱপ্ৰসাদক নিৰ্বাচনত উঠাই বিধান সভালৈ পঠিয়াই দিছিল এইখিনি মানুহেই, নিজে সমস্ত দায়িত্ব কান্ধ পাতি লোৱাৰ প্ৰতিশ্ৰুতি দি। প্ৰতিশ্ৰুতি পালনো কৰি আহিছে। প্ৰফুল্ল ৰাজখোৱা, কম আপোন ভাবেৰে চলায় নে বাগিচাখন? সৌজন আৰ্ফানুল্লা, লেখাপঢ়া নাজানে কিন্তু সকলো কথা-কামতে হিচাপ পৰিষ্কাৰ। বাগিচাখন, মালিকপক্ষৰ আপোন নহ'লে কোনে কৰিব এনে পৰিশ্ৰম? আজিকালি যাদৱপ্ৰসাদ সৰহখিনি সময় কলিকতাতে থাকে। বালিগঞ্জৰ হিন্দুস্থান পাৰ্কত তেওঁ এটা ডাঙৰ ঘৰ ভাৰাতো লৈ থৈছে। তাতে থাকেগৈ। পৰিয়ালৰো কোনোবা থাকেগৈ। বোধকৰো আন্দোলনৰ কোনোবা কৰ্মী-ভলণ্টিয়াৰো। কিজানি তাতেই নিয়মিত বহে দলীয় কোনো গোপন বৈঠকো।

# ছাব্বিশ

বাগিচাৰ সকলোখিনি কাম লৈ যাদৱপ্ৰসাদ কলিকতালৈ সঘনাই গৈ থাকিবলগা হ'ল। বেংকৰ যাৱতীয় কামো তাতেইহে হয়। শিৱসাগৰৰ পৰা গুৱাহাটী পায়ে তেওঁ শহুৰৰ ঘৰলৈ যায়। বৰজীয়ৰী লখিমীয়ে পঢ়ি আছে, ককাক-আইতাকে জোৰ দি আছে, বোলে 'অকণু-ৰুবীক বাগিচাত সুমুৱাই থৈছা যে?' দেৱবালাই সিহঁত দুজনীকো এজনী এজনীকৈ গুৱাহাটীত থ'বলৈ আহে। উভতি যাওঁতে ৰে'লতে ফুনুক লগ পায়। এবছৰ হৈছে মাথোন ফুনুৰে বিয়া পতা। ল'ৰাটো অস্থিৰ। যাদৱপ্ৰসাদে একপ্ৰকাৰ হেঁচাই প্ৰয়োগ কৰিলে বোলে 'একো নেজানো মই, এবছৰৰ বাবে হ'লেও কৰঙাণীখন তুমি চাই দিবই লাগিব। তাৰপাছত নিজৰ বাগিচাত লাগিবাগৈ।'

ন-কইনাই হাঁহি পেলালে।

দেৱবালায়ো।

যাদৱপ্ৰসাদৰ অলৰ্প মুকলি লাগিল। টী-অক্সন চেণ্টাৰকে ধৰি চাহ সম্পৰ্কীয় আটাইবোৰ কামেই কলিকতাত সম্পাদিত হয়। কলিকতা-কৰঙাণী ইমান ওচৰ বাটো নহয় যে সঘনাই যাতায়াত কৰিব পাৰি।

কৰঙাণীৰ পৰা দেৱবালা মেলাচকৰতো থাকেহি। ৰুবী-অকণু গুৱাহাটীত থাকিবলৈ যোৱাৰ পাছৰে পৰা আইজনীয়ে আমনি কৰি থাকে। তাই ৰণুৰ উৎপাতবোৰ সহিব নোৱাৰে। বায়েকহঁতৰ পাছে পাছে ৰিহা এখন মেৰিয়াই, কোলাত পুতলা কেঁচুৱা লৈ জট্‌পট্‌কৈ ইকোঠা-সিকোঠা ঘূৰি ফুৰিবলৈ ভাল পায়। এতিয়া তাই মাকৰ গাতে আঠা খাই লাগি থকা হ'ল। ইফালে ৰণু। হকে-বিহকে জখলাত উঠাদি মাকৰ গাত উঠিবলৈ লাগে, দেউতাকক বিচাৰে, দৌৰি খেলিবলৈ লগ লাগে। দেৱবালা মেলাচকৰৰ ঘৰত সোমায়হি। গুৰুপ্ৰসাদৰো ল'ৰা আছে, উমলি থাকে একেলগে আটাইবোৰ ল'ৰা-ছোৱালীয়ে।

এইবাৰ কলিকতাৰ পৰা যাদৱপ্ৰসাদ উভতি আহি মেলাচকৰত সোমাওঁতে দেৱবালাই অনুৰোধ লৈ পতিৰ কাষ চাপিল—

কলিকতালৈ আমাকো নিব নেকি?

যাদৱপ্ৰসাদে পত্নীৰ মুখলৈ চালে। আঃ সেই একেই হৈ ৰৈছে দেৱবালাৰ মুখ লাৱণ্য। এইমাত্ৰহে যেন দেখিছে তেওঁ পত্নীক প্ৰথমবাৰৰ বাবে। কলিকতালৈ যোৱা ৰে'লত এজাক ছাত্ৰীৰ মাজত বুকুত বেহেলা সাবটি বহি ৰোৱা। ইমান নিৰ্মল। নিষ্পাপ মুখ দেৱবালা তোমাৰ!

দৃষ্টি ঘূৰাই খন্তেক কিবা ভাবি উচ্চাৰিলে যাদৱপ্ৰসাদে।

ঠিক আছে ওলাবা, ফুৰিবা।

ওহো।

ওহো? সেয়া আকৌ কি?

ফুৰিবলৈ নহয়।

তেন্তে?

আমি সদায় এনেকৈ থাকিম নেকি?

কেনেকৈ?

মন কৰকচোন, ছটা ল'ৰা-ছোৱালীৰে আমি আটাইবোৰ ক'ত কেনেকৈ সিঁচৰতি হৈ আছো। তাতকৈচোন বালিগঞ্জলৈকে যাবগৈ পাৰো। গুৱাহাটীত পঢ়াৰ সলনি ইহঁত তালৈকে যাবগৈ, তাতে পঢ়িব।

ওঁ।

গম্ভীৰভাৱে উচ্চাৰিলে যাদৱপ্ৰসাদে আৰু কিবা ভাবনাত মগন হ'ল। দেৱবালাই জানে, পতিয়ে নিশ্চয়কৈ কিবা এটি উপায় বাহিৰ কৰিব, সিদ্ধান্ত জনাব। যি সিদ্ধান্ত দেৱবালাই আশা কৰামতেই হ'ব। কাৰণ তেওঁ দেৱবালাৰ ইচ্ছা-আকাংক্ষাক সদায় মূল্য দি আহিছে। জধেমধে, চিন্তা নকৰাকৈ বিশেষ কিবা দেৱবালাই যে কেতিয়াও দাবী নকৰে সেই কথা যাদৱপ্ৰসাদতকৈ আৰু কোনে ভালকৈ জানিব?

মহাত্মা গান্ধী শিৱসাগৰলৈ আহি মেলাচকৰৰ বঙলাত উঠোঁতে বিমলীয়ে এটা অন্যধৰণৰ যঁতৰ সাজি উলিয়াইছিল। 'মেকানো ছেট' লগাই সৰু সৰু নাথিয়াৰে সজা হৈছিল সেই উন্নতমানৰ যঁতৰটো। টাকুৰীও সাজিছিল উন্নতমানৰ। এই সকলোবোৰ প্ৰচাৰকাৰ্যত লগোৱা হৈছিল আৰু গান্ধীৰ পৰামৰ্শক্ৰমে বিমলীয়ে বিহাৰলৈ যাত্ৰা কৰিছিল। তাত মথুৰাদাসৰ অধীনত খাদীৰ শিক্ষা গ্ৰহণ কৰিছিল। এই গোটেইবোৰ মিলি বিমলীক খাদীকৰ্মী হিচাপে গঢ় দিয়ে। যাৰ ফলত সৰ্বভাৰতীয় স্পিনাৰ এছ'চিয়েচনৰ অসম শাখাৰ সম্পাদক নিৰ্বাচিত হয় বিমলাপ্ৰসাদ চলিহা। চলিহা পৰিয়ালৰ সকলোৱে দেখিলে বিমলী এতিয়া নুমলীয়া ল'ৰাটো হৈ থকা নাই। ভাৰত মহাকংগ্ৰেছৰ ফালৰ পৰা দিয়া আঞ্চলিক সংগঠকৰ দায়িত্বও পালন কৰিবলগা হৈছে। উত্তৰ-পূব ভাৰতৰ কোণে কোণে সংগঠকৰূপে ঘূৰি ফুৰিছে বিমলী।

যাদৱপ্ৰসাদে নিজৰ অজ্ঞাতে মূৰ জোকাৰে। নাই নাই. এনে কৰ্মৰ পৰা টানি আনি বাগিচা চলাবলৈ লগাব নোৱাৰি বিমলীক।

পাৰিলেও উচিত নহ'ব।

দেৱবালাৰ এই কথা শুনি যাদৱপ্ৰসাদ আশ্বস্ত হ'ল যদিও মুখেৰে একো নামাতিলে। চিগাৰেটটো আঙুলিৰ ফাঁকত লৈ একেথৰে বহি ৰ'ল। পতিৰ চকীৰ পিছফালে হাতখন থ'লে দেৱবালাই। জুনুককৈ শব্দ এটাও হ'ল। তথাপি তেনে মধুৰ পৰিবেশ সৃষ্টিকাৰী

শব্দকো আওকাণ কৰি তেৰোঁ পতিয়ে চাই ৰোৱা সমুখৰ গেটলৈকে চাই ৰ'ল। আৰু এখন্তেকৰ পাছত ধীৰ স্বৰেৰে কৈ গ'ল—

বিমলীৰ গাত কিছুমান দায়িত্ব আছে। গান্ধীয়ে নিজে পত্ৰ লিখি ভাৰ দিছে। কোনো কাৰণতে আঁজুৰিব নোৱাৰি বিমলীক। নোৱাৰি। বাগিচা, ডাঙৰীয়া আৰু বোপাৰ অধীনতে চলিব লাগিব। আৰু কৰণ্ডাণীৰ চিন্তা আপুনি নিজেই জানে। ইমানদিনে ময়ো দেখি আহিছো। আজি বেছ কিছুদিন ধৰি আপুনি কলিকতাতে আছে, আমি মেলাচকৰত। বাগিচা চলিছে, চলি থাকিব, ভালকৈয়ে চলিব। মাজে মাজে কলিকতাৰ পৰা আপুনি আহি আছে, আগলৈও আহি থাকিব। কেৱল মেলাচকৰৰ পৰা আমি কলিকতালৈ ওলাব খুজিছো। ব্যৱসায়-বাণিজ্য, দেশসেৱাৰ লগে লগে আমি আমাৰ পোনাকেইটাকো চাব লাগিব। সিহঁতৰ শৰীৰ-মন, পঢ়াশুনা, স্বভাব-চৰিত্ৰ সকলোবোৰ। কলিকতালৈ নিলে পঢ়া-খেলা-সংগীতৰ সুবিধা পাব।

ওঁ।

যাদৱপ্ৰসাদে মূৰ দুপিয়ালে।

এবাৰ দুবাৰকৈ কেইবাবাৰো।

অৱশেষত পৰিয়ালসহ যাদৱপ্ৰসাদ কলিকতালৈ ৰাওনা হ'ল।

বালিগঞ্জৰ হিন্দুস্থান পাৰ্কৰ এক বিশাল বাসগৃহ। দেখাত বাগিচাৰ বঙলাৰ দৰেই। ৰাজনীতি-দেশ চিন্তা আঁহে আঁহে সোমাই থকা ব্যক্তি জ্যোতি বসুৰ ঘৰ। এই ঘৰটোকেই যাদব প্ৰসাদে ভাৰাত ললে। ঘৰৰ একেবাৰে সমুখতে নৰেন দেব থাকে। প্ৰথমতে ঘৰটোৰ নাম 'দেবালয়' আছিল। তিনিজন অবিবাহিত ভাতৃৰ বাসস্থান। তাৰপাছত সৰু ভাই নৰেনে বিয়া পতাত ঘৰৰ নাম হ'লগৈ 'ভালোবাসা'। নৰেন দেব আৰু পত্নী ৰাধাৰাণী দেব দুয়ো কবি। তেওঁলোকৰ সন্তান নৱনীতা ৰণুৰ সমনীয়া।

দেৱবালাৰ ভাল লাগিল। এটা সুস্থ মনৰ গৰাকী হ'বলৈ এটা সুস্থ পৰিবেশৰ প্ৰয়োজন, আৰু এই পৰিবেশত যথেষ্ট পৰিমাণে অৰিহণা যোগায় চুবুৰীটোৱে-প্ৰতিবেশীয়ে।

দেৱবালা সুখী হৈ উঠিল।

আঁৰ চকুৰে মন কৰিলে যাদৱপ্ৰসাদে, প্ৰদীপ গুচি যোৱাৰ পাছত এই প্ৰথমবাৰৰ বাবে দেৱবালাৰ মুখৰ হাঁহিত উজ্জ্বলতা আহিছে।

o o o o o o o

১৯৪১ চনত বিমলীৰ বিবাহ সম্পন্ন হৈ যায়। মেলাচকৰৰ ঘৰখন ভৰাই থৈ পুনৰ কলিকতাগামী হ'ল দেৱবালা-যাদৱপ্ৰসাদ।

ইতিমধ্যে লখিমী বেনাৰসত পঢ়িবলৈ যোৱাৰ যোগাৰ-যাতি সম্পূৰ্ণ হৈ আহিছিল।

ৰুবী আৰু ৰেখা গুৱাহাটীত। ঘৰত থাকিল ৰণু। আইজনী, তাৰাপ্ৰসাদৰ জীয়ৰী আৰতিৰ লগত শান্তিনিকেতনত।

কলিকতাৰ ঘৰখন বিশ্ৰামগৃহৰ দৰে হৈ পৰিল। যাদৱপ্ৰসাদৰ কামৰ অন্ত নাই। ব্যৱসায়-দেশসেৱাৰ উপৰিও এ এছ্ এল ক্লাবৰ দৰে বিভিন্ন গঠনমূলক অনুষ্ঠানত জড়িত।

দেৱবালাই চেতাৰখন উলিয়ায়। বেহেলাখন উলিয়ায়। কৰঙাণী বাগিচাত জেনেৰেটৰ আছিল, লাইট নাছিল। যেতিয়া খদম্‌দম্‌কৈ চলে কলঘৰ, তেতিয়া দেৱবালাই গ্ৰামোফোনত পংকজ মল্লিক, চাইগলৰ গান শুনে। পংকজ মল্লিকেই যেন ৰবীন্দ্ৰ সংগীত জনপ্ৰিয় কৰি তোলাৰ মূল মানুহ। আজিকালি দেৱবালাৰ ঘৰত ডাঃ ভুবনেশ্বৰ বৰুৱাৰ ভাগিনী পুষ্পলতাও থাকিবলৈ লৈছে। ইফালে দেশজুৰি আন্দোলনৰ নানানটা কাৰ্যসূচী।

নৱেম্বৰ মাহ। মেকেঞ্জিলায়াল এণ্ড কোম্পানীয়ে পৰিচালনা কৰিব এক নিলাম অনুষ্ঠান। এন ডি আগৰৱালা নামৰ ব্যৱসায়ী এজনে ৰলিং মিল এটা নিলামত দিব। পুৱা বাতৰি কাকতৰ পাত লুটিয়াইছিল যাদৱপ্ৰসাদে। পৰহি মাত্ৰ বাগিচাৰ পৰা কলিকতা পাইছেহি তেওঁ।

পুৱাৰ জলপান মেজত সজাই দেৱবালা পতিৰ চকীৰ নিচেই কাষতে ৰ'লহি। মাতিলে—

চাহ-জলপান খাব, ব'লক।

ওঁ।

কাকতত চকু থৈয়ে যাদৱপ্ৰসাদে শলাগিলে। কিনো চাই আছে বুলি দেৱবালাও কাকতলৈ হাওলি আহিল। নিলামৰ বিজ্ঞাপন এটা।

এইবাৰ তেওঁ পোন হ'ল আৰু ভিতৰলৈ উভতিল।

চাহপৰ্বৰ পৰা সৰুকেইটা উঠি যোৱাৰ পাছত এইবাৰ তেওঁ গহীনাই সুধিলে—

আপুনি মিলটোৰ বিষয়ে ভাবিছে?

ঠিকেই ধৰিছা তুমি।

ল'ব পাৰিলে ভাল হয়। অন্ততঃ কলিকতাত যিকেইদিন থাকে আপুনি, মিল চলাব পাৰিব।

তাৰ আগতে মিলৰ আঁতিগুৰি জানিব লাগিব।

বিশেষজ্ঞৰ খবৰ কৰোৱাওক তেন্তে। আপুনি নিজেও যন্ত্ৰপাতি চিনি পায়, ভালকৈ চাব পাৰিব। বাগিচাই এতিয়া কিছু সহায় কৰিছে, সেইখিনিৰে মিলটো লৈ থ'ব পাৰিলে ভাল হয়। ব্যৱসায়ত আৰু এটা সাহস যোগ হ'ব।

যাদৱপ্ৰসাদে পত্নীলৈ চাই পঠিয়ালে।

দেৱবালাই এয়া একপ্ৰকাৰ জোৰেই কৰিছে তেওঁক। দেৱবালাই আশা কৰিছে। দেৱবালাই হেঁপাহ কৰিছে সম্পত্তি এডুখৰিলৈ।

নোৱাৰিবনে যাদৱপ্ৰসাদে এয়া পূৰ্ণ কৰিব?

লগে লগে যাদৱপ্ৰসাদ বাৰ্ণপুৰ পালেগৈ। ৰ'লিং বিশেষজ্ঞ মহানন্দ দাস আৰু আন্তৰ্জাতিক বিশেষজ্ঞ মিঃ ফ্ৰীমেনক মাতি থৈ আহিল। আটায়ে মিলি মিলটো চালে আৰু যথা সময়ত মিলৰ নিলাম আৰম্ভ হোৱাত ব্ৰিটিছ চাহাবকো তল পেলাই যাদৱপ্ৰসাদে ছাপন্ন হেজাৰ টকাত মিল ডাকি ক'লে। যিদৰে কৰণ্ডাণী সঁপিছিল ফুনু আৰু প্ৰফুল্ল ৰাজখোৱা-আৰ্ফানুল্লাৰ হাতত, তেনেদৰে মিল সঁপিলে যোগেশ্বৰ হাজৰিকাৰ হাতত। দৌলত সিং চিৰুৰো লগত আছে।

কেনে লাগিছে বৰমাই?

ঘৰখন নিজম পৰি আহিছিল। ঘৰখনৰ আটাইবোৰ টোপনিত ঢলি পৰিছিল। শোৱনিকোঠাৰ মেজত বহি যাদৱপ্ৰসাদে বহু দেৰিলৈকে মিল ক্ৰয় সংক্ৰান্তীয় কাগজ-পত্ৰবোৰ চিজিল লগাই আছিল। দেৱবালাই আল্‌নাৰ ওপৰত ৰণু-আইজনীৰ উমাল পোছাক পৰিপাটি কৰিছিল। ক'ব নোৱৰাকৈয়ে গুণ্‌গুণনি বাহিৰ হৈছিল। ভাল লাগিছে যাদৱপ্ৰসাদৰ। পত্নীৰ এই স্বভাৱে মুগ্ধ কৰে তেওঁক, সম্মোহিত কৰি ৰাখে অহৰহ গুণ্‌গুণ্‌-গুণ্‌গুণ্‌।

কাগজ সামৰি পালেঙত উঠিলগৈ তেওঁ।

আকৌ সুধিলে—

বৰমাই, কেনে লাগিছে?

দেৱবালাই সেইখিনিৰ পৰাই উভতি চাই মিঠাকৈ হাঁহিলে। গাত ৰঙীন শ্বাল। কাশ্মীৰী শ্বাল। মুৰতো ওৰণিৰ দৰে লৈ আছিল বোধকৰো, এতিয়া খহি পৰিছে। খহি পৰিছে গালে-মুখে নৈৰ ভাঁজৰ দৰে মোহনীয় অলক।

ইমান সুন্দৰ তেওঁৰ পত্নী!

ধুনীয়া-ভাললগা-সুন্দৰতা এইবোৰৰ মাজত থকা পাৰ্থক্যৰ ৰেখা একেবাৰে ভাস্বৰ হৈ উঠে যাদৱপ্ৰসাদৰ দৃষ্টিত। দেৱবালাৰ সৌন্দৰ্য ভিতৰৰ পৰা অহা। এনে সৌন্দৰ্যত কায়িক আকৃতিৰ গুৰুত্ব নাই। যি মানুহৰ মন আৰু চিন্তন পৰিষ্কাৰ, হিংসা-অসূয়া-আক্ৰোশ নাই, তেওঁৰে হৃদয়ৰ গভীৰ থলীৰ নিৰ্মলতা এনেদৰে চেহেৰাত প্ৰতিভাত হয়। চেহেৰা হৈ উঠে হৃদয়ৰ দাপোণ। এনে মানুহক আজীৱন ভাল পাব পাৰি, পাহৰিব নোৱাৰি কোনেও নেদেখা, ভাবি নোচোৱা উশাহ-নিশাহৰ বাবে প্ৰয়োজনীয় অম্লজান এনে মানুহ।

প্ৰাণ ভৰি উঠে যাদৱপ্ৰসাদৰ।

শিশুমতীয়া হাঁহিৰে দেৱবালা পতিৰ একাষে বহেহি। ওপৰলৈ মুখ কৰি শুই থকা যাদৱপ্ৰসাদৰ বুকুত হাত এখন থৈ পতিৰ মুখলৈ চায়। যাদৱপ্ৰসাদেও চাই ৰ'ল দেৱবালালৈ। কিচ্‌কিচীয়া কৃষ্ণ চুলিৰ দুভাগ কৰি উজলিছে ৰঙা সেওঁতা। হাত এখন

মেলি পত্নীক পিঠিৰে মেৰিয়াই ধৰিলে শুই পৰিল বহি বহিয়েই দেৱবালা, পতিৰ বুকুত মূৰ থৈ।

খোপাটো খুলি দিলে যাদৱপ্রসাদে। সদায় আম্‌লা তেলেৰে যতন লোৱা কেশগুচ্ছৰ মাজত সুমুৱাই দিলে তেওঁৰ আঙুলিকেইটা। যিকেইটা আঙুলি ইমানদিনে যন্ত্রপাতি লিৰিকি বিদাৰি থকা সত্ত্বেও হৈ উঠিব পৰা নাই লোহাৰ আঙুলি। হয়, এই আঙুলি এতিয়াও তেজ-মঙহেৰে ভৰা প্ৰেমৰে ওপচা।

কেনে বৰমাই?

আজিৰ পৰা আপুনি কলিকতাৰ উদ্যোগ সাম্রাজ্যৰ অংশীদাৰ হৈছে ৰ'লিং মিল এটা হৈছে আপোনাৰ...।

কেৱল মোৰ নহয়, তোমাৰো।

এইবাৰ দেৱবালাই নাকটো গুঁজি দিলে পতিৰ বুকুত।

বৰমাই।

হুঁ?

আমি এই ঘৰ এৰিব লাগিব।

কিন্তু কিয়?

আচৰিত হ'বৰ একো নাই। আমাৰ মিলটো ক'ত? টালিগঞ্জৰ চণ্ডীতলা লেনত হয়নে নহয়?

ওঁ।

ওচৰতে ঘৰ এটা ল'লে ভাল হ'ব।

ওঁ; ভাল হ'ব।

কথামতেই কাম। দেৱবালাইতে গল্‌ফ ক্লাব ৰোডৰ ঘৰ এটা ঠিক কৰিলে। ইতিমধ্যে তাৰাপ্রসাদো আহি কলিকতাত থিতাপি লৈছিল। টালিগঞ্জৰ ওচৰৰে ৰছা ৰোড ছাউথত তেৰোঁ এটা ঘৰ ভাৰালৈ ল'লে। আইমানুহে এম এ পঢ়িবলৈ ঠিক কৰিছিল। তাৰাপ্রসাদে ঘৰটো লৈ ধন, টুটু, সম্পৰ্কীয় প্ৰকাশ আটাইবোৰকে লগত ল'লে। আৰু নিজে হাইক'ৰ্টলৈ উকীলৰ সাজ পিন্ধি আহ-যাহ কৰিবলৈ আৰম্ভ কৰিলে।

হঠাৎ কি হ'ল আইমানুহৰ? এই উঠি অহা ছোৱালীজনীৰ? তমোময় জ্বৰত এদিন ভুগিয়ে চকু মুদিলে।

হাহাকাৰ লাগিল তাৰাপ্রসাদৰ পত্নীৰ মৃত্যুৰ পাছত সন্তানকেইটিক চৰাই পোৱালিৰ দৰে তুলিছিল তেওঁ।

কোনেও কাৰো মুখলৈ মূৰ তুলি চাব নোৱৰা অৱস্থা। প্রদীপে ভুমুকিয়াই ভুমুকিয়াই দেৱবালাৰ বুকুৰ শিলা লৰাই-চৰাই থাকে। কিন্তু এনে যন্ত্রণা? বি এ পাছ কৰি উঠা ছোৱালীজনীৰ এনে মৃত্যু?

কোনেও তাৰাপ্রসাদৰ মুখলৈ চাব নোৱৰা হ'ল।

মেলাচকৰৰ ঘৰত পাটী ল'লে নিকুঞ্জলতাই গৃহত্যাগী মাখনী কোনোবা এদিন হ'লেও উভতি অহাৰ আশা ৰখা যায়, কিন্তু আইমানুহ?

দেশজুৰি ভাৰত ত্যাগ আন্দোলনৰ উত্তাল জোৱাৰ। ইফালে দ্বিতীয় মহাসমৰ। জাপানীয়ে কলিকতাৰ ওপৰত বোমাবৰ্ষণ কৰিছে। মাজনিশা হাতীবাগান আৰু দুপৰত খিদিৰপুৰ ডক বোমাত বিধ্বংস হৈ গৈছে। শূন্য হৈ পৰিছে যেন কলিকতা।

দেৱবালাৰ বুকু কঁপে। ৰণুক কোলাত লৈ থাকে। আইমানুহৰ মৃত্যুৱে বুকুৰ মাজত শুই থকা প্ৰদীপক বাৰে বাৰে আঁজুৰিবলৈ ধৰিছে। তেওঁ ৰণুৰ মুখলৈ চায়। ঠিকে আছে ই, তেওঁৰ কোলাত আছে, কিন্তু দীপু?

যাদৱপ্ৰসাদ বাগিচামুৰা হৈছিল। দেৱবালাই জোৰ দি ধৰিলে, আহোঁতে যেনেতেনে দীপুক ছিলঙৰ পৰা লৈ অনা উচিত হ'ব। জানিবলৈ পোৱামতে স্কুলখন বন্ধ হ'বৰ উপক্ৰম ঘটিছে।

দীপু কলিকতা পালেহি আৰু মেলাচকৰৰ ঘৰ শূন্য হৈ পৰিল যেন! বিমলী গ্ৰেপ্তাৰ হ'ল। দুবছৰৰ কাৰাবাস। ক্ষণে ক্ষণে চিগাৰেট হুঁপি থকা হ'ল যাদৱপ্ৰসাদে। অসমলৈ জৱাহৰলাল নেহৰু গ'ল আৰু শিৱসাগৰৰ কালীপ্ৰসাদ স্মৃতি মন্দিৰত বহা ৰাজহুৱা সভাত বক্তৃতা দিলে। ...ক্ষণে ক্ষণে জুইশলা কাঠি মাৰি থকাৰ শব্দ শুনি দেৱবালা পতিৰ ওচৰলৈ আহিল। ওহো, বিষণ্ণ নহয় মানুহজন, তেন্তে কি হৈছে?

কি চিন্তা কৰিছেনো?

এইবাৰ দীঘলকৈ হোঁপা এটা মাৰি ক'লে যাদৱপ্ৰসাদে—

স্মৃতি মন্দিৰৰ ভিতৰচ'ৰাত গৰম বতাহ বৈছে।

মানে? আমাৰ স্মৃতি মন্দিৰত? কেনে বতাহ? সত্যাগ্ৰহীৰ?

জাপানী আক্ৰমণ, ক'লা বজাৰ, চ'ৰা দাম আদিৰ বিৰুদ্ধে যুঁজিবলৈ আমাৰ মানুহে প্ৰশিক্ষণ লৈ আছে, সম্পূৰ্ণ মিলিটেৰী কায়দাৰে।

সোমাইছিল নেকি আপুনি?

খবৰ পাইছো। সময় হ'লে সোমালোহেঁতেন। মেলাচকৰতে থাকিলো। বোৱাৰী এন্ধাৰত আছে, কেৰাচিনৰ নাটনি। পুৰণি কলকব্জা লগাই জেনেৰেটৰ এটা বহুৱাই থৈ আহিছো।

দেৱবালাই একো নামাতিলে। গল্‌ফ ক্লাব ৰোডৰ এই ঘৰত অতিথিৰ সমাগম খুবেই বেছি। সৰহভাগেই আন্দোলনকাৰী। আজি শান্তিনিকেতনৰ উপাচাৰ্য কৃষ্ণ কৃপালনী অহাৰ কথা। দেৱবালা ৰান্ধনিশালত সোমালগৈ।

# সাতাইশ

ৰবীন্দ্ৰনাথ ঠাকুৰে মণিপুৰী নৃত্যক প্ৰথমে বাহিৰলৈ উলিয়াই আনিছিল। শান্তিনিকেতনৰ সংগীতৰ শ্ৰেণীত আইজনীয়ে মণিপুৰী নৃত্য শিকিবলৈ আৰম্ভ কৰিছে। শান্তিনিকেতনৰ উপাচাৰ্য কৃষ্ণ কৃপালনী যাদৱপ্ৰসাদৰ ঘৰলৈ আকৌ আহিল।

পাতনি মেলিলে—

ছোৱালী শান্তিনিকেতনৰ পৰা লৈ আহক চলিহা।

আচৰিত হৈ গ'ল দেৱবালা।

কৃপালনীৰ থালত লুচি এখন দি সুধিয়েই পেলালে—

লৈ আহিম? কিন্তু কিয়?

বিশেষ একো নকওঁ। কিন্তু সিহঁত তাত থাকিলে জনাখিনিও পাহৰি যাব।

হায় হায় কৰি উঠিল দেৱবালাৰ প্ৰাণে।

কবিগুৰুৰ সপোনৰ সৌধ কি ক্ষয়মান?

চলিহা ৰ'লিং মিল পূৰ্ণোদ্যমত চলিব ধৰিছে। চণ্ডীতলা লেনৰ সেই চ'কটোৰ একপ্ৰকাৰ নামকৰণেই হৈ গৈছে— চালিহা বাছ ষ্টপ। ইফালে টালিগঞ্জৰ অন্য এক বাসিন্দা মহেশ ভূএগুৱো গজালৰ কাৰখানা এটা খুলি বহিছে। চলিহাৰ মিলটো সম্প্ৰতি চালি এখনৰ তলত। বনুৱাৰ সংখ্যা তিনিজনৰ পৰা এই বৰ্ষতে বঢ়োৱাৰ প্ৰয়োজন আহি পৰিছে। বিহাৰী বেপাৰীয়ে কেঁচামাল যতনাই দিয়ে, মিলৰ চৌহদতে ৰ'দে-বৰষুণে পৰি ৰয় সেইবোৰ। কিছুদিনৰ আগতে লোহা ঢাকিবলৈকো চালি এখন সজা হৈছে। এফালেৰে লোহা সুমুৱাই দিয়া হয়, মাজৰ উত্তাপত গোটা আকৃতি ধৰা লোহা সিফালেৰে ৰড হৈ ওলাই যায়। খিৰিকীত লগোৱা ৰড।

যাদৱপ্ৰসাদৰ এই ন-ব্যৱসায়ে ঠন ধৰি উঠিল। কৰণ্ডাণীৰ উৎপাদনৰ একাংশও সাঁচো বুলিলে সাঁচিব পৰা অৱস্থা। গোসাঁইবাৰী গুৰুপ্ৰসাদে বনমালীৰ লগতে চোৱা-চিতা কৰি আছে। বিমলী এতিয়াও কাৰাগাৰৰ পৰা মুক্ত হোৱা নাই।

যাদৱপ্ৰসাদে টালিগঞ্জৰ ঘৰৰ দুৱাৰ সকলোৰে কাৰণে মুকলি কৰি ৰাখিছে। আৰতি, কলিকতাৰ অন্নদা চৌধুৰী, অসমৰ জ্যোতিপ্ৰসাদ আগৰৱালা, শংকৰ বৰুৱা, লক্ষ্মীপ্ৰসাদ গোস্বামী আদিয়ে এইখন ঘৰকে আত্মগোপনস্থলীৰূপে বাছি ল'লে। ইফালে জয়প্ৰকাশ নাৰায়ণ, অৰুণা আচফ আলী, আচাৰ্য কৃষ্ণ জে বি কৃপালনী, সুচেতা কৃপালনী, বিষ্ণু ৰাভা, বিষ্ণুপ্ৰসাদ চলিহা আদিৰ বাবেও এই গৃহ মহাতীৰ্থ হৈ উঠিল।

যাদৱপ্ৰসাদৰ ঘৰৰ দুৱাৰ উন্মুক্ত হৈ ৰ'ল।

কিন্তু কেৱল দুৱাৰ খোলা হ'লেই হ'বনে? আশ্ৰয়স্থলীত যদি নাথাকে আদৰণি হাত, তেন্তে তালৈ সহজাগমন ঘটিবনে বিশিষ্টসকলৰ?

এৰা, দেৱবালাই যেন কঁকালত টঙালিহে বান্ধি ল'লে। এইসকল কোন মুহূৰ্তত ওলায়হি, কিমান সময়ৰ বাবে আহে, কোন টলকত ওলাই যাব, তাৰ একো ঠিকনা নাই। কেতিয়াবা কোনোবাজনে 'ভোকত আছো, কিবা এটা মুখত দিয়েই যামগৈ' বুলি কৈও একেৰাহে তিনি- চাৰি ৰাতি কটায়হি। এই সকলোখিনি নিয়ন্ত্ৰণ কৰে দেৱবালাই। ঘৰত এতিয়া ছোৱালীহঁতো আছে, অসমৰ পৰা অন্যান্যসকলো আহি থাকে। কেতিয়াবা ল'ৰা-ছোৱালীক শুই থকা অৱস্থাতো জগাই তেওঁ অন্য কোঠালৈ তুলি লৈ যায়। এইবোৰ চাবলৈ যাদৱপ্ৰসাদৰ আহৰি নাই।

অৰুণা আচফ আলী ওলালহি। আজি তেওঁৰ মূৰত ব্ৰিটিছ মহিলাৰ উইগ। পিন্ধনত নীলা চিফন শাৰী। দেৱবালাৰ চকুত চকু থৈ অনুচ্চ মাতেৰে ক'লে তেওঁঃ

ক্লান্ত হৈ আহিছো।

জিৰণি লওক, আহক। মোৰ বিছনালৈকে আহক।

কোঠাত তেতিয়া আৰতি, আইজনীহঁত। মহিলাগৰাকী ভিতৰলৈ সোমাই আহিল। গা-ধোৱা ঘৰত সোমালহি।

সোমাল নে ওলাল?

তৰ্কিবই নোৱাৰিলে ছোৱালীহঁতে। ক্লান্ত হৈ অহা মানুহগৰাকী চকুৰ পলকতে বিদায় নোলোৱাকৈয়ে অন্তৰ্ধান হৈ গ'ল। জ্যোতিপ্ৰসাদ আগৰৱালা আছিল মহেশ ভূঞাৰ ঘৰত। পুলিচ আহিল আৰু ঘৰ খানাতালাচ কৰি আগৰৱালাক নাপালে যদিও কিতাপ-পত্ৰ আৰু অনেক কাগজ-পাতি উদ্ধাৰ কৰিছে। তাতোকৈ ডাঙৰ কাণ্ড ঘটিল যে পুলিচে মহেশ ভূঞাক গ্ৰেপ্তাৰ কৰি লৈ গ'ল।

কথা কাণত পৰাৰ লগে লগে দেৱবালাই ততাতৈয়াকৈ ঘড়িটো আৰু গাড়ীৰ চাবিপাট হাতত ল'লে। যাদৱপ্ৰসাদ ভিতৰলৈ সোমাই আহো বোলোতেই তেওঁ ওলাই গ'ল ভিতৰৰ পৰা।

এয়া লওক গাড়ীৰ চাবি।

দিয়া।

যিমান পাৰি সোনকালে বতৰাটো বিলাওকগৈ।

নিশা যাদৱপ্ৰসাদক চিন্তিত মনেৰে সুধিলে দেৱবালাই।

সকলোতে খবৰ বিলোৱা হ'লনে?

সুবোধ হাজৰিকা বৈ গৈছে।

পুৱাই যাওক। আকৌ যাওক।

পুৰা যাদৱপ্ৰসাদে অষ্টিন গাড়ীখন উলিয়াই ল'লে। মানুহজনৰ নতুন গাড়ী ক্ৰয়ৰ ক্ষমতা থকা সত্ত্বেও এনেদৰে আওপুৰণি গাড়ী চলাই ফুৰে। এবাৰত কেতিয়াও ষ্টাৰ্ট নহয়। দৈনিক একো একোফালৰ মেৰামতি চলি থাকে। কেতিয়াবাতো এপাট দুৱাৰো নাথাকে। বাটত পৰিচিতজনক পালে উঠাই নিব খুজিলেও নাযায় মানুহ। আজি গাড়ীখনৰ এপাট দুৱাৰ নাই। তেনেকৈয়ে কলুটোলাৰ ওচৰৰ হাৰ্ডিঞ্জ হোষ্টেলত থকা সুবোধ হাজৰিকাক বতৰাটো দিয়েগৈ।

সন্ধ্যা নামি আহিছিল। অচ্যুত পট্টবৰ্ধন, শংকৰ বৰুৱা আৰু জয়প্ৰকাশ নাৰায়ণৰ আগমন ঘটিল। অসমৰ পৰা হেম চন্দ্ৰ বৰুৱাৰ বাৰ্তাবাহক হিচাপে যোৱা লক্ষ্যধৰ চৌধুৰীও আছে। জয়প্ৰকাশ নাৰায়ণৰ সৈতে শংকৰ বৰুৱাৰ গুপুত মেল বহিল। দেৱবালাই লক্ষ্যধৰ চৌধুৰীক দুবাৰো চেঁচাপানীৰ যোগান ধৰিলে। উদ্বিগ্নতাই শুকুৱাইছে অষ্ঠ-কণ্ঠ। আজি একত্ৰিত হোৱা বিপ্লৱীকেইজনৰ মূৰৰ বিনিময়ত চৰকাৰে নগদ টকাৰ পুৰস্কাৰ ঘোষণা কৰি থৈছে। সময়ৰ অলপ হীন-ডেটি হ'লেই কিখন যে নঘটিব!

দ্বিতীয় গিলাচ পানী চৌধুৰীলৈ আগবঢ়াই ক'লে দেৱবালাই—

আজিৰ বৈঠক বেছ গুৰুত্বপূৰ্ণ। শংকৰ বৰুৱা আৰু জয়প্ৰকাশ নাৰায়ণ মুখামুখি হৈছে।

হয়, সেয়েতো গিলাচে গিলাচে পানী।

দেৱবালাই সৌজন্যৰে মিচিকিয়ালে, ক'লে—

একো নহয়। তেওঁলোক অতি সতৰ্ক। নিশ্চিন্ত হওক আপুনি।

দেৱবালা ভিতৰলৈ উভতিল।

চৌধুৰীয়ে কোঠাৰ এচুকৰ মেজত বহি থকা যাদৱপ্ৰসাদৰ ওচৰ পালেগৈ। মিলৰ যাৱতীয় হিচাপ-পত্ৰৰ খাতা খুলি বহি আছে মানুহজন।

ইমান উদ্বেগহীন!

দুহাত দূৰৈত মুখামুখিকৈ বহি আছে দুজনকৈ আত্মগোপনকাৰী বিপ্লৱী, যিকোনো মুহূৰ্ততে পুলিচ ওলাবহি পাৰে, মহেশ ভূঞাৰ দৰে গ্ৰেপ্তাৰ হ'ব পাৰে যাদৱপ্ৰসাদ চলিহা। অথচ তেওঁৰে এনে নিৰ্বিকাৰ ৰূপ? ইমান সাহসৰ অনুভৱ?

প্ৰত্যেক পুৰুষৰ পাছত এগৰাকীকৈ নাৰী থাকে।

হয়, এই কথা সত্য।

সত্য এই কথা যে যাদৱপ্ৰসাদ চলিহাৰ পাছত বৈ আছে তেওঁৰ পত্নী। পাছৰ পৰা কেৱল উৎসাহেই নহয়, যি অহৰহ পতিক যোগাই আহিছে সাহসো।

০ ০ ০ ০ ০ ০ ০

দেৱবালাইঁত মেলাচকৰলৈ আহে। নিকুঞ্জলতা এতিয়াও শয্যাগত।

কৰস্তাণীলৈ যাদৱপ্ৰসাদে দুমাহ থকাকৈ আহিছে। সন্তানকেইটা লৈ দেৱবালাও আহিল।

ল'ৰা-ছোৱালী ডাঙৰ হৈ আহিব ধৰিছে, পোনপটীয়াকৈ স্বাধীনতা সংগ্ৰামত লাগি নাথাকিলেও যাদৱপ্ৰসাদে গুৰি ধৰাৰ দৰে কাৰ্যত ব্যস্ত। কোনদিনা, কি কাৰণত, কি হয়, কোনো ঠিকনা নাই। মানুহজনক অকলে এৰিব নোৱাৰি। বনমালীৰ বঙলা ভলণ্টিয়াৰেৰে ভৰি ৰৈছিল, আজিকালি কৰঙাণীৰ দুৰ্গম পথো অনেকেই অতিক্ৰম কৰিছে, নানানটা কাৰ্যপন্থা বিয়পি পৰিছে অৰণ্যৰ মাজৰ সেই সেউজীয়া মানুহবোৰৰ মাজত।

শাহুৱেক নিকুঞ্জলতা আজি উঠি বহিছে। পিঠিত ৰ'দ পৰাকৈ মানুহগৰাকীক চকী এখনত বহাত সহায় কৰাৰ পাছত দেৱবালাই তেওঁৰ চৰণ স্পৰ্শ কৰিলে।

নিকুঞ্জলতাই ধীৰ মাতে উচ্চাৰিলে—

ঈশ্বৰে আটাইৰে মংগল কৰক।

দেৱবালাই ওৰণি টানি ওলাই আহিল।

ওলাই আহিল পতিৰ পাছে পাছে কৰঙাণীলৈ বুলি।

নিকুঞ্জলতাই মন কৰিলে লখিমীৰ মাকৰ খোজত গম্ভীৰতা আহি পৰিছে। তাৰ পিছমুহূৰ্ততে তেওঁৰ মুখ পোহৰ হৈ উঠিল। সৌ সিদিনালৈকে মূৰৰ কাপোৰ থানথিত লগাব নজনা ছোৱালী আছিল এইজনী, পখিলা এজনীৰ দৰে সৰু সৰুবোৰৰ লগত উৰি ফুৰিছিল। অথচ আজি কিমান পৰিবৰ্তন!

০ ০ ০ ০ ০ ০ ০

দুৰ্গাপূজা ওচৰ চাপিছিল। গুৰুপ্ৰসাদ আৰু বিমলীৰ সংসাৰ বাঢ়িছিল যদিও ঘৰখন পূৰ্বৰ দৰে ভৰি উঠিব নোৱাৰিলে এইবাৰ। মহাসমৰে সকলোফালে ত্ৰাস বিয়পাইছে।

দেৱবালাহঁত কৰঙাণীলৈ উভতিল। সীতানাথ বৰবৰাৰ পৰিয়ালো আছেহি। জাপানীৰ বোমাবৰ্ষণৰ ত্ৰাসত যোৰহাটহে নালাগে বহু ঠাই জনশূন্য হৈ পৰিছে। ঘৰ এৰি যেনিতেনি আশ্ৰয় লৈছেগৈ মানুহবোৰে। কৰঙাণীৰ বঙলাত পাঁচটা কোঠা, পৃথকে ৰান্ধনিশাল। তথাপি আলহীলৈ কোঠাৰ নাটনি হোৱাত যাদৱপ্ৰসাদে আৰু এক সুকীয়া গৃহ নিৰ্মাণ কৰোৱালে।

...ধীৰে ধীৰে সকলোবোৰ শাম কাটিল। দেৱবালাহঁত উভতিল কলিকতালৈ। আইজনী, ৰণু লগতে থাকে। দীপুও কলিকতাত। ৰুবী-অৰুণ গুৱাহাটীৰ ঘৰত আৰু লখিমী বেনাৰসত।

দেৱবালাৰ গতানুগতিক জীৱন চলিবলৈ ধৰে। ঘৰখন আগতকৈও বেছিকৈ ভৰি থাকে। এইবাৰ ঘৰটো সলনি কৰি ওচৰৰে অন্য এটাত সোমাইছেহি তেওঁলোক। জ্যোতিপ্ৰসাদ আগৰৱালাৰ শৰীৰ প্ৰায়ে অসুস্থ হৈ থাকে। আজিকালি তেৰোঁ এই গৃহৰে অন্যতম বাসিন্দা। আলহী বুলিবলৈ কোনেও নিবিচাৰে। ৰণুতো তেওঁৰ ছাঁ হৈয়ে

থাকে। উমেশ বৰুৱাৰ ঘৰত কিছুদিন থকাৰ পাছত এয়া জ্যোতিপ্ৰসাদ ইয়ালৈ আহিছে। প্ৰায়ে সন্ধিয়াহে তেওঁ বাটলৈ ওলাব পাৰে। আত্মগোপন কৰাটো এতিয়া একপ্ৰকাৰ অভ্যাসৰ দৰে হৈ উঠিছে তেওঁৰ বাবে। তথাপি ওলাই গ'লেই টফি দুটামান নিকিনাকৈ আহিব নোৱাৰে। ৰণু ছাঁ হৈ লাগি থাকে। জ্যোতিয়ে কলম খুলি বহিল। ৰণুৰ বাবে ৰচনা কৰি উলিয়ালে 'কম্পুৰ ৰামায়ণ'।

দেৱবালাৰ ব্যস্ততা দিনকদিনে বাঢ়ি গৈছে। তাৰ মাজতো তেওঁ সময় মিলাই চলিহাৰ আলপৈচান ধৰে। এই কৰ্মত এক সুকীয়া আনন্দ আছে। তৃপ্তি আছে। ৰন্ধা-বঢ়াত হাত উজোৱা মানুহ আছে, তথাপি নিজে ইটো-সিটো কৰি থাকে। আগতকৈও মুক্তিযুঁজাৰুসকলৰ সংখ্যা বাঢ়িছে, প্ৰত্যেকৰে বাবে খোৱা-বোৱাৰ তদাৰক কৰে। ঘূৰি ঘূৰি কাম কৰে দেৱবালাই। নিজৰ ভাই-ভনীহঁতকৈও এইসকল মানুহ অতিকৈ আপোন হৈ আহিছে, ওচৰ চাপি আহিছে। হাতযোৰ কৰি নিৰিবিলি সময়ত এই মানুহৰ মংগলৰ বাবেই দেৱবালাই চকু মুদি উচ্চাৰণ কৰে— কৃষ্ণ!

ইমান ব্যস্ততাৰ মাজতো দেৱবালাই সময় উলিয়ায় চেতাৰবাদনৰ বাবে। বেহেলাবাদনৰ বাবে। কলিকতাৰ আকাশবাণী কেন্দ্ৰই আধাঘণ্টাৰ বাবে অসমীয়া অনুষ্ঠান এটা প্ৰচাৰৰ ব্যৱস্থা আৰম্ভ কৰিছে। পুৰুষোত্তম দাস আৰু কমল নাৰায়ণ চৌধুৰী দুদিনো আহি গৈছে, দেৱবালাই অনুষ্ঠান চলোৱাত সহায় কৰিব লাগে।

এটি প্ৰাচীন সুগন্ধিৰে ভৰি পৰিল দেৱবালাৰ ভিতৰ-বাহিৰ। আকৌ যেন তেওঁ ডায়'চেছনৰ মঞ্চলৈ উঠি গৈছে দুদলীয়া বেণী গুঁথি। তেওঁৰ কিশোৰী হাতে সৃষ্টি কৰিছে সুৰৰ মায়া চেতাৰৰ মাজেৰে তেওঁৰ ভিতৰত দোলনি উঠিছে বেহেলাৰ আন্দোলিত লয়ৰ সৈতে...।

দেৱবালাই জীয়েকহঁতৰ মুখলৈ চালে। ইহঁতৰ প্ৰতিখন মুখেই যে একো একোখন স্বচ্ছ দাপোণ। য'ত প্ৰতিবিম্বিত হৈছে তেওঁৰে মুখচ্ছবি।

পুৰুষোত্তম দাসে সংগীতালেখ্য ৰচনা কৰিছে। কথাৰ মাজে মাজে ৰজিতা খাই পৰাকৈ গীতো ৰচনা কৰিছে।

মজিয়াত দলিচা পাৰি বহিল দেৱবালা। হাৰমনিয়ামৰ ৰীডত হাত থৈ পুৰুষোত্তম দাস। দেৱবালাৰ আশে-পাশে ছোৱালীহঁত। কাষৰ চকীত দীননাথ শৰ্মা আৰু কমলনাৰায়ণ চৌধুৰী।

পুৰুষোত্তম দাসৰ সুৰত কণ্ঠ ঢালিলে দেৱবালাই—

মোৰ হিয়াৰ কহিনুৰ
হেৰুৱালি অই
কৰে বাটৰুৱা তই...।

০ ০ ০ ০ ০ ০ ০

হঠাৎ বিষ্ণু ৰাভা। দেৱবালাই নিজেই ইটো-সিটো ব্যঞ্জন পৰিৱেশন কৰিবলৈ লাগি গ'ল। দিনৰ বেলিকা যাদৱপ্ৰসাদে লঘু আহাৰ কৰে। বিষ্ণু ৰাভাই আনন্দ পাই যাদৱপ্ৰসাদৰ ভাগটোও মোৰেই বুলি খোৱাত মন দিলে। জ্যোতিপ্ৰসাদ এই গৃহৰ পুৰণি মানুহ। এতিয়া একে পৰ্যায়ৰ তেনে অন্য এক ৰত্নৰ আগমন ঘটাত স্বাভাৱিকতে ঘৰখন আনন্দমুখৰ হৈ উঠিল। তাৰাপ্ৰসাদৰ জীয়ৰী আৰতিয়ে এছৰাজ বজায়, নৃত্যতো নিপুণ। তেওঁ আইজনীক নৃত্য শিকাইছিল। এতিয়া বিষ্ণু ৰাভাক দেৱবালাই সেই কথা কোৱাত সৰু সৰু চকু দুটি হাঁহিৰে ঢাকি মানুহজন চকীৰ পৰা উঠিল।

নাচ শিকালে আইজনীক—

পৰ্বতীয়া হাবি লৰেচৰে
তটিনী লাহেকৈ সঁহাৰি দিলে ঐ
আলফুলকৈ মালতী চালি ধৰে...।

ইফালে কলিকতাৰ এ এছ এল ক্লাবৰ যাদৱপ্ৰসাদ প্ৰেছিডেণ্ট আৰু দেৱবালা অনুষ্ঠান কাৰ্যনিৰ্বাহক। ব'হাগ বিহুৰ সাংস্কৃতিক অনুষ্ঠান। ইউনিভাৰ্ছিটিৰ ডাঙৰ হলত এই অনুষ্ঠান।

মাঘ বিহু আহিল। সাধাৰণতে কলিকতাৰ পৰা বাহিৰৰ কাৰোবাৰ বাগানবাৰীত, নহ'লে বোটানিকেল গাৰ্ডেনত সকলোখিনি কলিকতাবাসী অসমীয়াই মিলিজুলি এসাঁজ খায়। আনন্দ কৰে। বিহুৰ দুদিনমান আগৰ পৰাই যাদৱপ্ৰসাদ দেৱবালাৰ গাত তৎ নোহোৱা অৱস্থা। যেন ঘৰত বিয়াৰহে আয়োজন।

দেৱবালাই ক'লে—

এইবাৰ হলিৰাম ডেকাৰ পৰিবাৰে ঘিলাপিঠাখিনি আনো বুলিছিল, মই ক'লো—হ'ব দিয়কচোন।

যাদৱপ্ৰসাদে গাৰুত মূৰ থৈয়ে আঁঠুৱা খুঁচি থকা দেৱবালালৈ চাই ৰ'ল। বৰ খৰকৈ চলে দেৱবালাৰ হাত। কামো একেবাৰে নিখুঁত। যি কামেই নকৰক কিয় একেবাৰতে হ'ব লাগিব, শেষ নোহোৱালৈকে ৰক্ষা নাই। লাগিয়ে থাকিব। ইফালে সমানে চলি থাকে মুখৰ গুণ্‌গুণ্... গুণ্‌গুণ্...। পত্নীৰ এনে আত্মমগ্ন স্বভাৱে সুখবৰ্ধন কৰে যাদৱপ্ৰসাদৰ।

দেৱবালাৰ আঁঠুৱা খোঁচা শেষ হৈছিল। ঠাইতে আঁঠু কাঢ়ি বহি তেওঁ এইবাৰ আধাখহা খোপাটো দুয়োহাতেৰে টানি বান্ধিবলৈ ধৰিলে।

পত্নীৰ মুখলৈ চাই যাদৱপ্ৰসাদে ক'লে—

এইবাৰ বোটানিকেল গাৰ্ডেনৰ খেলা-ধূলাৰ দায়িত্ব শৰৎ দাসক দিছো।

কোন শৰৎ দাস?

গোবৰ দাসক চিনি নোপোৱা?

গোবৰ দাস? সেইটো কি ধৰণৰ নাম?

ধুনীয়া নাম। পাবলৈকে নাই এনে নাম। মোহনবাগানৰ বিখ্যাত খেলুৱৈ।

আমি নেখেলিম নেকি তাৰমানে?

দিয়ে যদি খেলিবা।

কি দিয়ে যদি? ইচ্ ইমানবোৰ যোগাৰ-যাতি কৰিছো, টেকেলিভণ্ডা, ৰছী টনা নেখেলিম নেকি বাৰু?

যাদৱপ্ৰসাদে আমোদ অনুভৱ কৰিলে। এনে অৱস্থাত পৰিলেও চিগাৰেট এটা হুঁপিবলৈ মন যায় তেওঁৰ।

বেনাৰসৰ পৰা লখিমী কলিকতালৈ ঘূৰি আহিল সম্পূৰ্ণ দুবছৰৰ পাছত। ইফালে কৰঙাণীৰ দায়িত্ব ফুনুৱে কাহানিবাই এৰিছিল। চাৰি-পাঁচ বছৰ হৈ গৈছে। সম্প্ৰতি তেওঁ সুন্দৰপুৰ আৰু আইদেউ পুখুৰী বাগিচা দুখন ককাইদেৱক প্ৰফুল্ল বৰুৱাৰ সৈতে চলাই আছে। যাদৱপ্ৰসাদৰ ৰ'লিং মিল পূৰ্ণোদ্যমে চলি আছে। লোহাৰ ৰডৰ বজাৰ চাহিদা আছে। মিলৰ কোটাত যিখিনি চাউল পোৱা যায় যাদৱপ্ৰসাদে আনি গলিৰ দৰিদ্ৰৰ মাজত বিলাই দিয়ে। দেৱবালাই পতিৰ মহানুভৱতা উপলব্ধি কৰে মাথোন। কোনোধৰণৰ মন্তব্য প্ৰকাশ নকৰে। তেওঁ কেৱল মিললৈ অহা কেঁচামালৰ খবৰ লয়। বাৰ্ণপুৰৰ পৰা গংগাৰ পাৰৰ কেঁচামাল শালিমাৰ ৰে'লৱে য়াৰ্ডত সোমায়হি। ইয়াত কেইবাটাও ওৱেৰহাউছ আছে। ওৱেৰহাউছৰ পৰা লৰীৰে বোজাই কৰি সেইবোৰ চালতা বাগানলৈ অনা হয়। আৰু চালতা বাগানৰ বিহাৰীৰ পৰা কেঁচামাল ক্ৰয় কৰে ৰ'লিং মিলে।

গুণ্‌গুণ্‌কৈ ৰবীন্দ্ৰ সংগীত গুণ্‌গুণাই দেৱবালাই উল গুঁঠিবলৈ ধৰে। বুকুৰ মাজৰ পৰা ননীয়ে অকণ অকণ হাত-ভৰিবোৰ লৰাব। আৰু প্ৰদীপ? যাদৱপ্ৰসাদে কামজাৰিলৈ যোৱা ঘোঁৰাটোৰ বাবে সি এটা কাঠৰ ঘৰ সাজিব খুজিছিল। দেৱবালাই এইমাত্ৰই গুঁথি শেষ কৰা ছুৱেটাৰটো জোৰকৈ তাৰ মূৰেৰে সুমুৱাই দিছিল। ঠাণ্ডা লগাৰ কথা কৈছিল। সি কৈছিল— ঘোঁৰা, কুকুৰ, গৰু ঘৰত দেখা আটাইকেইটা জন্তুৰো ঠাণ্ডা লগাৰ কথা।

ইমান অনুভৱী সত্তা এনেদৰে গুচি যাব পাৰেনে? দুয়ো চকু বাষ্পাকুল হৈ আহে দেৱবালাৰ।

# আঠাইশ

১৯৪৫ চন। লৰ্ড ৱাভেলে কংগ্ৰেছৰ অনুষ্ঠানৰ ওপৰত আৰোপিত হৈ থকা বে-আইনী শব্দটো উঠাই ল'লে আৰু কাৰাবন্দীসকলক মুকলি কৰি দিলে। প্ৰাদেশিক বিধান সভাও ভংগ কৰিলে। ফলত নতুন বিধান সভা গঠনৰ বাবে নিৰ্বাচনৰ প্ৰয়োজন আহি পৰিল।

বিমলীৰ সিৰাই সিৰাই উত্তাল তেজৰ দগ্‌মগ্। এই সকলোবোৰ কথা-কাণ্ড লক্ষ্য কৰি থকা দেৱবালাই তাৰাপ্ৰসাদ আৰু গুৰুপ্ৰসাদৰ মুখলৈ চালে। তাৰপাছত পতিৰ মুখলৈও। এনে লাগিবলৈ ধৰিছে আজিকালি, দেশ বা জাতিসেৱা, অথবা দৰ্শনপুষ্ট চিন্তাৰে অধ্যাত্মবাদ পদ্ধতি পালন কৰিবলৈ গৈ যেন এই চাৰি ভাতৃৰ ব্যক্তিগত সংসাৰবোৰ অলপ হ'লেও সোঁলোক-ঢোলোক হৈ পৰিছে।

কিয় এনে লাগিছে?

এনে হোৱা উচিত আছিলনে?

চাৰি ভাতৃৰ মাজত অনেক ভূ-সম্পত্তি থকাৰ উপৰিও দেখদেখকৈ চাহবাগিচাকেইখনো আছে। ঘৰ আছে, ল'ৰা-ছোৱালীৰে ভৰা সংসাৰ আছে, এইবোৰেৰে সুখী হ'ব নোৱাৰেনে মানুহ? জীৱিকাৰ লগতে প্ৰতিটো সন্তানক সু-নাগৰিক হিচাপে গঢ়ি তোলাত গুৰুত্ব দিয়া উচিত। হয়, শিল্প-সংস্কৃতি আৰু দেশপ্ৰেম এইবোৰৰ সমান্তৰালভাৱে মানুহে নিজা গৃহস্থীৰ আন্তঃগাঁথনিৰ প্ৰতিও মনোযোগী হোৱা উচিত।

কোনো কাৰণতে যাদৱপ্ৰসাদে দেশৰ-জনতাৰ নেতৃত্ব দিয়াটো নিবিচাৰে দেৱবালাই।

হয়, যাদৱপ্ৰসাদ এজন সেৱক হৈয়ে ৰওক। জনতাৰ সেৱক, দেশমাতৃৰ সেৱক। নেতৃত্বৰ বাবে আন মানুহ ওলাই যাব। কিন্তু যাদৱপ্ৰসাদ সেইজন হ'ব নোৱাৰে। ঘৰ-পৰিয়াল সোলোক-ঢোলোক হ'বলৈ ধৰিছে, মৃত্যুৱে ইজনৰ পাছত সিজনকৈ চোঁচৰাই নি ম্ৰিয়মাণ কৰি ৰাখিছে পৰিয়ালটোক; এইবোৰৰ গুৰি ধৰিব কোনে?

দেৱবালাই এৰি নিদিয়ে যাদৱপ্ৰসাদক। উদাসীন হ'বলৈ নিদিয়ে।

যাদৱপ্ৰসাদৰ চুলিৰ গুৰিত জবাকুসুম তেলেৰে দেৱবালাই মালিচ দি গ'ল। যাদৱপ্ৰসাদে চিগাৰেট হুঁপিবলৈ এৰা নাই। মূৰৰ মালিচে দিয়া আমেজে চকুযুৰি মুদ খুৱাই পেলাব খুজিছে। হাতৰ চিগাৰেট হাততে লৈ তেওঁ এই আমেজ উপলব্ধি কৰি গ'ল। আৰু দেৱবালা? কি ভাবিছে তেওঁ? পতিৰ কাষত থাকিও যেন অনেক দূৰৈত।

বৰমাই।

হুঁ?

আজি দেখোন গান নাই?

মই এটা কথা ভাবিছো।

এৰা, এনেই ইমান নিশ্চুপ হৈ থাকেনে দেৱবালা? দেৱবালাৰ এনে নিশ্চুপ ৰূপে যাদৱপ্ৰসাদক উদ্বিগ্নতাত ভোগায়। অহ্ দেৱবালাই কিবা এটা ভাবি আছে; এই কথাই মানুহজনক আশ্বস্ত কৰি তুলিলে। চকু মুদা অৱস্থাৰেই সুধিলে তেওঁ—

কি কথা?

কৰণ্ডাণীৰ লগতে আৰু বাগিচা বহলোৱাৰ কথা কৈছিল।

কি কৰো কোৱা? আজিজুৰ ৰহমানে বাগিচা বেচাৰ একপ্ৰকাৰ দৃঢ় সিদ্ধান্ত লৈ পেলাইছে।

কৰিমবাগ-আজিজবাগ, দুয়োখন?

ওঁ। কৰিমবাগৰ বাগিচাৰ বন্দবস্তি হৈ গৈছে।

তেন্তে আমি কিয় বৈ আছো? আজিজবাগো যায়হে দেখিগৈ। কথা পাতক আপুনি...।

দাম বঢ়াই কোৱা যেন লাগিছে...।

কিমান?

তিনি লক্ষৰ ওচৰা-ওচৰি হ'ব।

তথাপি আপুনি কথা পাতক। হাতলৈ অহা লক্ষ্মী, ভৰিৰে ঠেলা নাযায়।

যাদৱপ্ৰসাদ মনে মনে হিচাপ-নিকাচত ব্যস্ত হ'ল। কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত লখিমীয়ে বি এ পাছ কৰি ওলাইছে। কিছুদিন গুৱাহাটীৰ ককাক-আইতাকৰ ঘৰত আছিলগৈ। এতিয়া মাণিকৰ লগত দুমাহৰ পাছত বিয়া। অৰ্থাৎ সমুখত খৰচৰ অংক।

তথাপি যাদৱপ্ৰসাদে আজিজুৰ ৰহমানৰ পৰা আজিজবাগ বাগিচাখন ক্ৰয় কৰিলে। দুই লাখ নবৈ হাজাৰ টকাৰ মূল্য। কুমীল্লা বেংকত আটাইবোৰ কাম সামাধা কৰাৰ অন্তত মালিকপক্ষই যাদৱপ্ৰসাদৰ ওচৰত অনুৰোধ ৰাখিলে—

কৰিমবাগৰ নাম নতুন মালিকে সলনি কৰিছে চলিহাদেউ! সৰোজিনী ৰাখিছে। এতিয়া আপোনাৰ ওচৰত মোৰ এটাই অনুৰোধ, এই বাগিচাৰ নাম যাতে সলনি নহয়।

যাদৱপ্ৰসাদে একো প্ৰতিক্ৰিয়া নেদেখুৱালে।

হ'ব, এই বাগিচাৰ নাম আজিজবাগেই হৈ ৰওক।

লখিমীৰ বিয়া হৈ গ'ল। মাণিক আমেৰিকান সৈন্যবাহিনীৰে এজন হিচাপে ভাৰতলৈ আহিছিল। ইয়াত আহি মেলেৰিয়াত ভোগাৰ কাৰণে অসমৰ পৰা তেওঁ কলিকতালৈ

আহিল। আৰোগ্য প্ৰাপ্তিৰ পাছত বিয়া পাতিলে। সকলোৰে লখিমীহঁত কলিকতাতে বৈ যোৱাটো বিচাৰিছিল, কিন্তু মাণিকক আমেৰিকাই মাতি পঠিয়ালে।

যাদৱপ্ৰসাদ চিন্তাত পৰিল। জোঁৱাইৰ লগতে জীয়ৰীও যাবগৈ। ইমানদূৰলৈ যাবগৈ লখিমী?

দেৱবালাই ক'লে—

মানুহ গৈয়ে আছে, কি যে ভাবে আপুনি! আজিকালি আমেৰিকা যাবলৈনো কত বেলি, মন গ'লে নিজেও যাবগৈ পাৰে। মানুহে আশা কৰে, নিজৰ সন্তানক বিদেশলৈ পঠিওৱাৰ চিন্তা কৰে।

যাদৱপ্ৰসাদে নীৰৱে শুনি ৰয়।

দেৱবালাও মনে মনে থাকে।

কোনে নাজানে হাকিম বিষ্ণুপ্ৰসাদ দুৱৰাৰ পুত্ৰ হেমেন্দ্ৰ লণ্ডনৰ পৰা স্বদেশলৈ উভতি আহোতে বাটতে যে নোহোৱা হৈ গৈছিল। মাজসমুদ্ৰত জাহাজ ডুবি নিৰুদ্দেশ হৈ গৈছিল হেমেন্দ্ৰ। দ্বিতীয় মহাসমৰৰ বিভীষিকাময় সময়েৰে আচ্ছন্ন চৌপাশ তেতিয়া।

অৱশেষত লখিমী জোঁৱাই মাণিকৰ লগত আমেৰিকালৈ গ'লগৈ। আগবঢ়াবলৈ গুৱাহাটীৰ পৰা আহিল পৰিবাৰসহ বিষ্ণুপ্ৰসাদ দুৱৰা নিজে।

লখিমীক বিদায় জনোৱা মানুহেৰে ঘৰ ভৰি উঠিছিল। যাদৱপ্ৰসাদক বেজাৰে আবৰি ধৰিলে। মানুহজনৰ মুখলৈ মূৰ তুলি নোচোৱাকৈয়ে দেৱবালাই পিতৃ বিষ্ণুপ্ৰসাদৰ হৃদয়ৰ বাৰ্তা পতিৰ হৃদয়তো প্ৰতিবিম্বিত হোৱা দেখিলে। ১৯২৪ চনত দেৱবালাক জোঁৱাইৰ সৈতে বিদায় দিয়াৰ পাছত বিষ্ণুপ্ৰসাদ দুৱৰাৰ হৃদয়ত বিষাদৰ যি তুমুল আলোড়ন উঠিছিল, তাক আনন্দেৰে ঢাকিব খুজি যি মিশ্ৰিত অনুভৱত ডুবাইছিল মানুহজনক, আজি যাদৱপ্ৰসাদো আক্ৰান্ত সেই মিশ্ৰিত অনুভৱেৰে।

খিৰিকীৰ গ্ৰীলত দুহাতেৰে মুঠিয়াই ধৰিলে দেৱবালাই—

হে কৃষ্ণ, তুমি সকলো দেখি আছা, যুগ-যুগান্তৰ ধৰি খেলি আছা এনে খেলা, মোক ধৈৰ্য দিয়া, স্থিৰতা দিয়া। নিজৰ জন্মৰ বেলাৰ পৰা মাতৃশক্তিৰ প্ৰতি তোমাৰ যি খেলা, সেয়াতো মই জানো। বুজো দৈৱকীৰ যাতনা আৰু যশোদাৰ আনন্দ। এই দুই অনুভৱৰ মিশ্ৰণত ডুবিছো ময়ো স্বাভাৱিকভাৱে গ্ৰহণ কৰিবলৈ সহায় কৰা। আৰু তিনিজনীকৈ কন্যা বিদায় দিব পৰাকৈ শক্তি প্ৰদান কৰা মোক।

০ ০ ০ ০ ০ ০ ০

আজিজবাগৰ মাটিকালি কৰণ্ডাণীতকৈ বেছি। তথাপি কৰণ্ডাণীৰ কৰ্মীসকলেই আজিজবাগৰ অফিচৰ কাম-কাজত হাত আগবঢ়াই দিলে। যাদৱপ্ৰসাদৰ আহৰি নোহোৱা

হ'ল। টালিগঞ্জৰ গল্‌ফ ক্লাব ৰ'ডত সদ্যহতে ঘৰ এটাও ক্রয় কৰিছে শেষপ্ৰকাশ মল্লিকৰ পৰা। সমুখত পি এন ৰায়ৰ ফিল্ম ছাৰ্ভিচ লেব'ৰেটৰী। দুমহলীয়া ঘৰ। ওপৰ মহলাত ৰায় বাস কৰে। অবিবাহিত, সুন্দৰ কান্তিৰ এই মানুহজনৰ অভিনেত্ৰী লীলা দেশাইৰ প্ৰতি সম্ভাৱ থকাৰ কথা সকলোৱে জানে। কিন্তু এনেবোৰ কথাই যাদৱপ্ৰসাদ-দেৱবালাৰ ওপৰত কোনো প্ৰভাৱ পেলাব নোৱাৰিলে। অত্যন্ত সহজ খোজেৰে ৰায় যাদৱপ্ৰসাদৰ ঘৰলৈ আহে। গল্‌ফ ক্লাব ৰ'ডৰ পি. ২১। এই গৃহত পূৰ্বতে বিশিষ্ট অভিনেত্ৰী চিত্ৰা দেৱীয়ে বাস কৰিছিল, এতিয়া পৰিয়াল লৈ যাদৱপ্ৰসাদ থাকে। ঘৰখনৰ দুৱাৰ আলহী-অতিথিৰ বাবে অহৰহ খোলা থাকে। যাদৱপ্ৰসাদৰ ঘৰত জিৰাবলৈ আহৰি নাথাকে। যিমান সময় কলিকতাৰ ৰ'লিং মিল আৰু অন্যান্য অনুষ্ঠানত কটায়, তাতোকৈ বেছি সময় কটাবলগা হয় বাগিচাত। কৰণ্ডাণীৰ লগতে এতিয়া আজিজবাগৰো তদাৰকত অনেক পৰিশ্ৰম কৰিবলগা হৈছে। ঘৰলৈ অহা সকলোৰে সোধা-পোছাৰ দায়িত্বৰ পৰা আৰম্ভ কৰি সংসাৰৰ খুটিটি দেৱবালাৰ অধীনত। লখিমীৰ বিয়া হৈ গৈছে, ৰুবী আশুতোষ কলেজলৈ গৈছে, দীপু চেণ্ট জেভিয়াৰ্ছত, অকণুৱে গুৱাহাটীত পঢ়ি আছে, আইজনী কলিকতাৰে বেলতলা গাৰ্লছ হাইস্কুলত আৰু ৰণু ছিলঙৰ চেণ্ট এড্‌মাণ্ডছত। সৰ্বোপৰি ঘৰৰ মূল মানুহৰ অসম-কলিকতা অহা-যোৱা। এই সকলোবোৰ কাৰ্য পৰিপাট্যৰে নিয়ন্ত্ৰণ কৰে দেৱবালাই। টকা-পইচাৰ হিচাপৰ পৰা আৰম্ভ কৰি সকলোৰে সাজ-পোছাক, স্বাস্থ্য, মানসিক উৎকৰ্ষ সাধন তথা শিক্ষাৰ প্ৰতি ধাউতি বঢ়োৱা— এই সকলোতে দেৱবালাৰ তীক্ষ্ণ চকু।

যাদৱপ্ৰসাদে আৰাম অনুভৱ কৰে। ইটোৰ পাছত সিটোকৈ চিগাৰেট হুঁপি হুঁপি ভাবিবলৈ ধৰে তেওঁ অসমীয়াৰ জাতীয় জীৱনৰ কথা। কিদৰে ডেকাইঁতক কৰ্মমুখী কৰি তুলিব পাৰি, কিদৰে নতুন নতুন যন্ত্ৰ উদ্ভাৱনেৰে বিভিন্ন কাম উজু কৰি তুলিব পাৰি, কিদৰে ভলণ্টিয়াৰহঁতক থানথিত লগোৱা যায়। এনেবোৰ ভাবনাৰে ভৰি থাকে যাদৱপ্ৰসাদৰ চিন্তাজগতখন।

কৰণ্ডাণীৰ বঙলালৈ বিমলী সোমাই আহে। শিৱসাগৰৰ পশ্চিম সমষ্টিৰ পৰা বিধান সভালৈ ৰাইজে নিৰ্বাচন কৰি পঠাইছে তেওঁক। এতিয়া এই ১৯৪৬ চনত তেওঁক পাৰ্লামেণ্টৰী চেক্ৰেটৰীৰ লগতে সমবায় আৰু গ্ৰামোন্নয়নৰ দায়িত্ব ভাৰ তেওঁৰ ওপৰত ন্যস্ত কৰা হৈছে। কাপোৰৰ সমবায় ব্যৱসায়লৈ গুৰুত্ব দিছে কিন্তু আশা কৰা ধৰণে সফল হ'ব পৰা নাই।

যাদৱপ্ৰসাদে চকীৰ পিছফালে থিয় হৈ ৰোৱা নুমলীয়া ভাতৃক ক'লে—

যেতিয়ালৈকে বেংক আৰু ইঞ্জিওৰেঞ্চ কি, পাত পাতকৈ আমাৰ মানুহক বুজাব নোৱাৰা, তেতিয়ালৈকে সমবায় বেপাৰত হেঙাৰ আহি থাকিবই।

বিমলী তলমূৰকৈ ৰ'ল।

পূৰণি ব্যৱসায়ী চক্ৰটোৱে কেৱল নিজৰ লাভৰ কথা ভাবি বাৰে বাৰে সমবায় আঁচনিত বাধাৰ সৃষ্টি কৰি আহিছে।

যাদৱপ্ৰসাদৰ কণ্ঠ এইবাৰ কোমল—

সফলতাৰ বাবে ধৈৰ্য লাগে, সুচাৰু আঁচনি লাগে। দুদিন মনে মনে থাকি সকলোবোৰ লক্ষ্য কৰা, গম পাবা কেনি সুৰুঙা ৰৈ গৈছে।

এইবাৰ বিমলীয়ে ওপৰলৈ মূৰ তুলিলে।

ভিতৰত আহাৰ প্ৰস্তুত কৰা হৈছিল। দুয়ো ভাতৃ খোৱা পাতত বহিলগৈ।

এই একেটা সময়তে কলিকতাত উদ্বিগ্ন হৈ পৰিল দেৱবালা। কলিকতালৈ মাজে-সময়ে নানানটা কাম লৈ বনমালীৰ পৰা গুৰুপ্ৰসাদ আহি থাকে। ভাৰাঘৰ এটা লৈ থৈছে। দিনকদিনে ভাবুক হৈ গৈ থকা মানুহজনে দৈনিক তন্ত্ৰ সাধনাত অনেক সময় লগোৱাৰ কথা সকলোৱে জানে। এইবাৰ কি জানো হ'ল, মূৰ্ছিত হৈ উপাসনাথলীতে পৰি ৰৈছে গুৰুপ্ৰসাদ। যোৱা-থোৱা অৱস্থা।

হাহাকাৰ লাগিল দেৱবালাৰ।

কাৰো সৈতে পতা ন্নাযায় এই কথা। এটা জীৱনে বিচৰা সকলোখিনি পোৱাৰ পাছতো কি হৈ যায় মানুহৰ জীৱন?

পত্নীৰ মৃত্যু, কন্যাৰ মৃত্যু— এইবোৰেৰে জহি-খহি পৰিছে তাৰাপ্ৰসাদ। ব্যস্ততাৰে দিন পাৰ হৈছে যাদৱপ্ৰসাদৰ। বিমলীও ব্যস্ত দেশসেৱাত। সকলোৰে সংসাৰ আছে, ঘৰ আছে, ব্যস্ততা আছে। বনমালী-গোসাঁইবাৰী লৈ ব্যস্ততা গুৰুপ্ৰসাদৰো। অহ্, তেন্তে কোন সুৰুঙাৰে সোমাই আছে চলিহা পৰিয়াললৈ এনে দুৰ্যোগ? হেৰাই যায় মাখনী, হেৰাই যাব খোজে গুৰুপ্ৰসাদ!

বেলকনিত আমন-জিমনকৈ ৰৈ থাকে দেৱবালা। সমুখৰ গৃহৰ পৰা পি এন ৰায়ে দেখে সদা প্ৰফুল্লমনা এই ভদ্ৰমহিলাৰ আজি মলিন মুখ।

তেওঁ সহজ খোজেৰে গেট খুলি সোমাই আহে। ৰায়চাহাব স্বল্পভাষী মানুহ, পাতিব কি কথা? সুধিবই বা কি?

দেৱবালাই চাহ-জলপান আনিলে। মুখামুখিকৈ বহিল।

আলহী নীৰৱ। দেৱবালাও।

কোনোবাই বৈঠকখানাৰ এচুকৰ মেজ এখনত পাতি ৰখা দবা এখন আধাখেলি এৰি থৈ গৈছিল। দেৱবালাই তাৰে গুটি এটা এঘৰ আগুৱাই দিলে। ৰায়ে চাহৰ পিয়লা হাতত লৈ চাই আছিল। খন্তেক চায়ে ৰ'ল। তাৰপাছত এখন চোফা এৰি ইখনত বহিলহি। দবাখনৰ ওচৰত। তাৰপাছত চাল আগবঢ়াই দিলে। তাৰপাছত দেৱবালাই। তাৰপাছত আকৌ ৰায়ে। আকৌ দেৱবালাই।

সন্ধ্যা নামো নামো কৰিছিল। আকাশত কাঁড় এপাটৰ আকৃতিৰে ঘৰমুৱা হৈছিল অনেক পখী। ৰাস্তাৰ লাইট কিছুমান জ্বলি উঠাৰ সময় হৈছিল।

দেৱবালাই লাহেকৈ সুধিলে—

সময় কিমান?

ৰায়চাহাবে ঘড়ি চালে আৰু হাতযোৰ কৰি বিদায় লৈ ওলাই গ'ল।

বাগিচাৰ পৰা কলিকতালৈ আহিল যাদৱপ্ৰসাদ। আইজনী বাণী বিদ্যাপীঠত নৃত্য-গীত শিকিবলৈ যায়। দেৱবালাই আটাইকেইজনীকে গাবলৈ-নাচিবলৈ আৰু বাদ্যযন্ত্ৰ বজাবলৈ ঘৰতে শিকাই আহিছে। আইজনীয়ে তেওঁৰ পৰা ব্ৰাহ্ম সংগীত, ৰবীন্দ্ৰ সংগীত শিকিছিল। এতিয়া এই সংগীত বিদ্যাপীঠত ব্ৰাহ্মসংগীত অলপ বেলেগ ধৰণে শিকাইছে। জীয়েকৰ মুখত সুৰ-তালৰ পাৰ্থক্য দেখি আজি তেওঁ তাইৰ লগতে তালৈ গৈছিল। কিধৰণে শিকায়, শুনিবলৈ-চাবলৈ।

এতিয়া উভতি আহিছে, ঘৰভৰা আলহী। বাহিৰৰ পৰা যাদৱপ্ৰসাদকো দেখা গৈছে।

অজানিতে ভাল লাগি গ'ল দেৱবালাৰ।

পতিৰ আগমনত যেন চঞ্চল কিশোৰী হৈ উঠে দেৱবালা। আলহীসকলক দেখি আৰু ভাল লাগিল তেওঁৰ। কমল নাৰায়ণ চৌধুৰী, নিৰোদ ৰায়, পুৰুষোত্তম দাস আৰু লক্ষ্যধৰ চৌধুৰী যাদৱপ্ৰসাদৰ লগত বহি আছে।

দেৱবালাক দেখিয়ে যাদৱপ্ৰসাদে মাত দিলে—

ভিতৰলৈ যোৱাৰ আগতে এখেতসকলৰ আগমনৰ কাৰণ কি শুনি যোৱা বৰমাই। এখেতসকলে মিলি 'ইষ্টাৰ্ন মুভিজ' নাম দি প্ৰতিষ্ঠান এটা খুলিছে। চিনেমা উলিয়াব। নামো ঠিক হ'ল— 'বদন বৰফুকন'। স্ক্ৰিপ্ট লক্ষ্যধৰ চৌধুৰীৰ। এতিয়া আমাৰ ঘৰলৈ কিয় আহিছে সোধা। অভিনেত্ৰী বিচাৰি।

দেৱবালাই সৌজন্যেৰে হাঁহিলে। আইজনী ভিতৰলৈ গুচি গৈছে। লগুৱাই দেৱবালা আহি পোৱাৰ আগতেই চাহ-জলপান দিছিল তেওঁলোকক, এতিয়া চাহৰ পিয়লা হাতত লৈ যাদৱপ্ৰসাদে লক্ষ্যধৰ চৌধুৰীকে সুধিলে—

কি কি চৰিত্ৰৰ কাৰণে লাগে? কিমান বয়সৰ?

অন্ততঃ তিনিগৰাকী লাগেই। ৰাজমাও, পিজৌ গাভৰু আৰু ৰংগিলীৰ ভাও দিবলৈ। ৰাজমাওৰ বয়স ধৰক ৪৫-৫০ বছৰ, পিজৌৰ ৩০ আৰু ৰংগিলীৰো তেনে বয়সেই।

মোৰ ছোৱালীহঁতে ভাও দিব নোৱাৰিব। বয়স নিমিলিব। অৱশ্যে গীতত কণ্ঠদান দিব পাৰিব। আৰু ৰাজমাওৰ বাবে আমাৰ এওঁকে ল'ব পাৰে।

কথামতেই কাম আৰম্ভ হ'ল। ইন্দ্রপুৰী ষ্টুডিঅ'ত বদন বৰফুকনৰ শুটিং আৰম্ভ হৈ গ'ল। ৰাতিপুৱাই গাড়ীত উঠি দেৱবালা ভিতৰলৈকে সোমাই গ'ল। সোঁহাতে তলৰ মহলাৰ প্ৰসাধন কক্ষত সোমালগৈ। দুৱাৰমুখতে পুৰুষোত্তম দাস বৈ আছিল। আথেবেথে আদৰি নিলেহি। আজি ৰাজমাওৰ সমুখত তেওঁৰো ভাও আছে।

ইন্দ্রপুৰী ষ্টুডিঅ'ৰ ভিতৰত ইটো-সিটোকৈ অনেক মানুহ। চলিহা পৰিয়াল, অভিজাত সমাজত মান থকা পৰিয়াল। চলিহা ৰ'লিং মিল টালিগঞ্জৰ এক নামী ব্যৱসায়ী অনুষ্ঠান। যাক সকলোৱে জানে। সেই গৃহৰ গৃহলক্ষ্মী ওলাই আহিছে আজি ইন্দ্রপুৰীলৈ? তাকো একেবাৰে সোমাইছেহি প্ৰসাধন কক্ষত?

মানুহবোৰে চকু চোৱাচুই কৰিলে।

কথা কোৱাকুই কৰিলে।

সকলোৱে জানিলে 'বদন বৰফুকন'ৰ ৰাজমাও আহিছে। কিন্তু বাহিৰৰ কলত হাত ধুই আজৰি হৈ প্ৰসাধন কক্ষত সোমায়ে জঁপিয়াই উঠিল প্ৰসাধকজন। হয়, জানিছিল তেওঁ যে এতিয়া ৰাজমাওৰ মুখত ৰং বোলাব লাগিব। কিন্তু ক'ৰ মহিলা বহিবহি তেওঁৰ সমুখত, সেই লৈ কোনো কৌতূহল নাছিল। এতিয়া যাদৱপ্ৰসাদ চলিহাৰ দৰে প্ৰতিপত্তি থকা বিত্তশালী ব্যক্তিৰ পত্নীক দেখি পিছুৱাই ওলাই আহিল মানুহজন। নাই নাই, কোনোপধ্যেই তেনে নাৰীৰ গাল-চকুক প্ৰসাধনেৰে স্পৰ্শ কৰিব নোৱাৰে তেওঁ। সাধাৰণ মানুহ, ৰাতি হ'লে মদতো মুখ দিয়ে। অকস্মাতে পাই যায় যদি মহিলাগৰাকীয়ে তেওঁৰ নিশ্বাসত বাহিৰ হোৱা মদিৰাৰ বাহী গোন্ধ?

অৱশেষত বুজাই-বঢ়াই সৈমান কৰোৱা হ'ল, তেৱেঁই প্ৰসাধন সম্পূৰ্ণ কৰিলে দেৱবালাৰ। গোটেই দিন ধৰি শুটিং চলিল। আপত্তি নাই দেৱবালাৰ। ইউনিটৰ সকলোকে হাঁহিৰে সঁহাৰি জনাইছে, সমানে হাত পাতি লৈছে ইউনিটৰ মাজত বিলোৱা আহাৰ।

# ঊনত্ৰিশ

মেলাচকৰৰ ঘৰত থমথমীয়া পৰিবেশ। নিকুঞ্জলতাৰ স্বাস্থ্য ভাগি পৰিছে। যাদৱপ্ৰসাদ অনেক সময় মাতৃৰ শয্যাৰ একাষে তলমূৰকৈ বহি থাকিল।

টোপনিপ্ৰায় অৱস্থাৰ পৰা চকু মেলি পুতেকৰ মুখলৈ চাই নিকুঞ্জলতাই ক'লে—

এইবাৰ নেথাকিম যেন পাইছো, বাপ। মৃত্যু সকলোৰে বাবে গংগাৰ পাৰত মৰিবলৈ ভাল পাম মই।

যাদৱপ্ৰসাদৰ মূৰ আৰু তললৈ দোঁ খাই পৰিল।

বুকুৰ ওপৰেৰে চলি গ'ল কেইবাখনো মালবাহী ৰে'ল।

দীৰ্ঘশ্বাস এৰি অস্ফুট মাতে উচ্চাৰিলে তেওঁ—

সেয়ে হ'ব। এইবাৰ লৈ যাম আপোনাক মোৰ নতুন ঘৰ চাব, এওঁলোককো পাব, বায়ু-পানী সলনি হ'লে মনৰ পৰা এনে ভাব আপোনাআপুনি আঁতৰিব।

নিকুঞ্জলতাই পুত্ৰৰ আশ্বাসভৰা কথাত চকুযুৰি মুদি দিলে। তেওঁৰ যাবৰ সময় সমাগত সৌৱা অলেখ তৰাৰ মাজৰ পৰা হাতবাউল দি কালীপ্ৰসাদ চলিহাই মাতিব ধৰিছে তেওঁক স্বৰ্গৰাজ্যলৈ...।

কলিকতাত সাম্প্ৰদায়িক সংঘৰ্ষ হৈ গৈছে। ১৯৪৫ চনৰ জুনৰ প্ৰথম সপ্তাহত সামৰণি পৰিছিল দ্বিতীয় বিশ্বযুদ্ধৰ। মানুহবোৰে উশাহ লওঁ বুলি ভাবিছিলহে, ১৯৪৬ চনৰ ১৬ আগষ্টত আৰম্ভ হৈ গ'ল এই সংঘৰ্ষ। পূৰা এসপ্তাহ ধৰি। প্ৰকৃততে ভাৰতৰ গণ আন্দোলনৰ এক পৰ্যায় হিচাপে চলিত বৰ্ষৰে জুলাইত নতুনকৈ গণ পৰিষদ গঠন হৈছিল। কংগ্ৰেছে গণ পৰিষদক স্বীকৃতি দিলে, প্ৰকৃততে ভাৰত স্বাধীন হ'ব ধৰাৰ আগজাননী হিচাপে এই কাৰ্য হৈছিল। কিন্তু ইতিমধ্যে গঠন হোৱা মুছলীম লীগে ইয়াত সমৰ্থন নজনালে। পাকিস্তান নামৰ সুকীয়া ৰাষ্ট্ৰৰ দাবীৰে বাতাৱৰণ উষ্ণ হৈ উঠিল। আৰম্ভ হৈ গ'ল সাম্প্ৰদায়িক সংঘৰ্ষ।

নিকুঞ্জলতা কলিকতা পায়হি মানে পৰিস্থিতি নিয়ন্ত্ৰণলৈ আহিছে। এফুট এফুটকৈ ৰবাব টেঙা এটাৰ কোঁহবোৰ এৰুৱাই দেৱবালাই শাহুৱেকৰ বাবে চৰ্বত তৈয়াৰ কৰি লৈ আহিছে। কৰঙাণীত থকাৰ সময়ছোৱাত বঙলাৰ পিছফালে দেৱবালাই কেইবাজোপাও ৰবাবটেঙা ৰুইছিল। অন্যান্য কিছুমানো। এতিয়া ফল লাগিছে। প্ৰথম লাগিছে, টেঙা দুটামান যাদৱপ্ৰসাদে লৈ আহিছে।

নিকুঞ্জলতাই বোৱাৰীয়েকৰ মুখলৈ চাই পঠিয়ালে। দেৱবালাই ক'লে—

ফলৰ ৰস আপোনাৰ বাবে ভাল। ৰবাব টেঙাৰ ৰস।

অবতৰত টেঙা?

এইজোপা বাৰমহীয়া।

নিকুঞ্জলতাই একো নামাতিলে। দীৰ্ঘ নিশ্বাস বাহিৰ হ'ল মাথোন। মৃত্যু... মৃত্যু... মৃত্যু... চৌপাশে মাথোন মৃত্যু। কিবা অৰ্থ আছেনে ফলৰ ৰস গ্ৰহণ কৰি তেওঁৰ দৰে বৃদ্ধা এগৰাকী জীয়াই থকাৰ?

শুনিছো, আমাৰ তাৰপৰা ইয়াত পঢ়িবলৈ অহা ল'ৰাইতকো মুছলমানে কোবাই মাৰিছে?

নিকুঞ্জলতাৰ কথাত বৈ গ'ল দেৱবালা। কোনে কয় শাহুআইক এনেবোৰ কথা? মৃত্যুৰ বতৰা গ্ৰহণ কৰি কৰি ভাগি পৰিছে মানুহগৰাকী, কোনে কাণত পেলায়হি এইবোৰ বতৰা?

পুতলীও আছিল কাষতে। তাইৰ স্বভাৱ একেবাৰে ফট্‌ফটীয়া পানীৰ দৰে। জন্ম-মৃত্যু মানুহৰ জীৱনলৈ আহিবই, প্ৰতিজন মানুহেই গ্ৰহণ কৰিব পাৰিব লাগে।

সহজ মাতেৰে ক'লে তাই—

এম এ পঢ়িবলৈ অহা অসমৰ ছাত্ৰ মৰাটো সঁচা। হোষ্টেল থানবান কৰি পেলাইছে, মানুহ ক'ত বাচিব। সিফালে ক'লাবাগান বস্তিৰ পৰা দলে দলে মুছলমান আহি কলেজ ষ্ট্ৰীটৰ দোকান ভাঙি শেষ কৰিছে, হিন্দুৱেও কাষতে থকা মুছলমানৰ দোকান ভাঙিছে। ডালিয়া, কমলালয় ষ্টোৰ্ছ, জহৰলাল-পান্নালাল, চব নামী-দামী ডাঙৰ দোকান চকুৰ পচাৰতে শেষ। ইফালে বিহাৰীবোৰ আছেই। ভবানীপুৰৰ শিখইঁতেও খোলা কৃপাণেৰে তেজৰ খেলা খেলিছিল। মানুহ বহুত গ'ল... স্বাধীনতা আহিল বন্দে মাতৰম-জনগণ গাই হিন্দুসকল মুছলমানৰ গলিত সোমাওঁতে মুছলমানে গোলাপজল ছটিয়ালে, আতৰ সানি দিলে। এইবোৰ চলি থাকে, প্ৰত্যেক দেশতে চলে। যুদ্ধ আহে, চব শেষ হৈ যায় কিন্তু তাৰপাছতে ধীৰে ধীৰে শান্তিও আহে। মানুহ মৰে, বেয়া লাগে কিন্তু আকৌতো ওপজে মানুহ। হস্পিতালত এইবোৰকে দেখি থাকো।

দেৱবালা পুতলীৰ একাষে সম্ভ্ৰমেৰে বৈ থাকিল, বেছ কিছুপৰ। হয়, পুতলীৰ প্ৰতিটো কথাই আখৰে আখৰে সঁচা। এইধৰণে কথা কেইজনে ক'ব পাৰে?

পুতলীৰ প্ৰতি দেৱবালাৰ মন ভৰি উঠিল।

স্বগতোক্তিৰ দৰে উচ্চাৰিলে নিকুঞ্জলতাই—

ইয়ালৈকে চিএৰ-বাখৰ নিশ্চয়কৈ আহিছিল।

আহিছিলতো! এইফালে যদি বন্দে মাতৰম, সেইফালৰ পৰা আল্লা হু আকবৰ।

তিনিওগৰাকী মহিলাই মাতষাৰৰ ফালে ঘূৰি চালে। ৰুবী, কোন কাহানিবাৰ পৰানো তাই ইয়াত ৰৈ আছেহি, কোনেও মনকে কৰা নাই।

নিকুঞ্জলতাই চৰ্বত পিবলৈ লৈ নাতিনীয়েকৰ মুখলৈ চালে। এঢোক তাইকো খুৱাবৰহে মন যেন!

কিন্তু তাই ভিতৰলৈ গুচি গ'ল।

পাছে পাছে দেৱবালাও।

ৰান্ধনিশালৰ জেওঁ মাৰিবলৈ আছে। কালিয়েই লেফাফা যোগাৰ কৰি থোৱা আছে, ৰণুলৈ চিঠি এখন ডাকত দিব লাগে। দেৱবালালৈ চিঠিত সি লিখিছে— 'মই ইয়াত আছো কাৰণে আইজনী তোমাৰ লগত শুইছে নেকি?'

কেৰাহীত মাছৰ জোলকণ উতলাবলৈ লৈ ৰৈ থকা দেৱবালাৰ হাঁহি উঠিল।

পাছত এই কথা নিকুঞ্জলতাৰ কাণতো পেলালে তেওঁ। বাৰ্ধক্যৰ ক্লান্তি আৰু চকুৰ আগতে দেখি থকা অকাল মৃত্যুবোৰে নিকুঞ্জলতাক ঠেনুকা কৰি পেলাইছে। এতিয়া কিন্তু বোৱাৰীয়েকৰ মুখত এই কথা শুনামাত্ৰকে চকুযুৰি তেওঁৰ তৰা হৈ তিৰ্‌বিৰাই উঠিল। মুখত বিৰিঙিল হাঁহিৰ আভা।

লাহেকৈ চকুযুৰি জপাই ধৰিলে নিকুঞ্জলতাই। সৌ সিদিনাৰহে কথা যেন! আটাইবোৰ নাতি-নাতিনীৰে ঘৰ ভৰি আছিল। আটায়ে পুৱাৰ জলপান খাই উঠিছিল। বাৰাণ্ডাৰ খুঁটাত ধৰি সৰু দুটামানে একাণপতীয়াকৈ ঘূৰি আছিল। দুটামানে বাৰাণ্ডাৰ বেঞ্চত বহি কিবা এটা টনা-আঁজোৰা কৰি আছিল। ওখ পীৰা এখন লৈ নিকুঞ্জলতাও বাৰাণ্ডাৰে একাষত বহিলগৈ। অজিতৰ মাকে তেওঁৰ ওচৰত বটাখন থ'লেগৈ। গোটা তামোল এটা হাতত তুলি কাটিবলৈ কটাৰিখন বিচাৰি নেপাই তেওঁ ৰান্ধনিশালৰ মানুহে শুনাকৈ ডাঙৰ মাত উলিয়ালে— 'কটাৰিখন লাগে মোক'।

আইদেউতা নিকুঞ্জলতাৰ ইমান ডাঙৰ মাত আগে-পাছে নাতি-পুতিহঁতে শুনা নাছিল কাহানিও। আটাইজাক ৰৈ গ'ল।

একমুহূৰ্তলৈ।

তাৰপাছত হুৰমুৰকৈ আটাইৰে বাহিৰলৈ দৌৰ। ইমান হুলস্থূলৰ কাৰণে আজি আইদেউতাই আটাইমখাকে কাটি সাং কৰিব! নিজকাণে শুনিছে সিহঁতে আইদেউতাই কটাৰি বিচৰা।

এতিয়া তাৰাপ্ৰসাদ সোমাই আহিল টালিগঞ্জৰ এই ঘৰখনলৈ।

মাকৰ কাষত বহি চাহ-জলপান খালে আৰু গুচি গ'ল। কলিকতাত থাকিলেও বাগিচাৰ কিছুমান কথা-কাণ্ড ঠিকেই কাণত পৰেহি তেওঁৰ। এইবাৰ বোলে যাদৱপ্ৰসাদে ব্ৰিটিছ চাহাব এজনক লটিঘটি কৰি থৈ আহিছে। সাধাৰণতে ভজো ষ্টেচনলৈ যাতায়াত

কৰিবলৈ হ'লে দিপ্‌লিং ৰিজাৰ্ভ পাৰ হৈ দিপ্‌লিং বাগিচাৰ মাজেৰে বাট ল'ব লাগে। কৰণ্ডাণীৰ বনুৱা এটায়ো সেই বাট ধৰাত, দিপ্‌লিং বাগিচাৰ চাহাবে দেখি তাক পিটন লগাই দিলে। শুনিয়েই যাদৱপ্ৰসাদ সেইখিনি ওলালগৈ আৰু চাহাবক বুজাবৰ চেষ্টা কৰিলে। কিন্তু চাহাব খণ্ডত অগ্নিশৰ্মা হৈ আছে। ফলত একো নাই যেন হৈ যাদৱপ্ৰসাদেও ৰুদ্ৰমূৰ্তি ধৰি চাহাবক কাণতলীয়া চৰ শোধাই দিলে। এইবাৰ চাহাবে বাট বন্ধ কৰি গেটত তলা লগাই দিলে। ... যাদৱপ্ৰসাদে ছেগ চাইহে আছিল। নাহৰকটীয়া প্লেণ্টাৰ্ছ ক্লাবৰ পৰা এৰাতি চাহাব কৰণ্ডাণীৰ মাজেৰে ঘৰমুৱা হ'ব খোজোঁতে তেওঁ বাটত নলা খান্দি থৈ দিলে। চাহাব গাড়ীৰে সৈতে নলাত বেঁকা হৈ ৰ'ল। যাদৱপ্ৰসাদৰ ওচৰলৈ সহায় বিচাৰি মানুহ পঠিয়ালে, তেহে ক্ষমা কৰি যাদৱপ্ৰসাদে চাহাবক তোলাৰ ব্যৱস্থা কৰে।

এই কথা বোৱাৰী দেৱবালাৰ কাণত পেলোৱা যায়নে?

মাতৃ নিকুঞ্জলতাৰ?

আজি ইটো, কালি সিটোকৈ নিকুঞ্জলতাৰ ৰোগ নুগুচাই হ'ল। তাৰাপ্ৰসাদকো মধুমেহে জলাকলা কৰিছে। আটায়ে আৰতিৰ বিয়াৰ চিন্তা কৰে।

আৰু ভবামতে কাম। আৰতিৰ বিবাহৰ আয়োজন হৈ আহে। ফেব্ৰুৱাৰী মাহত বিপিনপাল দাসৰ সৈতে আৰতিৰ বিয়া সুকলমে পাৰ হৈ যায়।

অৱশ লাগি আছে তাৰাপ্ৰসাদৰ শৰীৰ। বুকুৰ ভিতৰখন যেন একেবাৰে খালী হৈ পৰিছে। বৰজনাকৰ মুখলৈ আৰু চকুৰে চাই দেৱবালাই চিন্তা কৰে। পত্নী-কন্যা সকলো আঁতৰি যোৱাৰ পাছত এইজনী ছোৱালীও বিয়া হৈ গুচি যোৱাই বোধকৰো ইমান উদাস দেখা গৈছে মানুহজনক।

সঠিকমতে ঔষধ-পাতি লৈ আছেনে ডাঙৰীয়াই। দেৱবালা নিজৰ সংসাৰলৈ উভতি আহে, কোঠাৰ ভিতৰত শয্যা লৈ পৰি আছে নিকুঞ্জলতা, তেওঁ আবিয়ৈ ছোৱালী বুলিয়েই পুতলীৰ হাতেৰে ঔষধ কি, পানী এটুপিও গ্ৰহণ নকৰে, বৈ থাকে দেৱবালালৈ; সঠিকমতে ঔষধ পাইছেনে শাহুআয়ে?

মেলাচকৰৰ ঘৰখনত বিয়া এখন পাৰ হৈ গৈছেহে মাথোন, তাৰাপ্ৰসাদ ৰোগত পৰিল। দৌৰাদৌৰিকৈ বিমলী আৰু পুতলীয়ে ছিলঙলৈ লৈ গ'ল।

ৰবাৰ্টছ্ ৱেলছ্ মিছন হস্পিতালত তাৰাপ্ৰসাদ ঢুকায়।

জীয়ৰী আৰতিৰ বিয়াৰ ঠিক দুসপ্তাহৰ পাছতে।

অন্ত্যেষ্টিক্ৰিয়া তাতে সম্পন্ন হ'ল। মাহেকীয়া হবিচৰ পাছত শ্ৰাদ্ধ কৰি টুটু কলিকতালৈ আহিল। তেওঁ ছেণ্ট জেভিয়াৰ্ছৰ ছাত্ৰ।

ইফালে দুদিনমানৰ পৰা যোৱা-থোৱা নৰিয়াৰে শেতেলী লৈ আছে নিকুঞ্জলতাই। ঘৰ ভৰি পৰিছে আত্মীয়-পৰিচিতৰে। তাৰাপ্ৰসাদৰ নামত চকুলো টুকিবলৈও যেন পাহৰি গৈছে সকলোৱে।

জাৰৰ দিন। উমাল কাপোৰে যেনিতেনি দ'ম বান্ধিছে। ছিলঙৰ পৰা ৰণু আহিছে, দুদিন পাছতে তাৰ পৰীক্ষা। অকণুৰো কলেজৰ পৰীক্ষা। দেৱবালা অস্থিৰ হৈ পৰিল।

তেনেতে হঠাতে নিকুঞ্জলতা ঢুকাই থাকিল।

চোতালত শুৱাই থোৱা হ'ল। কান্দোনৰ ৰোল উঠিল মানুহবোৰৰ মাজত। তাৰাপ্ৰসাদ নে মাতৃ, কাৰ বাবে এই অশ্ৰু, কোনে ক'ব?

চোতালত নিকুঞ্জলতাৰ নিথৰ শৰীৰ।

সকলোবোৰ অ'ত-ত'ত ৰৈ আছে দেৱবালা সামান্য অস্থিৰ হৈ উঠিল। দুদিনৰ পাছতে ল'ৰা-ছোৱালীৰ পৰীক্ষা। ইজনৰ পাছত সিজনকৈ আঁতৰি যাবলৈ ধৰিছে মানুহবোৰ, পঢ়াৰ পৰিবেশ থাকেনে তেনে এখন ঘৰত?

কিন্তু সেই বুলিয়েই ল'ৰা-ছোৱালীৰ ভৱিষ্যৎ নিৰ্ণয় কৰা এনে পৰীক্ষা পদ্ধতিক আওকাণ কৰাটো উচিতনে?

মানুহে কি ক'ব, কি ভাবিব, এইবোৰ লৈ দেৱবালা চিন্তিত হোৱা মহিলা নহয়। য'ত যুক্তি থাকে, তাত সবল মানসিকতাও থাকে।

মানুহৰ আলেঙে আলেঙে দেৱবালাই ল'ৰা-ছোৱালীহঁতলৈ চকু পিছলাই নি থাকিল। অকণু নাই। ঠিকেই কৰিছে তাই। নিশ্চয়কৈ এই গৃহৰে কোনোবা এক চুকত পাঠ্যপুথি মেলি বহি গৈছে, এইবাৰৰ আই এছ চি পৰীক্ষাত বহিবই তাই। স্বস্তিৰ অনুভৱ এটা বাগৰিল দেৱবালাৰ সিৰাত। আকৌ অস্থিৰতা। ৰণু ক'ত? ছোৱালীবোৰ অন্যগৃহলৈ বিয়া হৈ গুচি যায়, চাকৰি কৰক বা নকৰক, ব্যস্ত হ'বলৈ সিহঁতৰ বাবে গৃহস্থী এখন ৰৈ থাকে। কিন্তু ল'ৰাহঁত? ভালদৰে পঢ়াৰ বাহিৰে সিহঁতৰ সমুখত আৰু কোনো পথ খোলা নাথাকে। বিদ্যাশিক্ষাইহে নিৰ্ধাৰণ কৰিব সিহঁতৰ জীৱনৰ মানদণ্ড।

সৌটো ৰণু, থৰ হৈ চোতাললৈ চাই আছে।

দেৱবালা সন্তৰ্পণ খোজেৰে মানুহবোৰৰ পাছেৰে গৈ তাৰ হাতত ধৰি টানি কাণত পৰাকৈ ফুচফুচালে—

ভিতৰলৈ ব'ল। পৰীক্ষা আছে নহয় তোৰ!

০ ০ ০ ০ ০ ০ ০

১৯৪৮ চনৰ আৰম্ভণিতে পৰিয়ালটোৰ বৰমূৰীয়া দুজন হেৰাই যোৱাত গুৰিটো যাতে সোলোক-ঢোলোক হৈ নপৰে, তাৰ বাবে যাদৱপ্ৰসাদ সচেষ্ট হৈ উঠিল।

জাৰ গ'ল, জহ আহিল, আকৌ নামিছে জাৰ।

গুৰুপ্ৰসাদ কলিকতালৈ আকৌ আহিল। এইবাৰ মেলাচকৰৰ ঘৰৰ দুৰ্গাপূজাভাগ পৰিল। এবছৰীয়া চুৰা আছে।

দেৱবালাই যাদৱপ্ৰসাদৰ চকীৰ পাছফালে ৰ'বলৈ আৰম্ভ কৰি দিলে। কোনো কাৰণতে যেন বিষণ্ণতাই চুব নোৱাৰে যাদৱপ্ৰসাদক।

কিন্তু কি হ'ল?

ভাৰাঘৰটোৰ শোৱনিকোঠাৰ মজিয়াত পৰি আছে গুৰুপ্ৰসাদ।

আটাইবোৰে ঢাপলি মেলিলে তালৈকে।

নাই, প্ৰাণবায়ু কাহানিবাই উৰি গৈছে গুৰুপ্ৰসাদৰ কোলাত ছমহীয়া শিশু লৈ সৌৱা বহি আছে সদ্য বৈধব্যৰ যন্ত্ৰণাই পুৰি ছাই কৰি পেলোৱা সুনীতি। কাষত তেওঁৰ আৰু পাঁচোটি শিশু সন্তান।

চকী এখনৰ হাতলত মুঠিয়াই ধৰি ডাঙৰ ডাঙৰকৈয়ে কান্দি পেলালে যাদৱপ্ৰসাদে। সৌ সিদিনাৰ মাতৃ বিয়োগত কেনেকৈ এটি সৰু ল'ৰাৰ দৰে কান্দিছিল মানুহটোৱে, দেৱবালাই পাহৰা নাই।

আজি আকৌ কান্দোন।

সুনীতিৰ কোলাৰ পৰা কেঁচুৱাটিক কোলাত লৈ দেৱৰেকৰ নিথৰ শৰীৰলৈ আকৌ চাই পঠিয়ালে দেৱবালাই। ওহো, চাব নোৱাৰি।

চলিহা পৰিয়াললৈ যেন দুৰ্যোগৰ কালৰাত্ৰিহে নামি আহিছে। এটাৰ পাছত আন এটা অঘটন। একেটা বছৰতে মাতৃ আৰু দুজনকৈ সহোদৰক হেৰুৱাই ম্ৰিয়মাণ হৈ পৰিল যাদৱপ্ৰসাদ।

তথাপি মানুহ ৰৈ থাকিব নোৱাৰে। যাদৱপ্ৰসাদ বাগিচা চলাবলৈ যায়গৈ। বিমলী পৰিয়াল লৈ ছিলঙত। গুৰুপ্ৰসাদৰ পৰিয়ালটোক্ ডিব্ৰুগড়লৈ সুনীতিৰ ককায়েকে লৈ গৈছে। বাকী থাকিলগৈ তাৰাপ্ৰসাদৰ দুই পুত্ৰ, ধন আৰু টুটু। ধন নিৰ্জু ল'ৰা, টুটুৱে চলাই লৈ ফুৰে। ১৯৪৯ চনত দুয়ো মেলাচকৰৰ ঘৰলৈ গুচি যায়। গোসাঁইবাৰী-বনমালী চোৱাচিতা কৰিবলৈওতো মানুহ লাগে।

দেৱবালাৰ হাতত একো নাছিল। ল'ৰা দুটাৰ কথা ভাবিও একো কৰি দিব নোৱাৰে। সকলোৱে নিজা নিজা কপাল একোখন লৈ আহিছে। যাদৱপ্ৰসাদৰ বাকচত কাপোৰ ভৰাই থকা অৱস্থাতে আঁৰ চকুৰে মানুহজনলৈ চায় দেৱবালাই। চকু মুদি কিবা ভাবি আছে। আঙুলিৰ ফাঁকত ধূমায়িত চিগাৰেট।

কি ভাবি থাকেনো ইমানকৈ?

পতিৰ চকীৰ পাছফালে গৈ ৰ'বৰ মন যায় দেৱবালাৰ। কিন্তু নিজকে পতিৰ

ভাবনাৰ একো উমান নোপোৱা যেন দেখুৱাব খুজিলে তেওঁ কঠোৰ হ'ব খুজিলে। হ'ব খুজিলে বাস্তৱৰ সৈতে খোজকাঢ়ি গৈ থকা মানুহ।

স্বাভাৱিক সুৰেৰে ক'লে দেৱবালাই—

এইবাৰ কৰঙাণীৰ পৰা পাৰিলে আপুনি আজিজবাগৰ চাং-বঙলাকেইটাত কাঠৰ কাম অলপ চোৱাই থৈ আহিব। শুনিছেনে?

ওঁ।

কৰঙাণীৰ পৰা আজিজবাগলৈ যোৱা বাটো মেৰামতি কৰোৱাম বুলিছিল।

বৰমাই!

হুঁ?

ভাবিছো, আজিজবাগত কাঠৰ শাল এখন বহুৱায়ে দিওঁ।

হাবিৰ পৰা কুণ্ডা কোনে টানিব?

হাতী বিচৰাব লাগিব।

ভাৰালৈ হাতী পোৱা যাবনে?

সময়ত যোগাৰ হৈ যাব। মানুহেৰে সৈতে ধনশিৰিয়ে কাঠৰ শাল বেচাৰ কথা কৈছিল।

চাওকচোন কথা পাতি। দামে-দৰে মিলিলে লৈয়ে থওক। দীপুক বাহিৰলৈ পঠাম বুলি ভাবি আছো, পইচা-পাতিও লাগিব।

সময় আছে তেতিয়ালৈ। ল'ৰা-ছোৱালীৰ আগত পইচাৰ চিন্তা নাহে।

দেৱবালাৰ হাত বৈ যায়। ধুতি এখন আধাজপাকৈয়ে বৈ যায় তেওঁৰ হাত।

দেৱবালা মাতৃ হৈ উঠে।

কেৱল নিজে ওপজোৱাকেইটাৰে নহয়, ধন-টুটুইঁতৰো। কি কৰি আছে সিহঁত দুটাই মেলাচকৰৰ সেই বিশাল বঙলাত অকলশৰে? একেবাৰে অকলশৰে?

# ত্ৰিশ

ইতিমধ্যে যাদৱপ্ৰসাদ-দেৱবালাৰ নাতিনী এজনী উপজিছিল, লখিমীৰ প্ৰথম সন্তান, কন্যা সন্তান। নাম নেওমী ৰখা হৈছে।

বি এছ্‌চি দ্বিতীয় বাৰ্ষিকত পঢ়ি থকা কালতে ৰুবীৰো বিয়াৰ যোগাৰত লাগি যায় দেৱবালা। দৰা নগাঁৱৰ ভবেন্দ্ৰ নাথ হাজৰিকা। ইংলেণ্ডত পৰিবহণ ব্যৱস্থাৰ প্ৰশিক্ষণ লৈ আহি ছিলঙত পৰিবহণ বিভাগত চাকৰি কৰি আছে।

অকণুৱে প্ৰেছিডেন্সী কলেজত বি এছ্‌চিত নাম লগাইছে, আইজনীয়ে মেট্ৰিক দিব আৰু ৰণু এতিয়া কলিকতাত।

যাদৱপ্ৰসাদৰ খন্তেক জিৰাবলৈ সময় নাই। দেশ স্বাধীন হৈ গৈছে, কানিৰ মহল উঠি গৈছে, অথচ এতিয়াও উশাহত উজাইছে অসমীয়া মানুহে এলাহ-ভাগৰভৰা বতাহ।

কৰণ্ডাণীৰ বঙলাত পায়চাৰি কৰিবলৈ ধৰে তেওঁ।

ইফালে কলিকতাৰ ঘৰতো পায়চাৰি কৰে দেৱবালাই। ধুতি কিছুমান কিনি তেওঁ মেখেলা চাদৰ চিলোৱাই তাত সুদক্ষ কাৰিকৰৰ হতুৱাই ছাপ দিয়াৰ ব্যৱস্থা হাতত লৈছিল। কিছুমানত পাৰিও লগায়। এইবোৰ গুৱাহাটী-শিৱসাগৰলৈ পঠিয়াই দিয়ে। এইবাৰো পঠিয়াইছে। ভাইবোৱাৰী ইৰা দুৱৰাৰ 'বৰ্ণালী'ত সেই সাজবোৰ বিক্ৰী কৰা হয়।

প্ৰত্যেকবাৰেই খবৰ দিয়ে ইৰাই, এইবাৰচোন এতিয়ালৈকে একো খবৰ নাই। ল'ৰা-ছোৱালী ডাঙৰ হৈ গৈছে, কেৱল উল গুঁথি, কেক-পুডিং তৈয়াৰ কৰিয়েই দেৱবালা ব্যস্ত হৈ ৰ'ব নোৱাৰে। সেয়া কোনো কামেই নহয় তেওঁৰ কাৰণে। পি এন ৰায় আজিকালিও আছে, ঘণ্টাৰ পাছত ঘণ্টা দুয়ো দবাখেলত বহি থাকে। সম্প্ৰতি এই ঘৰৰ কাষত থকা দুইকঠা মাটিও কিনি লোৱা হৈছে, দিনে-ৰাতিয়ে বেডমিণ্টন চলি থাকে। এইবোৰৰ লগে লগে সংগীতৰ চৰ্চাও চলি আছে। তথাপি যেন কিবা এক শূন্যতা।

কিয় এনে ভাব? শাহুআই নিকুঞ্জলতা ঢুকুৱাৰ পাছতে মেলাচকৰৰ ঘৰৰ চাৰিজন শালগ্ৰামৰ এজনা নোহোৱা হৈ গৈছে বিষ্ণু মূৰ্তি চুৰি কৰাৰ পাছত উদ্ধাৰ কৰা হৈছে, গোসাঁইবাৰীৰ মেনেজাৰকো খুন কৰা হৈছে, অপায়-অমংগলৰহে আগজাননী যেন! কলিকতাত থাকিও সকলো খবৰ পাই থকা যায়।

হয়, মেনেজাৰ ৰবীন্দ্ৰ কিশোৰ দত্তৰয়ক কোনোবাই গুলীয়াই হত্যা কৰিছে। হত্যা কৰিছে বঙলাৰ দেৱালত থোৱা টুটুৰ বন্দুকটোৰেই।

কোনে?

দিনত হ'লে কংগ্ৰেছী, আৰু ৰাতি হ'লে ছ'চিয়েলিষ্টসকলে বনমালী-গোসাঁইবাৰীত পনপনাই ফুৰাৰ কথা কোনে নাজানে?

মেনেজাৰে কাৰোবাক আশ্ৰয় দিবলৈ অস্বীকাৰ কৰাৰ ফলতে এই কাণ্ড ঘটিলনে?

পায়চাৰি কৰিবলৈ ধৰে দেৱবালাই। সকলো কাম নিমিষতে সমাধা কৰিবলৈকে অহৰহ যুঁজিব পৰা মানুহগৰাকীক এই বতৰাই উদ্বিগ্ন কৰি তুলিলে।

আঃ! কেতিয়া আহিব যাদৱপ্ৰসাদ দোষী কোন সেই খবৰ লৈ? কেতিয়া আনিব তেওঁ কাপোৰ ব্যৱসায়ৰ খবৰো?

সন্ধ্যা নামি আহিছিল। বেলকনিত বহুসময় একেথৰে বৈ থাকিল দেৱবালা। তলৰ লনত ছোৱালীহঁতে বেডমিণ্টন খেলিছে, ৰ'লিং মিলৰ পৰা অহা যোগেশ্বৰ হাজৰিকাই বৈঠকখানাৰ মেজতে ফাইল এটা থৈ সৌৱা লৰালৰিকৈ ওলাই গৈছে।

দেৱবালাৰ দৃষ্টি আকাশলৈ, ৰ'দ দিব, ফৰকাল হ'ব বতৰ। এজাক শ্বেতপখী ডেউকা কোবাই উৰি যোৱা চকুত পৰিল। বগলী? ধৰিব নোৱাৰি।

বগলী, বগা ফোঁট দি যা...

মেলাচকৰৰ সমুখ প্ৰাংগণত আটাইসোপা ল'ৰা-ছোৱালীয়ে এনে পখীৰ জাকলৈ চাই জঁপিয়াই জঁপিয়াই গাইছিল। আইমানুহ আছিল প্ৰদীপ আছিল।

হুমুনিয়াহ এটা বাহিৰ হ'ল দেৱবালাৰ।

খন্তেকৰ আগলৈকে উদ্বিগ্নতাৰে পায়চাৰি কৰি থকা মানুহ এইগৰাকী নহয়। গৰমৰ বন্ধত শান্তিনিকেতনলৈ গৈছিল তেওঁ আৰতি, আইজনীহঁতক আনিবলৈ। বিশালাকৃতিৰ বটগছবোৰৰ পৰা অসংখ্য শিপা ওলমি আছিল পথৰ দুয়োকাষৰ বৃক্ষই ছায়াঘন কৰি ৰাখিছে গোটেইখন শান্তিনিকেতন। পাঠভৱনৰ আশেপাশে উমলি ফুৰা সেই শিশুবোৰ, কিজানি সিহঁতেও মূৰ তুলি আকাশৰ বগলীক বগা ফোঁট খুজিছিল।

খেলি থকা শিশুৱে চায়নে আকাশলৈ?

এইবাৰ দেৱবালাৰ ওঁঠেৰে মিচিকি হাঁহি বাহিৰ হ'ল। আইজনী! কি যে ভয় খুৱাইছিল তাই সেইবাৰ! সোনকালে ক্লাছ শেষ হয় তাইৰ, কি কৰে আইজনীয়ে? তাই হোষ্টেলৰ পৰা মুকলিলৈ ওলাই গ'ল। লগৰবোৰে খেলি আছে। কিন্তু তাইৰ খেলাত মন নবহিল, কিবা এটা খাবৰ মন গ'ল। কি? আমলখি হ'ব পাৰে, তাইৰ আমলখি খাবৰ মন গ'ল। কিন্তু ক'ত পোৱা যাব আমলখি? নিঃসন্দেহে গছৰ তলত। তাই গছৰ তলে তলে আমলখি বিচাৰি গৈ থাকিল... গৈ থাকিল... গৈয়ে থাকিল... আৰু কি হৈ গ'ল হঠাতে?

হঠাতে ছোৱালীজনী জাবৰ-জোঁথৰেৰে ভৰা পৰিত্যক্ত কেঁচা কুঁৱাত সোমাই পৰিল। তাৰপাছত যে আইজনীক বিচাৰি আটাইৰে কি হাহাকাৰ!

আৰু তেওঁৰ কেনে লাগিছিল, দেৱবালাৰ?

আইজনীৰ মাকৰ?

হাতৰ আঙুলিৰে ডিঙিৰ নীলম ৰত্নৰ লকেটটো চুই ৰ'ল দেৱবালাই।

ৰিব্‌ৰিব্ বতাহেৰে শান্তিনিকেতন জুৰ পৰি আছিল। আইজনী কুঁৱাত পৰাৰ খবৰ আগতে পোৱা নাছিল। হোষ্টেলত সোমোৱাৰ পাছত শুনি একমুহূৰ্তৰ বাবে স্তব্ধ হৈ ৰৈ গৈছিল তেওঁ। কিন্তু পাছমুহূৰ্ততে নিজকে চম্ভালি লৈছিল। হাঁহি দিছিল দেৱবালাই। সমুখত সৰু সৰু ছোৱালীকেইজনী ৰৈ আছে, ঘটনাটোত এনেও অসহজ সিহঁত, তাৰ ওপৰতে তেওঁ আৰু বিশেষ প্ৰতিক্ৰিয়া জাপিব নোৱাৰে। শ্ৰীসদন ছোৱালী হোষ্টেলৰ পৰা বাহিৰলৈ ওলাই আহিছিল। বুদ্ধৰ ডাঙৰ মূৰ্তিটোৰ ফালে কেইজনীমানে স্কিপিং কৰি আছিল। আইজনীয়ে কৈছিল বসন্ত-উৎসৱত সিহঁতে হেনো বুদ্ধক একেবাৰে ৰঙা কৰি তুলিছিল, ৰঙা ফাকুৰে।

আৰু কি কি যে নকৰিছিল সিহঁতে তেতিয়া?

ফৰ্টি ফাইভ কলনিলৈও গৈছিল তেওঁ। তাত শিক্ষকসকলৰ বাবে পঞ্চত্ৰিশটা বাসগৃহ আছে। নন্দলাল বসুৰ কলাভৱনতো সোমাইছিল।

ক'ত ক'ত পৰিছিল কবিগুৰুৰ খোজ?

হয়, গোটেইখন ধীৰ খোজেৰে ঘূৰিছিল দেৱবালা। সংগীত ভৱনতো সোমাইছিল।

'যদি তোৰ ডাক শুনে না আসে কেউ
তবে একলা চলো ৰে।'

হাৰমনিয়ামৰ সৈতে কোনোবাই গাই আছিল তাত। কি কি শিকিছিল ডায়'চেছনত দেৱবালাই? বেহেলা-চেতাৰ-পিয়ান'-ক্লেৰিঅ'নেট এইবোৰৰ উপৰিও যে বুকুৰ গভীৰতাত কেনেকৈ ৰৈ গৈছে ৰবীন্দ্ৰ সংগীতৰ মায়াময়তা!

দেৱবালা যেন এজনী বাদামী ৰঙৰ হৰিণী হৈ উঠিছিল। ইয়াতেই শিক্ষা-সংগীতেৰে পাৰদৰ্শী হৈ উঠিব তেওঁৰ সন্তান। হয়, দুয়ো চকু আজিও জাপ খাই আহে। শান্তিনিকেতন যেন এখনি মৰূদ্যানহে।

এতিয়া ১৯৫০ চন। দীপু আমেৰিকা অভিমুখে যাত্ৰা কৰিছে এম বি এ কৰিবলৈ।

দেৱবালা যাদৱপ্ৰসাদৰ লগত দুদিনমান থকাকৈ কৰঙাণীলৈ আহিল। মেলাচকৰৰ ঘৰ একেবাৰে শূন্যই বুলিব পাৰি। টুটু অকলে থাকে। ধন থকা-নথকা একে কথা। বাগিচা চলোৱা, ঘৰ চোৱা এইবোৰ ধনে একো কৰিব নোৱাৰে। তাৰাপ্ৰসাদৰ দৰে এক উদাসীন মূৰ্তি মাথোন। টুটুৱে যি ক'ব সেয়ে হ'ব। ধনে মানি লয় সকলো। গোসাঁইবাৰীৰ মেনেজাৰক গুলীয়াই হত্যা কৰাৰ দিন ধৰি বাগিচাখন জহি-খহি যোৱাৰ দৰে অৱস্থাত পৰিছেহি। দুইফালৰ পৰা পানীয়ে খহাই খহাই নি আছে। বঙলাৰ চকীদাৰ বিৰ্খা বাহাদুৰে আগতে আছাম ৰাইফলছত কাম কৰিছিল, ট্ৰিগাৰ দবাব জানিছিল সি। সেয়ে

খণ্ডৰ ভমকত বেৰৰ পৰা বন্দুক নমাই মেনেজাৰলৈ বুলি এৰি দিয়া গুলী অব্যৰ্থ হ'ল। হয়, মেনেজাৰক চকীদাৰেই খুন কৰিছিল। এতিয়া সি ফাটেকত। তথাপি গোসাঁইবাৰী নিস্তব্ধ, মেনেজাৰৰ দায়িত্ব লোৱা যোগ্য মানুহৰ অভাৱ ঘটিছে।

কি কৰা যায়।

যাদৱপ্ৰসাদৰ মুখলৈওতো চোৱা নাযায় আশা কৰি। ইটোৰ পাছত সিটোকৈ বাগিচাৰ নানানটা লেঠা বাঢ়ি গৈ আছে। ঘৰ-সংসাৰৰ নানানটা সমস্যাৰ উপৰিও আপোন লোকৰ মৃত্যুৱে থুকুচি পেলাইছে মানুহজনক। অকণু ওপজাৰ পাছতে জ্বৰে মহটিয়াই পেলাইছিল যে, আজি পৰ্যন্ত পূৰ্বৰ শকতি ঘূৰি নাহিল।

দূৰৈৰ পৰা ভাহি আহিছিল ট্ৰেক্টৰৰ শব্দ। বাগিচাৰ সীমাত থকা কাঠৰ মিলৰ পৰা কাঠ কঢ়িওৱাৰ কাম চলি আছে। কলঘৰৰ কাষত পাত শুকুৱাবলৈ পাতঘৰ সাজি থকা হৈছে। কাঠৰ চাং সাজি থকা হৈছে। ঘৰ্ঘৰ্-ঘৰ্ঘৰ্কৈ কলঘৰ চলিব ধৰিছে। কিছুদিনৰ আগতে কলঘৰৰ একাষে ধানকল এটাও বহুওৱা হৈছিল। দুয়োখন বাগিচাৰ দ মাটিত কৰা ধানখেতিৰ আজি কিছু বছৰ ধৰি বেছ লাভজনক উৎপাদন। সেয়ে যাদৱপ্ৰসাদে সুকীয়াকৈ ধানকল এটাও বহুৱাই লৈছে।

কটং কটংকৈ লোহাৰে লোহা মৰিওৱাৰ শব্দ শুনা গ'ল ।

দেৱবালাৰ ওঁঠেৰে মাতৃসুলভ হাঁহিৰ লহৰ বাগৰিল। হয়, এয়া যাদৱপ্ৰসাদৰে কাম হ'ব। য'তেই থাকে, ঘৰৰ সমুখত কাৰখানা এটা। বৈঠকখানাৰ মুখতে লোহা-লক্কৰেৰে ভৰা সৰু কাৰখানা এটা। প্ৰথম প্ৰথম দেৱবালাই আপত্তি কৰিছিল। হাকিমৰ ছোৱালী, ডায়'চেছনত সুদীৰ্ঘকাল কটাই অহা সংস্কৃতিমনা-শিল্পপ্ৰাণা ছোৱালী, গৃহসজ্জাৰ চখ নাথাকিবনে?

এৰা, দেৱবালাই সুকীয়াকৈ এখন গৃহস্থীৰ পাতনি মেলাৰ সময়ত বৈঠকখানা সজাই তুলিব খুজিছিল। কোমল চোফা, অনুজ্জ্বল পোহৰ মেলিব পৰা লেম্পশ্বেড, আৰু কত কি! কিন্তু কওঁ-নকওঁকৈ বাহিৰ হৈছিল যাদৱপ্ৰসাদৰ মাত—

মোৰ ওচৰলৈ কিছুমান মানুহ আহে বৰমাই। ভলণ্টিয়াৰসকলকে আদি কৰি খেতিৰ সহায় আশা কৰাজনলৈকে। সেইসকলৰ প্ৰতি মোৰ আগ্ৰহ আছে, আগলৈও থাকিব।

ভাল কথা, ঠিকেই কৰে আপুনি।

তোমাক ঠিককৈ বুজাব পৰা নাই।

বুজিম মই, কওক।

একেবাৰে সহজ-সৰল মানুহ সেইবোৰ, ঘৰখনত ভৰি দিয়েই যদি বিলাসিতা চকুত পৰে, বৈ যাব তেওঁলোক, পিছুৱাই যাব।

চোফাছেট, ফুলদানী এইবোৰক আজিকালি বিলাসিতা বুলিব পাৰি জানো?

হয়তো নোৱাৰি, হয়তো পাৰি।

নুবুজিলো।

অসমৰ ভিতৰখন তুমি দেখা নাই, ঘৰৰ মুধচেৰে জোন-তৰা দেখি থাকি। মোৰ ওচৰলৈ অহা মানুহবোৰৰ সৰহসংখ্যকেই তেনে ঘৰৰ পৰা আহে।

দেৱবালাই আৰু কথা নবঢ়ালে। বঢ়োৱাৰ কোনো প্ৰয়োজনো নাছিল।

এনে চিন্তা যাৰ কেৱল মগজুত নহয়, বুকুত বাজে, তেনে মানুহৰ ওচৰ চাপিহে যোৱা যায়। তেওঁ বহি থকা চকীৰ পাছফালে বৈ চুলিৰ মাজত আঙুলি বুলোৱা যায়।

শ্ৰদ্ধা-মৰম মিশ্ৰিত এক অনন্য অনুভৱেৰে এনে মানুহক জীৱনসংগী হিচাপে পোৱাৰ বাবে নিজকে ধন্য মনা যায়।

হয়, বৈঠকখানা সজোৱাৰ চিন্তা চমুৱাই আনিছিল দেৱবালাই। যাদৱপ্ৰসাদৰ কাৰখানা বহিছিল। কাঠৰ দীঘল দীঘল বেঞ্চ পৰা হৈছিল।

কথাবোৰ মনলৈ অহাত এতিয়া দেৱবালাৰ ওঁঠেৰে মমতাৰে সিক্ত হাঁহি পিছলি পিছলি গৈ থাকিল। শিশুৰ দৰে যাদৱপ্ৰসাদ। হাতুৰি-স্ক্ৰুড্ৰাইভাৰ লৈ কল-কব্জা মেৰামতিত লাগি থকা যাদৱপ্ৰসাদ।

আঃ বুকুৰ মাজত কিয় লৰি উঠে বিষাদৰ শিলা?

প্ৰদীপ... প্ৰদীপ... আৰু প্ৰদীপ... হাতুৰি-বটালি-কৰত আৰু চকু-মুখ ওপচোৱা সেই সোণামুৱা হাঁহি।

আঃ প্ৰদীপ!

দেৱবালাৰ চকু দুটি ভৰি আহিল। যাবলৈকে আহিছিল যি, দুদিন মৰম লগাই থৈ গ'লগৈ। গ'লতো গ'ল, নিজে গুচি গ'ল, কিন্তু এনেদৰে ছটফটাবলৈ যে এৰি থৈ গ'ল মাকজনীক!

বঙলাৰ গেট খুলি কোনোবা এজনক এইফালেই অহা দেখা গ'ল। চাদৰৰ আঁচলেৰে দেৱবালাই চকুৰ কোণ টুকি ল'লে। সেয়া, ৰণুৰ লগত খেলা ৰবি। দেৱবালাই নিজে তাক কলিকতাৰ পৰা আনিছিল। ৰণু সৰু ল'ৰা, তাৰ স'তে অনবৰতে লাগি ধেমালি কৰি থাকিবলৈকে দেৱবালাই ৰবিক ইয়ালৈ লৈ আহিছিল। থাকি গ'ল ইয়াতে। আজিকালি সি টিংখাঙৰ পৰা ডাক আনে। আগতে ডাক অনা-নিয়াৰ কাম ফাগুন দাসে কৰিছিল। পাছলৈ নোৱৰা হ'ল। বয়স বাঢ়িল।

ৰবিৰ মুখ হাঁহিৰে উজ্জ্বল।

বাৰাণ্ডাৰ সমুখলৈ আগুৱাই আহিল দেৱবালা।

ভালে আছ ৰবি?

সি হাঁহিলে।

দেৱবালাই ভিতৰৰ পৰা মুঢ়া এটা আনি তাক বহুৱালে। চাহ অনোৱালে। নিজেও ল'লে। অনেক কথা ৰবিৰ। ইমানদিনে যেন সিহে যাদৱপ্ৰসাদৰ ছাঁ হৈ আছিল। কৰঙাণী-আজিজবাগ যেন তাৰ পৈতৃক সম্পত্তি। আপোনৰো আপোন এই সকলোবোৰ।

দেৱবালাই তাৰ মুখলৈ চাই চায়ে কথাবোৰ শলাগি গ'ল। সি লাগবান্ধ নোহোৱাৰ দৰে কথা কিছুমান কৈ আছিল—

পাতঘৰৰ ছিজন পাৰ হ'লে কি কৰিব, হাজ্‌ৰা কৰে। কিমাননো পায়? ছয় আনা। হা, অ'ভাৰ টাইমত তিনি আনা বেছি হৈ যায়। লাভ কি?

দেৱবালাই তাৰ মুখলৈকে চাই ৰ'ল। ৰণুৰ সৈতে কোঠাই কোঠাই দৌৰাদৌৰি-লুকাভাকু খেলি ফুৰা ল'ৰা আছিল এইটো। কিমানেই বা বয়স তাৰ! অথচ আজি ইমানবোৰ কথা ক'ব পৰা হৈ গৈছে।

মানুহক জীৱনে অনেক শিকায়।

অভিজ্ঞতাইহে নির্ধাৰণ কৰে মানুহৰ বয়স।

তাৰ কথাৰ ওপৰতে দেৱবালাই মাত লগালে—

গণেশ পেটুৰা আছেনে নাই অ' আজিকালি?

অ' বুঢ়া?

বুঢ়া নেকি?

অ' বুঢ়া নহয়নো কি?

হয় চাগে'। তই কৈছ যেতিয়া হয়েই দে। মই আক' বেেগ এটা বুলিহে ইমানদিনে জানিছিলো।

ৰবি যেন মুঢ়াই-চুঢ়াই দেৱবালাৰ কাষলৈ হাওলিহে যাব! একপ্ৰকাৰ ফুচফুচায়ে সুধিলে—

কি বুলি জানিছিল বাৰু?

ৰবিৰ কৌতূহলক ইচ্ছা কৰিয়ে আওকাণ কৰি সহজ সুৰেৰে ক'লে দেৱবালাই—

বিহাৰী বুলি।

কথা শুনিয়েই ব্ৰম্লাতিতা কিবা এবিধ জিভাত পৰাৰ দৰে ল'ৰাটোৱে মুখখন বিকটাই দিলে। আৰু নিজকে সম্বৰণ কৰিব নুখুজি দেৱবালাই এৰি দিলে হাঁহিৰ স্ৰোত। খল্‌খল্‌... খল্‌খল্‌।

সদায় অহাৰ দৰে আজিও সন্ধ্যা নামি আহিল। বঙলাৰ বাহিৰত নিশা ফুল ফুলাৰ সুগন্ধি বিয়পিছে। কীট-পতংগবোৰে সমবেত সংগীত আৰম্ভ কৰি দিছে। মজদুৰ লাইন, বিশেষকৈ আজিজবাগৰ গাঢ়ালাইনৰ ফালৰ পৰা কাৰোবাৰ যেন বিননি ভাহি আহিছে, মাইকী মানুহৰ বিননি। এনে লাগিছে, যেন সেইফালৰ লাইপুলি, শগুণে চোবা, ৰঙা বননি গাঁৱত ঘৰৰ পাছত ঘৰ জ্বলিছে হুৱাদুৱা লগাব খুজিছে গাঁওবোৰে। এনে কিয় লাগিছে, এইফালৰ বাঘমৰা, চপাতলি, কেচেৰুগুৰি আদি গাঁওবোৰৰ প্ৰতিটো গৰু-ছাগলীয়েই বেবাইছে, হেম্বেলিয়াইছে।

কি হৈছে, সূৰ্যাস্তৰ পাছতো যে চৰাই-চিৰিকটিবোৰে অকাই-পকাই ঘূৰিছে আকাশত? গোটেইখন কাউৰীৰ কা-কা আৰু নিশাচৰ পখীৰ শাওলগা হুলস্থুল!

বাৰাণ্ডালৈ ওলাব খোজা দেৱবালাৰ হঠাতে মূৰটো আচন্দ্ৰাই কৰা যেন লাগিল। এনে লাগিল পৃথিৱী-আকাশ সকলোৰে খেলিমেলি। সকলোবোৰ তল-ওপৰ হ'ব এতিয়া!

জোৰকৈ দেৱবালা বাৰাণ্ডালৈ ওলাল। বাৰাণ্ডাত জ্বলাই থোৱা উজ্জ্বল পোহৰত দেখিলে তেওঁ এক অদ্ভুত দৃশ্য। নিথৰ পানীৰ পুখুৰীত শিল দলিয়ালে যিদৰে কিছুমান বলয়ৰ সৃষ্টি হয়, সাইলাখ একে বলয় কিছুমান সৃষ্টি হৈছে চোতালৰ মাটিত।

অবিশ্বাস্য কাণ্ড!

সপোন নে ভ্ৰম?

হুৰহুৰ হুৰহুৰকৈ দ'মাই থোৱা কাঠ এসোপা বাগৰি পৰিল। বাৰাণ্ডাৰ ফুলৰ টাববোৰ হুৰহুৰাই বাগৰিল লেম পৰিল, চকীৰ কুছন পৰিল, অজস্ৰ বস্তু পৰিল যেনিতেনি, য'ত-ত'ত। আনকি কোনোমতেহে নপৰাকৈ ৰ'ল স্বয়ং দেৱবালাও। খুঁটা এটাক আঁকোৱালি তেওঁ বহি পৰিল। আচন্দ্ৰাই কৰিছে মূৰ... কেনেবা কৰিছে গা গোটেইখন ওলট-পালট হ'ব ধৰিছে যে সত্য।

হয়, এয়া দিঠক।

এয়া পৃথিৱী তল-ওপৰ হোৱাৰ কাণ্ড!

এয়া ভূমিকম্প।

০ ০ ০ ০ ০ ০ ০

পঞ্চাশৰ বৰ ভুঁইকঁপত কাৰ কিমান ক্ষতি হ'ল, হিচাপ কোনে ৰাখে, এনে অৱস্থা। প্ৰাকৃতিক দুৰ্যোগে মানুহৰ প্ৰতি কোনো বিচাৰ নাৰাখে। ই প্ৰকৃততে নিয়তিৰ দৰে মৃত্যুৰ দৰেই কোনো বিবেচনা নাথাকে। ধ্বংসই ইয়াৰ লক্ষ্য।

এইবোৰ কথা মানুহে জানে।

অভিজ্ঞতাই শিকাইছে।

তথাপি কান্দে হায় হায় কৰে।

কিছুদিনৰ পাছত আটায়ে খবৰ পালে যে গোসাঁইবাৰীৰ মেনেজাৰক খুন কৰা বিৰ্‌খা বাহাদুৰৰ বাবে এই ধ্বংসলীলা এক আশীৰ্বাদ হৈ আহিছিল। গোটেইবোৰ মানুহে কন্দাৰ বিপৰীতে অকলে হাঁহিলে সি।

শদিয়াত বন্দী কৰি ৰখা হৈছিল তাক। ভুঁইকঁপৰ ধ্বংসৰ প্ৰকোপ দেখি সকলোবোৰ বন্দীকে মুক্ত কৰি দিয়াৰ হুকুম হ'ল। ফলত মুক্ত হৈ গ'ল নৰহত্যাকাৰী বিৰ্‌খা। যাৰ শাস্তি হয়তো মৃত্যুদণ্ড হ'লহেঁতেন!

# একত্ৰিশ

আইজনীয়ে মেট্ৰিক পাছ কৰিলে। এক পলকৰ বাবে দেৱবালা বৈ গ'ল। ডায়'চেছনৰ পৰা পাছ কৰিছে তাই। তেওঁৰ আধৰুৱা সপোন পূৰ্ণ কৰিছে আইজনীয়ে। যিটো দুৰন্ত গতিত ধাৱমান হৈছিল তেওঁ, ঘপহ্কৈ যে নৱম মানতে বৈ যাবলগা হ'ল, কেনে লাগিব পাৰে? যিজনী ছোৱালীৰ ছাত্ৰী হিচাপে সুনাম আছে, সংগীত-ক্ৰীড়াত আছে পাৰদৰ্শিতা, তাইক যদি পাঁচহতীয়া দীঘল শাৰীৰে মেৰিয়াই বহুৱাই দিয়া যায় জুহালৰ কাষত, কেনে লাগিব পাৰে? সামাজিক নিয়ম বা দায়িত্ব-কৰ্তব্যবোধ বুলি সকলোবোৰ মানি ল'লেও ভিতৰৰ সেই দুৰন্ত গতিয়ে বাধাপ্ৰাপ্ত হৈ যেনিতেনি খুন্দিয়াই আমনি নকৰিবনে তাইক? হয়, এয়াই ঘটিছিল দেৱবালাৰ জীৱনত।

জীয়েকৰ মুখলৈ চেনেহেৰে চাই পঠিয়ায় দেৱবালাই। চেষ্টা কৰিলে আৰু ভাল ফল দেখুৱাব পাৰিলেহেঁতেন তাই। তথাপি তেওঁ একো নক'লে। বৰঞ্চ হাঁহি হাঁহি তাইক প্ৰশংসাই কৰিলে, ডায়'চেছনৰ পৰা তেওঁ ওলাব নোৱাৰিলে কি হ'ল, তেওঁৰ কন্যা ওলাইছে। ওলাই আহিছে তাই আশুতোষ কলেজলৈ।

দেৱবালাৰ ৰায়চাহাবৰ লগত দবাখেল চলি থাকে। চলি থাকে বেডমিণ্টনো। মাজে-সময়ে তেওঁ কচ্‌ম'পলিটান ক্লাবলৈও যায়। জীয়ৰীহঁতো যায়। এইবাৰ অকণুৰ সৈতে মুখামুখিকৈ খেলিবলগাত পৰিল তেওঁ।

দেৱবালা চলিহাই জীয়েকৰ বিৰুদ্ধে খেলিব?

তথাপি তেওঁ খেলাৰ কথা ভাবিলে। নিয়ম নিয়মেই। কিন্তু অত্যন্ত আচৰিত কথা যে এই মুহূৰ্তত তেওঁৰ ভিতৰত অন্য এগৰাকী দেৱবালাই মূৰ তুলি উঠিল। ঘৰৰ লগত জীয়েকৰ সৈতে খেলি জিকিব নোৱৰাটো কোনো কথা নহয়। কিন্তু ইয়াত? ইমানবোৰ মানুহে সম্ভ্ৰমেৰে চোৱা দেৱবালা চলিহাক এজনী সৰু ছোৱালীয়ে হৰুৱাব? অহ্ তেওঁ হাৰিবই যে সেইটো সঠিক। কাৰণ এল এন বি ৰ'ডৰ ইয়ং ক্লাবত অকণুৱে দৈনিক খেলে। বেডমিণ্টন চেম্পিয়ন হোৱাৰ স্বপ্ন দেখে তাই।

যি মানুহে সপোন দেখে, তেওঁ চেষ্টাও কৰে। অকণুৰ অনুশীলনৰ কথা সকলোৱে জানে। তাই যে আজি মাকক হৰুৱাব, সেইটো সঁচা।

তথাপি দেৱবালাই খেলিবলৈ বুলি বহাৰ পৰা উঠিল। উঠিলহে, অকণুৱে ঘোষণা কৰি দিলে 'অন্য এদিন খেলিম। আজি থাকক।'

নিজৰ অজানিতে দেৱবালাৰ মুখত হাঁহি বিৰিঙিল।

এই হাঁহি স্বস্তিৰ হাঁহি। সন্তোষৰ হাঁহি।

এই হাঁহি ওপচাৰলৈকে ৰায়চাহাবে দবা খেলত আজিকালি ইচ্ছা কৰিয়ে হাৰি দিয়ে। এই হাঁহি চাবলৈকে যাদৱপ্ৰসাদে পত্নীৰ প্ৰতিটো ৰন্ধনৰ প্ৰশংসা কৰে। যিহতেই হাত দিয়ে, যাদৱপ্ৰসাদে সকলোতে সৌন্দৰ্য-গুণ দেখা পায়।

এইবোৰ নুবুজেনে দেৱবালাই?

দেৱবালা যেন এজনী নিচেই সৰু ছোৱালী। ষষ্ঠ-সপ্তমমানত পঢ়ি থাকোঁতে ডায়'চেছনৰ প্ৰিন্সিপালে ইন্টাৰ স্কুল কম্পিটিচনত নাম ভৰাই দিয়ে লন টেনিছ খেলিবলৈ। কি জানে দেৱবালাই? মাথোন বেডমিণ্টন খেলাৰ অভ্যাসেৰে টেনিছতো দুই-একোব মাৰেগৈ, সিমানেই। এতিয়া পিছে অন্য উপায় নাই, খেলিবই লাগিব। খেলিলেও তেওঁ। খেলি খেলি ফাইনেল পাই গৈছিলগৈ।

সেই দেৱবালাই এয়া। সকলো জানিও একো নুবুজা আজলী এজনী।

বিমলী আহি সোমাল। ১৯৫০ চনৰ পৰা তেওঁ অসম প্ৰদেশ কংগ্ৰেছৰ সাধাৰণ সম্পাদক হৈ আছিল, এতিয়া সভাপতিৰ পদত অধিষ্ঠিত।

যিগৰাকী দেৱবালাই ঘৰুৱা খেল এটিতো হাৰিবলৈ বেয়া পায়, তেওঁৰ ভিতৰত সৰু ছোৱালী এজনী থকাৰেই অনুমান কৰা যায়। কিন্তু এতিয়াৰ দেৱবালা সম্পূৰ্ণ বিপৰীত।

চাহ এপিয়লা বিমলীলৈ আগবঢ়াই দি দেৱবালা দেৱৰেকৰ একাষে বৈ গ'ল। তাৰাপ্ৰসাদ গুচি গৈছে, গুৰুপ্ৰসাদো; এতিয়া কি হৈছে বিমলীৰ? ভাবনাত বিভোৰ-চিন্তিত মুখত ছয়াময়া এন্ধাৰ।

ঘৰত সকলোৰে কুশল নে বিমলী?

হয়।

সভাপতিৰ দায়িত্ব চলাই আছা, ইয়াৰ পাছত কি?

সেইটোৱেই সমস্যা হৈছে নবৌ।

সমস্যা?

আপুনিতো জানেই, সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁইৰ মৃত্যুত শিৱসাগৰ সমষ্টি শূন্য হৈ পৰিছে।

এৰা, সিদিনা এখেতেও কৈ আছিল, উপনিৰ্বাচন হ'ব বোলে?

হয়। ৰাইজে মোক ধৰিছে।

ভালহে কথা। তুমি পিছুৱাই নাথাকিবা। ৰাইজে সকলোকে নিবিচাৰে। যাৰ ওপৰত গোটেই সমষ্টিৰ মানুহৰ আস্থা আছে, তেওঁকহে বিচাৰিব। সৌভাগ্যবান তুমি। ককাইদেৱেৰাই কি কয় নেজানো, মই হ'লে নিৰ্বাচনত নামিবলৈকে কওঁ। তুমি জয়ী হ'বাও, চাবা। দেশসেৱা-জাতিসেৱা সকলোৰে বাবে নহয়তো! ভাগ্যই সকলোৰে বাবে কাম কিছুমান ঠিক কৰি থৈয়ে দিয়ে, সময়লৈ ৰ'ব লাগে কেৱল। মোৰ ধাৰণাত তোমাৰ কামৰ সময় আহি পৰিছে।

বিমলীয়ে নবৌৱেকৰ কথাবোৰ মনোযোগেৰে শুনাৰ পাছত কিছুসময় টলকা মাৰি পৰি ৰ'ল। আইজনী কলেজৰ পৰা উভতি আহিছে, লগত ভানু সিংহ বুলি বান্ধৱীজনী। মণিপুৰী নৃত্যৰ গুৰু ব্ৰজবাসী সিংহৰ জীয়ৰী। তেওঁৰ ওচৰতে আইজনীয়ে মণিপুৰী নৃত্য শিকি আছে।

আইজনীক দেখিয়ে চাগে' বিমলীৰ লখিমীলৈ মনত পৰিল। চাহৰ পিয়লা হাতত লৈয়ে সুধিলে—

লখিমীহঁতে আমেৰিকাৰ পৰা খবৰ-খাতি দি আছে নহয়?

দি আছে। দেউতাকেও সঘনাই চিঠি লিখে আজিকালি।

লিখিবই। আচলতে ককাইদেৱে বৰ হেঁপাহেৰে মাতি আনিছিল তেওঁলোকক।

আমি নেওমীক ওচৰতে বিচাৰিছিলো। লখিমীকো। পাছে যোৱা এটা বছৰ ইয়াত থকাৰ পাছতো ক'তো এটা চাকৰিৰ ব্যৱস্থা নহ'ল।

মাণিকৰ বৃত্তিটোৱেই সুকীয়াধৰণৰ নবৌ। দিলীপ দাস ধাতুবিজ্ঞানী। ভাৰতত তেনে সংস্থাপন পোৱাটো কঠিন।

তথাপি দেউতাকে বৰকৈ আশা কৰিছিল। এবছৰৰ পাছত জী-জোঁৱাইক ওভতাই পঠিয়াবলৈ লৈ মানুহজন একেবাৰে কিবা হৈ পৰিছিল।

সেয়া স্বাভাৱিক।

ওঁ।

ৰুবী ভালে আছে নহয়?

আছে।

অকণুৰ বাবেও ভাবিবৰ হ'ল।

ওঁ।

দীপু ঠিকে আছে?

পাবহিয়ে অলপতে।

ককাইদেউ শুই আছে নেকি নবৌ?

সাৰে আছে, কথা পাতাগৈ যোৱা।

দুৰ্বলতা আঁতৰা নাই? ঔষধ-পথ্য?

সকলো ঠিকে আছে। দুৰ্বলতা গৈছেই প্ৰায়। কিছুমান কাম মানুহে এটা বয়সত কৰিব নোৱৰা হয়গৈ, শৰীৰে সহ্য নকৰে। সেইটোকে বুজি পালেই হ'ল।

এৰা।

বিমলী ভিতৰলৈ সোমাই গ'ল।

দুদিনৰ পাছতে টেলিফোনত দীঘলীয়া ৰিং। দীপু নে লখিমী? নে ৰুবী? দেৱবালা উৰা মাৰি যোৱাদি গ'ল।

হেল্ল'!

হেল্ল' মই বিষ্ণু মেধিয়ে কৈছো

ফোনত দেৱবালা পূৰাপূৰি উত্তেজিত যদিও অসীম সংযমেৰে নিজকে নিয়ন্ত্ৰণ কৰি ৰাখিছে। এগুণ-দুগুণকৈ আগ্ৰহ বাঢ়ি গৈ আছে তেওঁৰ। সিফালৰ পৰা কোৱা কথা শলাগি শলাগি শুনি গৈছে।

যাদৱপ্ৰসাদে বিছনাত বিশ্ৰাম লৈ আছিল। সূক্ষ্ম দৃষ্টিৰে লক্ষ্য কৰি গৈছে পত্নীৰ অভিব্যক্তি।

এইবাৰ দেৱবালাৰ মাত বাহিৰ হৈছে, সিফালৰজনক কৈছে—

আপুনি নিশ্চিন্ত হওক, এখেত যাব।

ৰিছিভাৰ ক্ৰেডেলত থৈ পতিৰ ফালে দেৱবালা ঘূৰিল। ইতিমধ্যে যাদৱপ্ৰসাদ উঠি বহিছে। আজি দহ-বাৰদিন ধৰি তেওঁ বিছনা লোৱাৰ দৰেই। গা হেনো দুৰ্বল লাগি থাকে।

কাৰ ফোন বৰমাই?

দেৱবালা পতিৰ বিছনাত বহিলহি। যাদৱপ্ৰসাদে দেখিলে পত্নীৰ মুখ ৰঙা হৈ উঠিছে।

কিবা ভাল খবৰ নেকি বৰমাই?

হয়, ঠিকেই ধৰিছে।

পতিৰ মুখলৈ চালে তেওঁ।

চকুলৈ চালে।

তাৰপাছত বহি থকা অৱস্থাৰেই সামান্য আগুৱাই গ'ল মানুহজনৰ সমুখলৈ। স্পষ্ট মাতেৰে অথচ ধীৰ সুৰেৰে কৈ গ'ল—

বিষ্ণুৰাম মেধিৰ ফোন আছিল। আপোনাক তেওঁলোকে বিচাৰিছে।

বিচাৰিছে?

অসম লোকসেৱা আয়োগৰ চেয়াৰমেন হিচাপে আপোনাৰ কথা ভাবিছে। বিচাৰিছে আপোনাক। মই ক'লো— ঠিক আছে, যাব।

যাব?? কোন যাব?

কোন যাব, আপুনি। আপুনি যাব, চেয়াৰমেন হ'ব আপুনি।

কি কথা কোৱা? দেহাৰ এই অৱস্থা, বাগিচা-মিল এইবোৰৰ কি হ'ব?

মই কথা দি দিলো। আপুনি যাব আৰু সকলোবোৰ ঠিকেঠাকে চলিব।

অধৈৰ্য হৈ উঠিল যাদৱপ্ৰসাদ। একেচাবে গাৰ নিহালী আঁতৰাই পালেঙৰ পৰা নামি গ'ল তেওঁ। হয়, ভৰিত চেণ্ডেল নুসুমুৱাকৈয়ে।

চিগাৰেট এটা জ্বলাই তেওঁ পায়চাৰী আৰম্ভ কৰি দিলে।

আৰু ভোৰ্‌ভোৰাবলৈ ধৰিলে দেৱবালাই। হয়, একেবাৰে সাধাৰণ গৃহিণী এগৰাকীৰ দৰে ভোৰ্‌ভোৰাই উঠিল তেওঁ—

জ্বৰ নাই, পানী নাই, একো হোৱাই নাই, অকমান গা বেয়া কৰিলেও বিছনা লয়নে মানুহে? কিটো হৈছেনো তেওঁৰ?

যাদৱপ্ৰসাদৰ কাণত পত্নীৰ ভোৰ্‌ভোৰণি, পানী উতলাৰ দৰে বক্‌বকাই উতলিল। বুৰ্‌বুৰণি তুলি উতলি থাকিল পানী। তথাপি তেওঁ একো নক'লে। আচলতে কিবা ক'বলৈ তেওঁ একো বিচাৰি পোৱা নাই। এটা কথা জানে যে দেৱবালাই আগপাছ নুগুণাকৈ কথা নকয়। কিবা সিদ্ধান্তও এনেই লৈ নেপেলায়। তাতে এনে সিদ্ধান্ত!

পিছদিনা যাদৱপ্ৰসাদ সামান্য স্থিৰ হ'ল। চিগাৰেট এটা জ্বলাব খোজোঁতেই চকীৰ পিছফালে গৈ দেৱবালা থিয় হ'ল। জুনুক্‌কৈ উঠিল তেওঁৰ হাতৰ চুৰি, যাদৱপ্ৰসাদে সেই মিঠা শব্দকো আওকাণ কৰিলে। আৰু এই সকলো অনুমান কৰিও লাহে লাহে ক'বলৈ ধৰিলে দেৱবালাই—

আপুনি ছিলঙলৈ যোৱাটো উচিত হ'ব। বিষ্ণুৰাম মেধিৰ দৰে মানুহে বহু মানুহকে জানে, চিনি পায়। কিন্তু ইমানবোৰ মানুহৰ মাজৰ পৰা কেৱল আপোনাকহে কিয় নিৰ্বাচন কৰিছে, আপোনাৰ কথাইহে কিয় ভাবিছে, সেইটোকেনো ভাবি নাচায় কিয়? অৱশ্যে আপোনাক নোসোধাকৈ, একো নজনোৱাকৈ এনেদৰে মই সিদ্ধান্ত লোৱাটো একপ্ৰকাৰ অন্যায়েই হৈছে। তাৰবাবে আপুনি মোক যি মন যায় ক'ব পাৰে। কিন্তু মই আপোনাৰ ভালটোকে বিচাৰো সদায়।

যাদৱপ্ৰসাদ এতিয়াও স্থিৰ। কি ভাবিছে ধৰিব পৰা নাযায়। অৱশ্যে সেইবোৰ একো গুৰুত্বসহকাৰে নলৈ পুনৰ কথা কৈ গ'ল দেৱবালাই—

মিলৰ কথা নাভাবিব, মই চলাব পাৰিম। যোগেশ্বৰ আছে, দেৱানহঁতো আছে, চলি যাব। বাগিচাও চলি থাকিব। দুয়োফালৰ ব্যৱসায় ভগাবলৈ, হাতে-পাতে ধৰিবলৈ আমি নোহোৱা হৈ যোৱা নাই নহয়! সকলোতকৈ ডাঙৰ কথা, বিষ্ণু মেধিয়ে এই সকলোবোৰ জানে। আপোনাৰ ব্যৱসায়-বাগিচা, ঘৰ-সংসাৰ সকলোবোৰ। তাৰপাছতো যে বিচাৰিছে আপোনাক, সেইটো কম ডাঙৰ কথানে? দেশৰ মানুহক সততাৰে কাম কৰি দিবলৈ মানুহে যাকে তাকে নিবিচাৰে নহয়!... উঠক আপুনি, ফাইল-পত্ৰবোৰ মোকলাই লওকহি। অন্ততঃ মিলৰ হিচাপ-নিকাচ কিছুমান মই জানি থ'ব লাগিব।

এইবাৰো যাদৱপ্ৰসাদ নীৰৱে বহি ৰৈছে।

আৰু দেৱবালা উভতি গৈছে গৃহিণীৰ চৌকালৈ।

অৱশেষত যাদৱপ্ৰসাদ ছিলং পালেগৈ অসম পাব্লিক ছাৰ্ভিচ কমিছনৰ চেয়াৰমেন হিচাপে। লগত আইজনী। তাই প্ৰেছিডেন্সীত নাম লিখোৱাইছিল যদিও দেউতাক অকলে থাকিবলগা হ'ব বুলিয়েই লগত গ'ল। লেডীকিন্‌ছত নাম লিখোৱালে।

ইতিমধ্যে বিলাতৰ পৰা দীপু আহি পাইছিল। দীপু আহি পোৱাত অকণুৱে সকাহ

পালে। পঢ়াত মেধাৱী এই ছোৱালীজনীৰ সকলো ক্ষেত্ৰতে স্নেহছায়া প্ৰদান কৰি থকা ককায়েক এতিয়াৰ পৰা আকৌ লগতে থাকিব, এই কথাই আনন্দিত কৰি তুলিলে তাইক।

দেৱবালাও পুত্ৰৰ আগমনলৈ বৈহে আছিল যেন! ৰ'লিং মিলৰ দায়িত্ব তাৰ হাতত সঁপি তেওঁ বাগিচালৈ যাবগৈ পাৰিব। তদুপৰি অকণুৰো কলিকতাতে থাকি পঢ়াত সুবিধা হ'ব। মাতৃমন দেৱবালাৰ। সকলো বুজে। আঁৰ চকুৰে অকণুৰ মুখৰ জ্যোতি মন কৰে তেওঁ। হয়, তাই ককায়েকৰ আদৰ উপলব্ধি কৰে। সৌ সিদিনাৰহে কথা যেন! বি এছ চি দি উঠিয়েই মাকৰ ওচৰত আব্দাৰ ধৰিছিল তাই—

মা মোক অলপ পইচা দিয়া।

কেলেই?

মই ফ্ৰেঞ্চ লেংগুৱেজ শিকিব খোজো।

কি হ'ব ফ্ৰেঞ্চ শিকি? মোৰ হাতত পইচা-চইচা নাই এতিয়া।

কেনে হৈ পৰিছিল অকণুৰ মুখৰ বৰণ, চাবলৈ তেওঁৰ আহৰি নাছিল। দীপু-ৰুবীৰ জন্মদিন। জন্মদিন পালন নকৰে তেওঁ। জীৱনটোৰ আয়ুস কাটি কাটি নি থকা জন্মদিন পালন কৰাৰ যুক্তি বিচাৰি পোৱা নাযায়। অৱশ্যে শাহুআই নিকুঞ্জলতাই প্ৰত্যেকৰে জন্মদিনত গোসাঁইঘৰত শৰাই আগবঢ়াইছিল। এতিয়া সেইবোৰ নাই, দীপুৱে লগ-বন্ধুক বাহিৰত খুৱাবলৈ বুলি টকা কেইটামান খুজি নিয়েহি, সিমানেই।

সি মাকৰ কাষ চাপি আহিছিল, হাত পাতিছিল পইচা বিচাৰি। তেওঁ দিছিলেও। তাৰপাছত সি আৰু দহ টকা বেছিকৈ বিচাৰিছিল। কিয় লাগে? দেৱবালাৰ ভ্ৰূকুটি সৃষ্টি হ'ব খুজিছিল কিন্তু সি লাহেকৈ উচ্চাৰিছিল—

অকণুৱে ফ্ৰেঞ্চ শিকিব খুজিছে। শিকা উচিত। মই এনকাৰেজ কৰিব খোজো তাইক।

ফৰাচী ভাষাটোৰ প্ৰতি নহয়, অকণুৰ শিকাৰ আগ্ৰহ দেখি নহয়, ককায়েক হিচাপে দীপুৰ ভগ্নীস্নেহৰ উমান পায়ে সকলো শিথিল হৈ আহিল। এষাৰো কথা উচ্চাৰণ নকৰাকৈ টকা দহোটা ল'ৰাটোৰ হাতত গুঁজি দিছিল তেওঁ।

সেইটো ল'ৰাই বিলাতৰ পৰা উভতিছে, ঘৰ-মিল, ভায়েক-ভনীয়েক, সকলোবোৰৰ দায়িত্ব মূৰ পাতি ল'ব এতিয়া।

আৰু সঁচাকৈ সেয়ে হ'ল। দীপু আহি ৰ'লিং মিলৰ দায়িত্ব লৈ দেৱবালাক মুক্ত কৰি দিলে। ৰ'লিং মিলত পণ্ডিতজী মেনেজাৰ, গোস্বামী একাউনটেণ্ট। ইমানদিনে মিলত গোটা ৰডৰ কাম হৈছিল, দীপু অহাৰ পাছত চেপেটাধৰণৰ ৰড কিছুমানৰ কামো আৰম্ভ কৰা হ'ল। এইবোৰ বিশেষকৈ খিৰিকীৰ ফ্ৰেম আদিৰ বাবে উপযোগী। এসময়ত ইয়াত আলমাৰি বনোৱাৰো চেষ্টা কৰা হৈছিল, এতিয়া বন্ধ।

লাভত আছেনে মিলটো?

দীপুৱে ভাবে, দেৱবালায়ো ভাবে।

যাদৱপ্ৰসাদ-দেৱবালা কৰুণাণীত আছিলগৈ। যাদৱপ্ৰসাদ কলিকতালৈ আহিল। মিলৰ পৰা তেওঁৰ ওচৰলৈ চিধাই বাট পোনালে যোগেশ্বৰ হাজৰিকাই। উশাহ নসলোৱাকৈ ক'লে—

কথা-কাণ্ডবোৰ ঠিক হোৱা নাই, ককাইদেউ।

অনুমান কৰিছো মই।

বহুদিনৰ পৰাই টকা সৰকাই আছে।

দুইজনকে মিলৰ পৰা আঁতৰি যাবলৈ কোৱা। ইমান বিশ্বাসত লোৱা মানুহেই যদি দুটা পইচাৰ লোভত পৰি এনেদৰে তললৈ যাব পাৰে, তেনে মানুহ সোনকালে আঁতৰ হোৱাই মংগল।

আপুনি এবাৰ থিয় দিলেগৈ ভাল আছিল, ককাইদেউ।

ওহো, তেওঁলোক তাত থকালৈকে নাযাওঁ মই।

অহ্ কিমান টকা লুটিলে সেই দুজনে?

দেৱবালাই মূৰ জোকাৰিলে মাথোন। দীপু চফল ডেকা, উত্তেজিত হৈ উঠিব পাৰে। 'যি হ'ল হৈয়ে গ'ল, বাদ দে সেইবোৰ।'

কথাষাৰ তাতে এৰি দেৱবালা গাড়ীত উঠিলহি। ইউনিভাৰছিটিত পঢ়িবলৈ অহা ছাত্ৰীকেইজনীমান মাণিকতলাৰ কৰ্মী মহিলাৰ হোষ্টেল এটাত থাকে। বিশেষকৈ ৰমানন্দ ভৰালীৰ জীয়ৰীৰ তেওঁ লোকেল গাৰ্জেন হোৱা হেতুকে তালৈ মাজে-সময়ে যায়। তাৰপৰা চিধাই কচম'পলিটান ক্লাবত বেডমিণ্টন খেলিবলৈ যায়গৈ। অকণুৰ লগৰকেইজনীমান বিশেষকৈ গুৱাহাটীৰ যোৰপুখুৰী পাৰৰ যাদৱচন্দ্ৰ তামুলীৰ জীয়ৰীসহিতে কেইগৰাকীমান বিবেকানন্দ ৰ'ডৰ ছোৱালীৰ প'ষ্ট গ্ৰেজুৱেট হোষ্টেলত থাকে, দেৱবালাৰ ঘৰলৈ সিহঁত ফুৰিবলৈ আহিলেও উভতি যাওঁতে তেওঁ গাড়ীৰে থ'বলৈ যায়। আজিকালি অৱশ্যে ড্ৰাইভাৰৰ কাম দীপুৱেই কৰে।

দীপুৰ বিয়াৰ প্ৰসংগ আহি পৰিছে এতিয়া। নেচনেল মেডিকেল কলেজৰ ছাত্ৰী জয়া গোস্বামী।

দেৱবালাই কথা কিছুমান যুকিয়াবলৈ ধৰিলে। দীপুৰ বিয়া পতা হওক। অকণুৰখনো। এই ঘৰ ভৰি উঠক। তেওঁ বাগিচালৈ এনেদৰে আৰু আহ-যাহ কৰিব নালাগে। (ইণ্ডিয়ান এয়াৰলাইনছৰ ডেক'টাই যিকেইটা জাঁপ মাৰে, প্লেন বুলিলেই দেৱবালাৰ বুকুখন ধিপিংকৈ মাৰে।) ৰণুৱে যাদৱপুৰত ইঞ্জিনীয়াৰিং পঢ়ি আছে, ঘৰৰ পৰা দৈনিক চাইকেল মাৰি কলেজলৈ যোৱাৰ চখ লাগিছে তাৰ। সিও ইয়াতে থাকিব। আইজনী দেউতাকৰ লগত ছিলঙত আৰু তেওঁ বাগিচাত থাকিব।

দেৱবালাৰ গণিত চলি থাকে।

# বত্ৰিশ

শিৱসাগৰৰ খ্ৰীষ্টানপট্টিত থকা কালীপ্ৰসাদ স্মৃতি ভৱনত ১৯৪৭ চনৰ পৰা শিৱসাগৰ কলেজখনৰ শিক্ষাদান চলি আছে। ছিলঙৰ পৰা বাগিচালৈ অহা যাদৱপ্ৰসাদ এতিয়া খন্তেক ইয়াতে ৰ'ল। মহাসমৰৰ সময়ত ইয়াতেই কমখন আয়োজন চলিছিলনে? তেওঁ দিখৌপাৰৰ পুৰণি ভেটিৰ ওচৰ পালেগৈ। ছিলঙৰ গণেশ দাস হস্পিতালত আজিকালি পুতলী ডাক্তৰণী। তাই ককায়েকক এইডোখৰ মাটিৰ কথা কৈ থাকে। কিনো কয়? পিতৃ-মাতৃৰ স্মৃতিবিজড়িত অনেক কাহিনী এই মাটিত মিহলি হৈ থকাৰ কথা শ্ৰদ্ধাৰে স্মৰণ কৰি থাকে।

যাদৱপ্ৰসাদৰ দীৰ্ঘনিশ্বাস বাহিৰ হ'ল। তথাপি অতীত স্মৃতি সুঁৱৰি তেওঁ তাত বেছি সময় ৰৈ থাকিব নোৱাৰিলে। দেৱবালা কৰঙাণীত আছেহি, ওভতোতে তেওঁৰ লগতে ছিলঙলৈ যোৱাৰ কথা। দীপুৰ বাবে গোস্বামীৰ ঘৰলৈ জয়াক খুজিবলৈ গৈছিল তেওঁলোক। অলপ হেহো-নেহো থকাটো স্বাভাৱিক। যিহেতু তেওঁলোক ব্ৰাহ্মণ মানুহ। তেনে কিবা কথাতে খং খাই জয়া ছিলং পাইছেগৈ।

যাদৱপ্ৰসাদে জানে, এনেবোৰ সমস্যাৰ আউল দেৱবালাই খুব সুন্দৰকৈ ভাঙিব জানে।

দেৱবালাক যাদৱপ্ৰসাদে ছিলঙলৈ লৈ গ'ল। আইজনী আছিলেই, জয়াও আহিল। ফৰাচী আয়াই প্ৰতিপালন কৰা জয়া আঢ্যৱন্ত লোকৰ আলসুৱা ছোৱালী, বোৱাৰী হিচাপে কেনে হ'ব এই কন্যা? ওহো, দেৱবালাই সেয়া নাভাবিলে। দীপু তেওঁৰ বৰ মৰমৰ। সি যি ভাল পায়, সেয়া তেওঁৰো অৱশ্যেই প্ৰিয়। ইফালে অকণুৱে বঙালী পৰিয়ালৰ এক যুৱকক মন দি পেলাইছে। বিলাতৰ পৰা ব্যাৰিষ্টাৰী পাছ কৰি অহা তৰুণ কুমাৰ বসু।

অৱশেষত অগা-পিছাকৈ দুয়োখন বিবাহ সম্পন্ন হৈ যায়। পুত্ৰৰ বিয়াৰ পাছত যিকেইদিন দেৱবালা কলিকতাত থকাকৈ আছে, বোৱাৰীয়েকৰ বিলাতী আদব-কায়দা দেখি মনতে ভাবে 'মোৰ এই বোৱাৰী বোধহয় বেছিদিন নিটিকিব।'

বুকুখন কেনেবা লাগে দেৱবালাৰ। ঘৰুৱা কাম বোৱাৰীৰ পৰা আশা নকৰে তেওঁ। মানুহ হিচাপে জয়া ভাল, ব্যৱহাৰ ভাল। অথচ সংস্কৃতিগত কাৰণতে যেন ক'ৰবাত কিবা খাপ খাই পৰা নাই। কিন্তু যিটো দলৰ সমাজকৰ্মী হিচাপে জয়াই দুৰ্গত মহিলাসকলৰ বাবে কাম কৰে, তাক লৈ দেৱবালা গৌৰৱান্বিত।

মানৱ সেৱাৰ মনোভাবে মানুহৰ হৃদয়তন্ত্ৰীত একেবাৰে ধাৰাসাৰ সংগীতৰ অনুৰণন তোলে।

আঙুলিৰ মূৰবোৰ পিৰ্‌পিৰাই উঠে দেৱবালাৰ। চেতাৰ-বেহেলা-ক্লেৰিঅ'নেট! আঃ পিয়ান'ত বহিবলৈ পোৱাহেঁতেন! ৰণুহঁতে পিয়ান'ত ৱেষ্টাৰ্ণ নট স্পৰ্শ কৰে আৰু তেওঁ ইণ্ডিয়ান মেথ'ডত মেলডী বজায়।

দেৱবালা আতুৰ হৈ উঠে সেই সাংগীতিক অনুৰণনেৰে তেওঁৰ ভিতৰ-বাহিৰ ভৰাই তুলিবলৈ। ফলত দীপুৰ উদ্যোগতে কলিকতাত পিয়ান' এখন ক্ৰয় কৰে দেৱবালাই দহ হাজাৰ টকাৰে।

ইফালে বাগিচাৰ উৎপাদনৰ অনুপাতত অৰ্থকৰী দিশটো তললৈ নামি আহিছিল।

পায়চৰি কৰিবলৈ ধৰে দেৱবালাই।

আৰু শেহত তেওঁ দীৰ্ঘকালৰ বাবে বাগিচালৈ গুচি আহিল।

এইবাৰ বাগিচালৈ আহোঁতে মেলাচকৰৰ ঘৰতো সোমাল তেওঁ। আদৰমণিৰ ইতিমধ্যে বিয়া হৈ গৈছিল, ৰঘুৰ লগত। লেম জ্বলাবলৈ যাওঁতে কেৰাচিন পৰি আদৰমণি এবাৰ জুইত দগ্ধ হৈছিল। জুয়ে পোৰা ভৰিহাল দীঘলকৈ মেলি বিশ্ৰাম লৈ থকাৰ সময়তে ভৰি দুখনৰ ওপৰৰ ছাল লগ লাগি গৈছিল। এতিয়া ভাল। ৰঘুৰ যথেষ্ট বয়স বাঢ়িল। সমুখৰ দাঁত তথাপি চিক্‌চিকাই আছে। চুলি একেবাৰে ক'লা। চকুৰেহে ভালদৰে নমনে নেকি?

ৰঘু ভালে আছ'?

আছ'।

দেৱবালাই পিছবাৰাণ্ডাৰ বেঞ্চতে আৰামকৈ বহি ল'লে। চোতালত ৰঘু। তাৰ হাতত কলম কটাৰি এখন। আকৌ সুধিলে দেৱবালাই—

চাহ খালি?

খালি।

আদৰমণিয়ে তোৰ যতন লয়নে?

লয়, লয়।

আগৰ কেঁচাঘৰ ভাঙি তহঁতক যে নতুন ঘৰ সাজি দিয়া হৈছে, ভাল পাইছনে?

ভাল পাইছ... পাইছ।

ধনে চোতালৰ ডাঁৰত গা ধুই গামোচা মেলিবলৈ লৈছিল, ৰঘুৰ উত্তৰবোৰ শুনি আছিল, এইবাৰ সি দেৱবালালৈ চাই হাঁহি হাঁহি ক'লে—

বৰখুৰীদেৱে ভাল মানুহটোৰ লগতে কথা পাতিছে। ৰঘু, পানীৰ ফিল্টাৰৰ বালিখিনি সলালিনে?

সলালি।

এহ্‌ যা।

যা।

ৰঘু আঁতৰি গ'ল। আৰু হাঁহিত ৰ'ব নোৱৰা হ'ল দেৱবালা। ধনেও হাঁহিলে। পিছফালৰ পৰা নেমুটেঙা ছিঙি ওলাই অহা আদৰমণিয়েও হাঁহিলে।

কৰণ্ডাণীলৈ যোৱা ওৰে পথটো দেৱবালাই ৰঘুহঁতৰ কথাকে ভাবি গ'ল। ইমান সহজ-সৰল এই মানুহবোৰ। চাহ বাগিচাত কাম কৰি খোৱা এই নিৰীহ মানুহবোৰ। আজি কিছুদিন ধৰি বাগিচাই লাভ দিব পৰা নাই। কিয়? কি হৈছে? বাগিচা চলোৱা মানুহ ঠিকে আছে, মজদুৰহঁতৰো কোনো বিৰোধ নাই, গছবোৰো ৰুগীয়া হোৱা নাই, তেন্তে? ক'ত বৈ গৈছে আসোঁৱাহ?

ওখোৰা-মোখোৰা বাটত গাড়ীখনে জঁপিয়ায়।

তথাপি ভাবনাৰ সূত্ৰ নিছিগে দেৱবালাৰ।

বিশ্বকৰ্মা পূজা। বৰকেৰাণী ৰামহৰি ভট্টাচাৰ্য নিজে পুৰোহিতৰ আসনত বহিছে। পৰিবেশটো দেৱবালাৰ নিৰ্দেশত উছৱমুখৰ হৈ উঠিছে। ৰং-বিৰঙী লাইট লগোৱা হৈছে, প্ৰসাদৰ উপৰিও সকলোৰে বাবে খিচিৰি-লাব্ৰা-ভাজিৰ ব্যৱস্থা। তদুপৰি পেঁপা-বেলুনৰ লগতে সৰু সৰু মণিহাৰী দোকান কিছুমান। এই পূজাতে দেৱবালাই এজন এজনকৈ প্ৰতিজন মজদুৰক ধুতি উপহাৰ দিলে। তিৰোতাবোৰক ৰংচঙীয়া শাড়ী।

প্ৰফুল্ল ৰাজখোৱাই এই সকলোবোৰ টলকা মাৰি চাই থাকিল। এটা কথা ঠিক যে, এই মহিলা কেৱল কৰ্মোদ্যমীয়ে নহয়, বিচক্ষণাও।

ৰাজখোৱাৰ মুখ পোহৰ হৈ উঠে। যি ঠাই বুদ্ধিমতী নাৰীৰ দ্বাৰা পৰিচালিত, তাতেইহে সদায় নতুন দিগন্তৰ সূচনা ঘটে।

দেৱবালাৰ চিন্তাজগতৰ কেন্দ্ৰবিন্দু বাগিচাক উন্নত কৰা। তাৰে কিছুমান কাৰ্যপন্থা হাতত ল'লে। যেনে, বাগিচাৰ হস্পিতালৰ সা-সৰঞ্জাম ঠিক-ঠাক ৰখোৱা, বিছনা আদি উন্নত কৰা। ঠায়ে ঠায়ে খোৱাপানীৰ ব্যৱস্থা লোৱা, লগত কাকো নোলোৱাকৈ মজদুৰ লাইন চাবলৈ যোৱা। কামজাৰিলৈ যাওঁতে কাষতে পোৱা মজদুৰৰ সৈতে ঘৰুৱা ব্যৱহাৰ কৰা ইত্যাদিবোৰ।

গভীৰ চিন্তাত নিমগ্ন দেৱবালাই সঁচাকৈয়ে ঘৰ-সংসাৰ পাহৰি পেলোৱাৰ দৰে হয়। এইবাৰ বাগিচাৰ ঠায়ে ঠায়ে ৰোৱা কুঁহিয়াৰবোৰো ভাল হৈছে। পগাই যথেষ্টখিনি গুৰ পোৱা যাব।

তেওঁ গৈ গৈ গুটিবাৰী পালেগৈ। ইমানদিনে টোকোলাইৰ পৰা গুটি আহি আছিল। পুলিৰ নাৰ্ছাৰী প্ৰত্যেক বাগিচাতে থাকে কিন্তু গুটিৰ নাথাকে। দেৱবালাই এই বিষয়তো চিন্তা কৰিলে আৰু এখগুৰ চাহগছ কিছুমান বাঢ়িবলৈ এৰি দিলে। সময়ত সেইবোৰ ওখ হৈ বাঢ়িল। কমলাটেঙাৰ সমান ওখ ওখ গছত আখৰোটৰ দৰে গুটি কিছুমানো লাগিল।

প্ৰত্যেক শুকুৰবাৰে গধূলি যাদৱপ্ৰসাদে ছিলঙৰ পৰা গাড়ী লৈ বাগিচা পায়হি,

তাৰপাছত দেওবাৰে ৰাতিৰ ৰাতিটো যাত্ৰা কৰি পুৱাই ছিলং পাই সোমবাৰে অফিচ কৰেগৈ। পত্নীৰ কাৰ্য কিছুমানত যাদৱপ্ৰসাদ ক্ৰমশঃ সম্মোহিত হৈ আহিব ধৰিলে। চাৰিওফালৰ পৰা দেৱবালাই যিধৰণে বাগিচা দুখনক খন্তিৰে গছপুলি চিকুণোৱাদি চিকুণাই তুলি ধৰিবলৈ চেষ্টা কৰিছে, এয়া সঁচাই প্ৰশংসনীয়। দিনে-ৰাতিয়ে সমানে কলঘৰ চলে। যাদৱপ্ৰসাদ বঙলা পায়হি। দেৱবালা এতিয়াও কলঘৰতে আছে। দুখনকৈ বাগিচাৰ পাত তোলা হয়। চাৰে চাৰি কেজি পাতৰ ভিতৰত এককেজিমান পাত পকি যায়। তথাপিতো ইমান পাত মাৰিবলগা হৈছে!

যাদৱপ্ৰসাদে কলঘৰলৈকে খোজ ল'লে। অকস্মাতে মালিকক দেখি আটাইবোৰৰে থৰকাছুটি হেৰাল। দেৱবালাৰ খিয়ালেই নাই। ঘৰৰ পৰা চেনি-চাহপাত অনোৱাই চাহ উতলাবলৈ দিছে তেওঁ। মানুহবোৰে মেচিনৰ দৰে কাম কৰি থাকিব পাৰেনে? সেয়ে দেৱবালাই বঙলাৰ পৰা লাড়ু-পিঠা অনোৱায়, চাহ উতলায়। নাইট ডিউটীৰ মানুহবোৰ ঘৰুৱাভাবেৰে চাপিকুছি আহে। নিজৰ গিলাচত চাহ এটুপি ল'বলৈকে নাইট চকীদাৰো চুচুক-চামাককৈ ৰয়হি।

পিছফালৰ পৰা পত্নীক এনেদৰে কলঘৰৰ মজিয়াত বৈ থকা দেখি যাদৱপ্ৰসাদৰ কেনেবা লাগিল। বিয়াৰ পাছৰে পৰা সুখত ৰখাৰ চেষ্টা কৰি আহিছে তেওঁ। কোনোধৰণৰ অতিৰিক্ত পৰিশ্ৰম কৰিব দেৱবালাই, এই কথা যাদৱপ্ৰসাদে ভাবিবও নোৱাৰে। নিদিয়ে তেওঁ কৰিবলৈ। আৰু আজি হৈছে এয়া! যি বয়সত আৰাম কৰে মানুহে, সেই বয়সত টোপনি ক্ষতি কৰিছে দেৱবালাই।

মানুহগৰাকীৰ গাৰ কাষতে ৰাজা বৈ আছিল। পিছলৈ ঘূৰি যাদৱপ্ৰসাদক দেখি সি কুঁ-কুঁৱাবলৈ ধৰিলে। উভতি চালে দেৱবালাই। যাদৱপ্ৰসাদক দেখি মুখখন ফৰকাল হৈ উঠিল।

শুক্লপক্ষৰ নিশা। পূৰাদমে কলঘৰ চলিছে। গাৰুৰ ওপৰত বেণীডাল দীঘলকৈ পেলাই দেৱবালাই শয্যা ল'লে।

যাদৱপ্ৰসাদ পত্নীৰ ফালে মুখ কৰি কাতি হৈ শুলে। জালিকটা কুন্দ্ৰাক্ষৰে জোনাক সৰকি আহিছে। লাহেকৈ হাত এখন থ'লে যাদৱপ্ৰসাদে পত্নীৰ গাত। দেৱবালাই নিজৰ হাতেৰে পতিৰ হাতৰ ঠাৰিত হাত ফুৰাবলৈ ধৰিলে। যেন ক'ব খুজিছে— শুই থাকক আপুনি, বহুদূৰ যাত্ৰা কৰি আহিছে। টলকা মাৰি পৰি ৰ'ল মানুহজন। যেন তেৰোঁ ক'ব খুজিছিল পত্নীক— তোমাৰ কষ্ট হৈছে বৰমাই!

০ ০ ০ ০ ০ ০ ০

একেবাৰে যেন চমৎকাৰহে ঘটিল। সঁচাকৈয়ে দেৱবালাৰ কৰ্মোদ্যমৰ ফলস্বৰূপে এই ১৯৫৪ চনত বাৰশ মোনৰ পৰা সাতাইশ শ মোনলৈকে চাহ উৎপাদিত হ'ল।

কৰ্মচাৰী-মজদুৰ সকলোকে যাদৱপ্ৰসাদে বোনাচ দিলে। নাহৰকটীয়া চাৰ্কোলত এনে ঘটনা এয়ে প্ৰথম।

এইবোৰ সকলো তোমাৰে কৰ্মফল।

যাদৱপ্ৰসাদে ৰস লগাই কোৱা কথাষাৰত দেৱবালাই হাঁহি পেলালে। খিল্‌খিল্- খিল্‌খিল্ হাঁহিৰ স্ৰোত। যাদৱপ্ৰসাদৰ ওঁঠতো বিৰিঙিল হাঁহি। নাতি-পুতিৰে সংসাৰ বহলি গৈ আছে, অথচ সেই তাহানিৰ বয়সতে ৰৈ আছে দেৱবালা। শিশুৰ দৰে সৰল মন এটাৰ অধিকাৰী হৈ ৰোৱাৰ কাৰণতে আজিও দেৱবালাৰ খোজত যৌৱনপুষ্ট গতি, খিল্‌খিল্ হাঁহি।

বাগিচাৰ হস্পিতালৰে খাছী নাৰ্ছ বঙলাৰ চৌহদলৈ সোমাই আহিছিল। ঘৰৰ সমুখৰ পুখুৰীহেন জলাশয়লৈ চাই তেওঁ যেন কিবা ভাবিলে। নিশ্চয়কৈ পদুম অলপ ফুলি থকাৰ কল্পনাই চুইছিল তেওঁক।

দৈনিক ৰক্তচাপ জোখোৱা দেৱবালাই নিয়ম কৰি লৈছে। পানীত চকু থৈ নাৰ্ছক উপযাচি ক'লে তেওঁ—

বঙলা বনাওঁতে যিখিনি ইটাৰ প্ৰয়োজন হৈছিল, ইয়াৰ পৰাই মাটি লোৱা হৈছিল। এইবাৰ মই পাৰবোৰ বন্ধোৱাৰ কথা ভাবিছো।

ছুইমিং পুল?

নাৰ্ছগৰাকীয়ে সুধিলে। উখহা পাতিয়ে ঢাকি থোৱা তেওঁৰ চকুৰ মণি দুটি প্ৰশ্নটোৰ স'তে সংগতি ৰাখিয়ে জিলিক্ মাৰি উঠিল। মৃদু হাঁহিৰে দেৱবালাই শলাগি থ'লে মাথোন। যাদৱপ্ৰসাদৰো ৰক্তচাপ জোখা হ'ল। নাৰ্ছ যাবলৈ ওলাল।

সেইফাললৈকে চাই ক'লে দেৱবালাই—

এইবাৰ দুৰ্গাপূজাত মেলাচকৰলৈ যাব নোৱাৰিম চাগে'!

যাদৱপ্ৰসাদে পত্নীৰ মুখলৈ প্ৰশ্নবোধক দৃষ্টিৰে চাই পঠিয়ালে। তাকে অনুমান কৰি আকৌ ক'লে দেৱবালাই—

এইবাৰ বাগিচাৰ সকলোৰে আনন্দ। বোনাচৰ লগতে তিনিমাহৰ মজুৰিও পাইছে। সকলোৱে ফেক্টৰীৰ কাষতে দুৰ্গাপূজা ধামধুমকৈ পাতিব খুজিছে।

মই এটা কথা ভাবিছো বৰমাই!

কি?

দুইখন বাগিচা সাঙুৰি কো-অপাৰেটিভ ছ'চাইটি খোলাৰ কথা ভাবিছো। তাত কন্‌জিউমাৰ ষ্টোৰ থাকিব, তিনিমাহৰ মজুৰিৰ পৰাই শ্বেয়াৰ মানি ৰাখিব পৰা হ'ব। তাতোকৈ ডাঙৰ কথা হ'ব যে মালিক-মজদুৰ-কৰ্মচাৰীৰ সন্মিলিত ব্যৱস্থা হ'ব ই।

দেৱবালাই খন্তেক পতিৰ মুখলৈ চাই ৰ'ল। কিবা ভাবিলে কিন্তু একো উত্তৰ নিদিলে।

যাদৱপ্ৰসাদে জানে, মানুহগৰাকী তেনেকুৱাই, কথা শুনি ল'লে, গমিপিটি চাব, ভাবিব আৰু তাৰপাছতহে কিবা এষাৰ ক'ব। ইফালে তিনিচুকীয়া ইউ বি আই বেংকত বাগিচাৰ নামত এটা একাউণ্ট খোলা হৈছিল। তাৰপৰা অলপ টকা উলিয়াবৰ বাবে গুদাম বাবু দেৱীপ্ৰসাদ চক্ৰৱৰ্তীক দায়িত্ব দিছিল। এতিয়া সেই চক্ৰৱৰ্তীকে বঙলাৰ ফালে আগুৱাই অহা দেখা গ'ল। ইয়াৰ পাছত বৰকেৰাণী ৰামহৰি ভট্টাচাৰ্যক কলঘৰৰ বাবে কেমেল হেয়াৰ বেল্টিং কিনিবলৈ পঠোৱাৰ কথা আছে।...

o o o o o o o

ইতিমধ্যে বিষ্ণুৰাম মেধিয়ে ৰাজনীতিৰ পৰা গৈ মাদ্ৰাজৰ ৰাজ্যপাল হোৱাত বিমলী অসমৰ মুখ্যমন্ত্ৰী হিচাপে অধিষ্ঠিত হ'ল। এতিয়া ১৯৫৭ চন। ছিলঙৰ পৰা চেয়াৰমেন পদৰ পৰা অৱসৰ লৈ যাদৱপ্ৰসাদো বাগিচা পাইছেহি। আইজনীয়ে এম এ পাছ কৰিছে। তাই আৰু ৰণু-দীপুৰ সংসাৰ কলিকতাৰ ঘৰত। ৰণুৱে ইঞ্জিনীয়াৰিং পঢ়ি আছে। আইজনীয়ে ফাইন আৰ্টছৰ নেচনেল ইন্সটিটিউচনত নামভৰ্তি কৰি উদয়শংকৰৰ অধীনত নৃত্যশিক্ষা লৈ আছিল। এতিয়া তাই ইম্ফলৰ ধনমঞ্জুৰি কলেজত দৰ্শন বিভাগৰ অধ্যাপিকা হিচাপে নিযুক্তি পাইছে। যাদৱপ্ৰসাদে নিজে ছোৱালী লগত লৈ ইম্ফললৈ ওলাল।

জুলাই মাহ। প্ৰচণ্ড গৰম। বাগিচাৰ মাজত তথাপি সুত লগাকৈ বতাহ একোচাটি বলি থাকে।

কামজাৰিৰ পৰা ঘূৰি আহি গাটো তিয়াই এয়া আগফালে বহিছে দেৱবালা। বাপেক-জীয়েক এতিয়ামানে ইম্ফল পালেগৈ চাগে'। ইস্ ইস্ এনেখন গৰমত ৰণু কলেজলৈ কেনেকৈ অহা-যোৱা কৰিছে, সিহে জানে।

এইখিনি সময়ত আজিকালি তেওঁ নেমু চৰ্বত খোৱাৰ অভ্যাস কৰিছে। এনেই পেটটোৰ আহুকাল নুগুচে, গৰমতে সেয়া আৰু বাঢ়িছে।

আমন-জিমন লাগি গ'ল দেৱবালাৰ। তেওঁৰ শৰীৰত কিবা এটি অস্বস্তি আৰম্ভ হ'লে বা চলি থাকিলে তেওঁ কাকো নকয়। কি হ'ব কৈ? মিছাতে আনক চিন্তিত কৰাতকৈ নোকোৱাই ভাল। যিহেতুকে এইবোৰ অস্বস্তিকৰ ৰোগৰ শাৰীতো ধৰিব নোৱাৰি। পেটটোৱে প্ৰায়ে জঞ্জাল দি থাকে। ভালকৈ হজমো নহয় যেন লাগে। তদুপৰি মাতৃ হ'বলৈ গৈ যি কোষ্ঠকাঠিন্যত ভুগিছিল, তাৰ অস্বস্তি এতিয়াও আঁতৰা নাই।

গেট খুলি গৌতম সোমাই আহিল। দহ-বাৰ বছৰীয়া এই মজদুৰ ল'ৰাটোক দেখিলে দেৱবালা মৰমত পমি যায়। মাজে-সময়ে তেওঁৰ নিজকে কিবা আচহুৱা যেন ভাব হয়। নিজে ছোৱালী হৈও, ছোৱালীৰ মাতৃ হৈও, ল'ৰাৰ প্ৰতি তেওঁৰ আদৰ-আশ্বাস যে বেছি, এই কথা তেওঁ নিজেই উপলব্ধি কৰে। যেতিয়া ১৯২৪ চনত কাণত পৰিছিল

যে ডায়'চেছনৰ সেই সোণালী শিক্ষাজীৱন আধাতে এৰি তেওঁ বিয়াত বহিব লাগিব, নীৰৱে হ'লেও দেৱবালা যেন বিদ্ৰোহী হৈ উঠিছিল এই জীৱনৰ প্ৰতি। নাৰী হৈ ওপজাৰ বাবে নিজকে ধিক্কাৰ দিবৰ মন গৈছিল। সৰুতে একেলগে সংস্কৃত টোললৈ অহা-যোৱা কৰা সৌৰা ককায়েক দেৱপ্ৰসাদৰ চকুত এতিয়াও মেডিকেল পঢ়াৰ সপোন। সেই সপোন পূৰ্ণও হ'ব। কাৰণ তেওঁ ল'ৰা হৈ উপজিছে...।

এইবোৰেই দেৱবালাৰ অৱচেতন মনত গোঁজ পুতি বহি ৰৈছেনে?

ভাবি ভাবিয়ে ৰৈ আছে তেওঁ। গৌতম আগুৱাই আহি এক নিৰ্দিষ্ট দূৰত্বত ৰৈ যোৱাটো অনুমান কৰিলে। তালৈ এবাৰ চালেও। তাৰপাছত ভিতৰলৈ চাই ল'ৰাটোক গাখীৰ এগিলাচ আনি দিবলৈ ক'লে। জাৰ্চী গাই পুহিছে তেওঁলোকে। গৌতম আহিলেই প্ৰথমে এগিলাচ খুৱাই লয় তেওঁ। তাৰপাছতহে অন্য কথা-বতৰা।

গৌতম আহ।

হ'ব।

হ'ব নহয়, ইয়ালৈ আহ। এইখন বিচনী ল। তই বোলে বৰ বঢ়িয়াকৈ বিচিব জান?

কোনে কৈছে, মিছা।

মিছা কিয় হ'ব? তহঁতৰ লাইনৰ মানুহবোৰ মিছলীয়া নেকি?

আমাৰ লাইনৰ মানুহে কৈছে?

অঁ।

ধেমালি কৰিছে।

দেৱবালাই মিচিকিয়ালে। সি আগুৱাই আহি ছিৰিতে লেপেটা কাঢ়ি বহি ক'বলৈ ধৰিলে—

আমৰলিৰ বাহ দুটা চাই থৈ আহিছো...।

কেতিয়া আনিবি?

বৰশী কেতিয়া মাৰিব?

কাইলৈ।

কাইলৈকে?

কিয়, অসুবিধা আছে নেকি তোৰ?

নাই। লাইনত চবেই কৈ আছে, কাইলৈ খুব বৰষুণ দিব, খুব দিব।

মই মানা কৰি দিম বৰষুণক আহিবলৈ। নাহে কাইলৈ, চাবি।

সি ঘৰৰ সমুখৰ জলাশয়লৈ চাই ৰ'ল। কিবা ভাবনাত ডুবি গ'ল ল'ৰাটো ক্ৰমশঃ... আৰু তালৈকে চাই চায়ে নেমুচৰ্বত গিলাচ ধীৰেৰে পি গ'ল দেৱবালাই।

# তেত্ৰিশ

গৌতমৰ সৈতে ঘৰৰ সমুখত বৰশী টোপাই বহি থাকে দেৱবালা। সি ওহ্ বুলি কথা এষাৰো তেওঁক উচ্চাৰণ কৰিবলৈ নিদিয়ে। মাত শুনিলে সহজে মাছ নাহে আৰু! হাতত মহ এটা পৰিলেও সেয়ে দেৱবালাই মাৰিব নোৱৰা হ'ল। গৌতমৰ কথা মানি চলিও তেওঁৰ দেখোন ভাল লাগে। নাতিহঁতৰ মাজত থকা যেন লাগে।

মুহূৰ্তৰ পাছত মুহূৰ্ত দেৱবালা বৰশী টোপাই একেথৰে বহি থাকে। পাৰেও তেওঁ তেনেকৈ বহি ৰ'ব। অভ্যাস আছে। আঃ সেই সময়বোৰ! সমুখত আধাখেলা দবা এখন মেলি চতুৰ্ভুজবোৰৰ মাজত বৈ থকা হাতী-ঘোঁৰা-সৈন্যবোৰলৈ চাই থকাৰ সময়বোৰ! কি কৰি থাকে পি এন ৰায়ে আজিকালি? কাৰ সৈতে খেলে দবা? আৰু অলক, সুনীতিহঁতে? আৰু ভাইয়া? বৰ দুষ্ট সিহঁতকেইটা! আইঙ্গনীৰ স'তে আটাইকেইটা কলেজৰ চিনাকি। ভায়াৰ সৈতে আইজনীৰ বন্ধুত্ব আছে। এদিন সি বহিল তেওঁৰ লগত দবা খেলিবলৈ। হাৰিল। দুদিনমানৰ পাছত সি অলক আৰু সুনীতিক লৈ আহিল। কঁকালৰ পেণ্ট ওপৰলৈ তুলি ক'লে— 'ৰ'ব, বন্ধু এজন লৈ আহিছো, তেওঁক হৰুৱাব পাৰে নেকি চাওঁ!' দেৱবালাই হাঁহিছিল আৰু হেঁপাহেৰে বহি গৈছিল অলকৰ সৈতে। বহিলহে, খেল শেষেই হৈ গ'ল। কাণ-মূৰ গৰম হৈ গ'ল দেৱবালাৰ। হয়, তেওঁ হাৰিছিল। আকৌ খেলিবলৈ ইচ্ছা কৰিলে, কিন্তু, আকৌ হাৰিল।

অহ্ ইমানকৈনো কিয় হাৰিছিল তেওঁ?

মনত পৰিলে আজিও কাণ-মূৰ গৰম হৈ যায়। বৰশীৰ পুঙা কঁপিছিল। চিপ্ মাৰি দিলে দেৱবালাই। কাৱৈ এটা। আকৌ এবাৰ, তাৰপাছত আকৌ ভৰি পৰিল চৰিয়া কাৱৈ মাছেৰে। গেটত শব্দ হৈছিল। দেৱবালা আৰু গৌতমে একেলগে চালে। নতুন গুদাম বাবু। বৰশী চমুৱাই দেৱবালাই গৌতমক ক'লে—

আজিলৈ হ'ব আৰু যা। হো, এইকেইটা মাছ তই নে। পুৰি খাবি।

বাৰাণ্ডাতে নতুন গুদাম বাবু পুৰকায়স্থ থিয় হৈ ৰ'ল। দেৱবালাই বহিবলৈ কোৱা সত্ত্বেও মানুহজন ইতস্ততঃ ভাবেৰে ৰৈয়ে থাকিল।

দেৱবালাই ক'লে—

আপুনি মোৰ আলহী। নবহিলে, পানী এটুপি নেখালে ভাল নেলাগিব।

পুৰকায়স্থ একেবাৰে অভিভূত। পূৰাপূৰি অভিভূত। তেওঁৰ ভৰিৰ পতা নাই, হাতৰ পতা নাই, মনৰ ভিতৰখনতো যেন কিবাকিবি নোহোৱা হৈ গৈছে। গোল গোল হাত-

ভৰিবোৰৰ বাবে প্ৰত্যেক মানুহেই তেওঁলৈ ঘূৰি ঘূৰি চায়। পুতৌ, দয়া নে আশ্চৰ্য? যিয়েই নহওক, পুৰকায়স্থৰ ভিতৰৰ মানুহটোক এনে চাৱনিয়ে চেপি চেপি নি থাকে। নিজৰ ভিতৰতে সংকুচিত হৈ গৈ থাকে তেওঁ। তেওঁ যেন এই পৃথিৱীলৈ কেৱল বোজা হ'বলৈহে আহিল। মৃত্যু অহা নাই বাবেই যেন ইটো-সিটো কৰি নিজৰ পেট পুহি আছে। ...জীৱন এনেদৰেই গৈ থকাৰ কথা আছিল, কাৰো আন্তৰিকতা নোহোৱাকৈ।

দেৱবালাৰ কথা-সুৰৰ মাজত মানুহটোৱে নিজৰ মাকৰ মাতৰ প্ৰতিধ্বনি শুনি একেবাৰে অভিভূত হৈ উঠিল।

বহক।

আকৌ ক'লে দেৱবালাই। পুৰকায়স্থ বহিল। নতুনকৈ গুদাম বাবু হিচাপে মকৰল কৰা হৈছে তেওঁক। যাদৱপ্ৰসাদে মানুহ বহুদিন নেৰাখে। পুৰণি মেচিন, নতুন কৰ্মচাৰী; যাদৱপ্ৰসাদৰ ব্যৱসায়ৰ গণিত।

কালি ৰাতি বাঘ ওলাইছিল বোলে?

পুৰকায়স্থৰ মাতত দেৱবালা উচপ্‌খাই উঠিল। দুয়োৰে হাতত ধূমায়িত চাহৰ পিয়লা। সুধিলে দেৱবালাই—

বাঘ ওলাইছিল? ক'ত?

আজিজবাগৰ পোৰ্দ্ধৰ নং চেক্সনত। আইদেউ ৰূপলৰ ওচৰত। ৰূপল বাগান।

বুজিছো।

মূৰ দুপিয়ালে দেৱবালাই। আইদেউ ৰূপল মানে তেওঁ নিজে এডৰা মাটিত চাহপুলি ৰুইছিল। যিহেতুকে বাগিচা দুখনৰ মাজত তেওঁ আইদেউ বুলিয়ে জনাজাত, তেওঁ ৰোৱা ডৰাৰ নামো আইদেউ ৰূপল হৈ গ'ল।

আকৌ সুধিলে দেৱবালাই—

তাৰপাছত?

তাৰপাছত আৰু নাই একো। আজি পুৱা দুজনমান গৈ বাঘৰ খোজ বিচাৰিছিল, পাছে নাপালে।

বাঘ কিজানি অহাই নাছিল?

হ'ব পাৰে।

চাহ শোহাৰ শব্দ শুনা গৈছিল। নিজৰ পিয়লা সামৰি হাতৰ ঘড়ি চাই কৈ উঠিল দেৱবালাই—

আপোনাক এতিয়া বিদায়হে জনালো। মই সময়মতে খোৱা-বোৱা কৰো। তাৰ বাবে যোগাৰখিনিও নিজে কৰি ভালপাওঁ।

পুৰকায়স্থ খপ্‌জপ্‌কৈ উঠিল।

আকৌ ক'লে দেৱবালাই—

মাজে-সময়ে আহি থাকিব। ঘৰলৈ মনত পৰিলেই গুচি আহিব।

মূৰ দুপিয়াই শলাগি পুৰকায়স্থ বঙলাৰ বাহিৰ হ'ল। 'ঘৰলৈ মনত পৰিলেই গুচি আহিব'। আঃ এনে মানুহৰ মাজত থাকিলে ঘৰলৈ মনত পৰি বেজাৰে আগুৰিব পাৰেনে মন?

গৌতমে কোৱাৰ দৰেই আকাশত মেঘৰ দৌৰাদৌৰি চলিল। আটাইবোৰ মেঘেই বৰষুণৰ দগধা কম্বল একোখনকৈ মেৰিয়াই লৈছিল। সঠিক সময়ত, সঠিক স্থানত হুৰুমূকৈ এৰি দিব আকাশৰ পৰা বৃষ্টিভৰা কম্বল।

চিপ্‌চিপ্ বৰষুণে প্ৰথমে শিৰীষৰ মূধচবোৰ ধুলে। তাৰপাছত জোপোহা-জোপোহা চাহগছবোৰ। তাৰপাছত অৰণ্য, মানুহ, কলঘৰ সকলো। আনকি এইমাত্ৰ বঙলালৈ সোমোৱা যাদৱপ্ৰসাদৰ গাড়ীখনো।

হুৰমূৰকৈ ঘৰ সোমালহি যাদৱপ্ৰসাদ।

আবেলিলৈ হাঁচিয়াবলৈ আৰম্ভ কৰি দিলে।

দেৱবালাই নহৰু-তেল গৰম কৰি আনি হাত-ভৰিৰ তলুৱাবোৰ মালিচ কৰিবলৈ ধৰিলে। যাদৱপ্ৰসাদক লুটিয়াই লৈ পিঠিৰ মাজৰ ৰাজহাড়ডালতো মালিচ দিবলৈ ধৰিলে। গাৰুত মুখখন গোঁজা অৱস্থাৰেই যাদৱপ্ৰসাদে ক'লে—

বুঢ়া হ'লেও মানুহবোৰৰ হাতৰ জোৰ কিন্তু একেই থাকে। দেৱবালাই মিচিকিয়াই ক'লে—

কোন বুঢ়াৰ জোৰ গম পালেনো আপুনি? বুঢ়ী বুলিলেও এটা কথা।

যাদৱপ্ৰসাদেও মিচিকিয়ালে আৰু হকে-বিহকে, অনৰ্থকভাৱে কেঁকাবলৈ লাগি গ'ল।

দেৱবালাই ক'লে—

কেঁকাওক, যিমান মন যায়। বিৰক্ত নহওঁ মই।

কিয়বা নহয় বিৰক্ত?

নহওঁ আৰু। আচলতে বেমাৰীৰ লগত লাগি কেতিয়াও মই বিৰক্তি পোৱা নাই। অলপমান যত্ন, পথ্য আৰু শুশ্ৰূষা কৰিলেই যে ভাল হৈ যায় বেমাৰবোৰ, ভাল লাগে মোৰ।

যাদৱপ্ৰসাদে চকুহাল মুদি দিলে।

ওহো, এইবোৰ একো কৰিবলৈয়ে নাপালে দেৱবালাই,

ননী আৰু প্ৰদীপৰ কাৰণে।

বৰষুণ থমাৰ নাম-গোন্ধ নোহোৱা হ'ল। গোটেইখন পানী পানী। দ মাটিৰ চিন-মোকাম হেৰাল। চাহগছবোৰৰ কাষে কাষে থকা নলাবোৰৰ পৰা অহৰহ পানী বাগৰাৰ খল্‌খলনি।

মথাউৰি ছিগিছে বোলে বৰমাই!

যাদৱপ্ৰসাদ-দেৱবালা দুয়ো তভক মাৰি ৰ'ল। ইচ্ গোটেইসোপা যদি তল যায়, কি হ'ব? ছাটকৰে দুয়োৰে গোসাঁইবাৰীখনলৈও মনত পৰিল। এফালে দিখৌ, আনফালে ব্ৰহ্মপুত্ৰৰ বান, শুদাই এৰিছেনে গোসাঁইবাৰীক?

পানীৰ হোঁ-হোঁৱনি বগুলালৈকে শুনা গ'ল।

বিমৰিষ হৈ পৰিল যাদৱপ্ৰসাদ।

পতিৰ মুখলৈ চাই ৰৈ গ'ল দেৱবালা। হয়, আজি বহুদিনৰ পাছত পতিৰ এনে বিষণ্ণ ৰূপ চকুত পৰিছে। এনে বিষণ্ণতাক ভয় কৰে দেৱবালাই। তাৰাপ্ৰসাদ, গুৰুপ্ৰসাদকে ধৰি পৰিয়ালটোক চুই থকা এনে বিষণ্ণতাক অভিশপ্ত যেন লাগে তেওঁৰ। ইমানদিনে ছিলগুত কাম কৰি— বাগিচা-কলিকতালৈ আহযাহৰ ব্যস্ততাই যেন নিলগাই থৈছিল যাদৱপ্ৰসাদৰ এনে ৰূপ।

দেৱবালাই অস্থিৰ খোজেৰে কোঠাবোৰৰ মাজত ঘূৰি ফুৰি ফুৰি অৱশেষত পতিৰ নিচেই কাষত ৰ'লহি। ক'লে—

পাৰিলে এখন নাৱৰ যোগাৰ কৰক। পানী কেনি বাঢ়িছে, মথাউৰি ছিগাটো কিমানদূৰ সত্য, চাবগৈ লাগে। তেহে কিবা ব্যৱস্থা ল'ব পাৰিম। এনেদৰে ভাবি-গুণি থাকিলে দেখোন জোঁৰ পুৰি হাত পাবহি।

যাদৱপ্ৰসাদ ওলাই গ'ল।

নাৱৰ যোগাৰ হ'ল। সৰু মেচিন নাও। দুয়ো উঠিল। আজিজবাগৰ পৰা প্ৰফুল্ল ৰাজখোৱাকো লগত ল'লে।

গোটেইখন পানী পানী।

গোসাঁইবাৰীতো।

গোসাঁইবাৰী বাগিচাৰ পৰা টকাৰ টোপোলা মূৰত তুলি পানী ভাঙি বাট বিচাৰি আগুৱালে টুটু। এই সংসাৰত যাৰ মাক নাই, পিতাক নাই, অথচ আছে প্ৰচণ্ড কৰ্তব্যবোধ। এই কৰ্তব্যবোধে বিষণ্ণতাৰ সলনি সৃষ্টি কৰিছে তেওঁৰ সমুখত নিত্যনতুন বাট। পানী থুঁতৰি পাৰ হৈ গৈছে, তথাপি মূৰৰ ওপৰত টকাৰ টোপোলা হৃদয়ত গভীৰ চিন্তাৰ খোদন। হয়, গোসাঁইবাৰী ডুবি ৰৈছে পানীৰ তলত, এইবাৰ আৰু নকৈ আৰম্ভ কৰিব পৰা নাযাব বাগিচাখন চিন্তিত টুটু আগুৱাই গৈ থাকিল...।

আগুৱাই গৈ থাকিল দেৱবালা-যাদৱপ্ৰসাদো। হুঁ-হুঁকৰে বৈছে পানী আজিজবাগ-কৰঙাণীৰ কাষেৰেও।

o o o o o o o

বাগিচাৰ সীমাৰে দিখৈ নে। আজিজবাগৰ ওচৰত সেইখনে আজিজবাগ নৈ নাম লৈছে। তালৈকে খাল খান্দি বোৱাই দিয়া হ'ল বাঢ়নী পানী। কৰঙাণী-আজিজবাগে পৰিত্ৰাণ পালে বানৰ পৰা।

প্ৰফুল্ল ৰাজখোৱাই বাগিচাৰ অফিচত বহি দেৱবালাৰ অপেক্ষাত ৰ'ল। ককাইদেউ যাদৱপ্ৰসাদ মেলাচকৰৰ ঘৰলৈ গৈছে, নবৌ আহিব অফিচলৈ। আজি কৰঙাণীত শনিবৰীয়া হাট বহিছে। নাগিনা ঠাকুৰক কৰঙাণীত থিতাপি ল'বলৈ দিয়া হৈছিল। চুলি কটা নাপিত সি। যাদৱপ্ৰসাদে ঘৰ সজোৱাই দিছিল তাক। এতিয়া দেৱবালাই আজিজবাগতো নাপিতৰ ব্যৱস্থা কৰোৱাইছে, কানাইলাল নাপিতৰ বাবে ঘৰ সাজি দিছে। বাবুহঁতৰ চুলি কাটি ফুৰাৰ উপৰিও সি শনিবৰীয়া হাটতো বহিবলৈ লৈছে। তাকে দেখি নাগিনাৰ আপত্তি, তাক কৰঙাণীয়ে শনিবাৰে ছুটী দিয়া নাই।

ৰাজখোৱাৰ মুখেৰে খোলা হাঁহি বাগৰিল।

দেৱবালা সোমাই আহিছিল। ৰাজখোৱাৰ হাঁহিমুখ দেখি জোকালে—

একেবাৰে খোলা হাঁহি দেখোন? ৰাওলী ৰিজাৰ্ভত আকৌ কিবা হেৰাই পালে যেন পাওঁ।

এইবাৰ ৰাজখোৱাৰ হাঁহিৰ চমক চৰিল। নাই নাইকৈ মূৰ জোকাৰিলে তেওঁ। আজিজবাগৰ পশ্চিমে ৰাওলী ৰিজাৰ্ভ। তাতে এবাৰ ৰাজখোৱাই দহ ফুট দীঘল হেংদাং এখন হেৰা পাইছিল। এই কথা সকলোৱে জানে। মজদুৰ লাইনৰ শিশুহঁতেতো দেৱতাৰ অস্ত্ৰ বুলিয়ে সেইখনৰ কথা কাহিনী শুনাদি শুনে।

হাঁহি হাঁহিয়ে ৰাজখোৱা বহাৰ পৰা উঠিল। তাৰপাছত দেৱবালাৰ পাছে পাছে আজিজবাগৰ গুটিবাৰীলৈ খোজ ল'লে।

গুটিবাৰীৰ মাজত দেৱবালা নিজেই সোমাই পৰিল। আখৰোটৰ দৰে গছত সেইবোৰ চকলেটহে লাগি আছে যেন! আৰু তেওঁ যেন বিচাৰি বিচাৰি চকলেটৰ গছ পাই যোৱা সৰু ছোৱালী এজনী। জঁপিয়াই জঁপিয়াই উলাহতে ছিঙি ছিঙি কোঁচ ভৰাই ল'ব চকলেটবোৰ।

অত্যন্ত সংযমেৰে দেৱবালা বাগিচাৰ মাতৃমূৰ্তি হৈ থিয় হৈ ৰ'ল। গম্ভীৰ মাতেৰে সুধিলে ৰাজখোৱাক—

এইবাৰ গুটিৰ ইউনিটৰ দাম বাঢ়িবনে?

আশা আছে।

সাধাৰণতে গুটিবোৰ কিলোগ্ৰাম হিচাপত ভাগ কৰোঁতে বিশ কেজিৰে এক ইউনিট হয়। এক ইউনিটৰ মূল্য হাজাৰৰো ওপৰত উঠেগৈ কেতিয়াবা।

গুটি এটা হাতৰ মুঠিত লৈ আকৌ সুধিলে দেৱবালাই—

গুটিৰ ৰয়েল্টি এইবাৰো দিব লাগিব নহয়?

হয়।

বিনয়েৰে মূৰ দুপিয়ালে ৰাজখোৱাই।

দেৱবালা গুটিবাৰীৰ ইফালে সিফালে কিছুসময় ঘূৰি ফুৰিলে। আটাইবোৰ গুটি সমানে পূৰঠ হোৱা নাই। ভাল সঁচৰ গুটিতহে ভাল দাম পোৱা যায়। তাৰ বাবে মাটিৰ

যতন ল'ব লাগে, গা-গছত কীটনাশক ছটিয়াব লাগে। বছৰেকত টোকোলাইৰ পৰা বিজ্ঞানীসকল আহে, পৰীক্ষা-নিৰীক্ষা কৰি ঔষধ-পাতি ছটিয়াই থৈ যায়গৈ। মাজতে মাতিলেও আহে, চোৱা-চিতা কৰি দিহা দি থৈ যায়।

আগতে টোকোলাইৰ পৰা গুটিবোৰ কিনিব লাগিছিল। এতিয়া আজিজবাগে নিজাকৈ উৎপাদন কৰি চুবুৰিৰ বাগিচাবোৰক বিক্ৰী কৰে। ৰয়েল্টি টোকোলাইক দি থকাৰ নিয়ম। হঠাৎ কোনোবা এজনী ধুমুহাৰ গতিৰে গুটিবাৰীৰ কাষৰ বাটেৰে 'নতুন মাটি' ৰিজাৰ্ভৰ ফালে গুচি গ'ল। দেৱবালাই আশ্চৰ্যৰে চাই পঠিয়ালে।

লাহেকৈ ক'লে ৰাজখোৱাই—

মূৰৰ বিকাৰ ঘটা তিৰোতা, ঘৰত নেথাকে।

গোটেই দিনটো, নহয় নহয় কেইবাদিনলৈকে দেৱবালাৰ চকুৰ আগেৰে ধুমুহাৰ গতিত ঘৰ এৰা মানুহ এজনী পাৰ হৈ যায়। উঃ চকু মুদিবই নোৱাৰি, মাখনী হৈ যায় মানুহজনী। এনেকৈ গৃহত্যাগ কৰেনে মানুহে? এনেকৈ?

মেলাচকৰৰ ঘৰখনত প্ৰতি সন্ধিয়া সংগীতেৰে প্ৰাৰ্থনা কৰা হৈছিল। দীপু আৰু ৰণুৱে পিয়ান' বজাইছিল। লখিমী আৰু ৰুবীয়ে চেতাৰ। আৰতিয়ে এচৰাজ, চিৰণে বেহেলা আৰু কোনে কোনে যে কি কি নকৰিছিল। সেই সংগীতৰ মাজেৰে সম্পন্ন হৈছিল ঈশ্বৰ বন্দনা। সান্ধ্য প্ৰাৰ্থনা। যদিও তাৰ নেপথ্যত সদায়ে থাকিছিল নিকুঞ্জলতাৰ দৰে মাতৃৰ অশ্ৰুবিগলিত আকৃতি— 'হে ঈশ্বৰ, হে মোৰ ঈশ্বৰ, ছোৱালীজনীক ঘৰলৈ ওভতাই আনা...।'

শুনিলেনে ঈশ্বৰে?

দীৰ্ঘ হুমুনিয়াহ বাহিৰ হয় দেৱবালাৰ। প্ৰত্যেকেই ওপজোঁতেই কপাল একোখন লৈ আহে। মাখনীয়েও আনিছিল। জী থকাসকলৰ বুকুত তাই চিতা জ্বলাই গুচি গ'ল। যদিও আৰতিৰ বিয়াৰ পাছত অৰ্থাৎ তাই নিৰুদ্দেশ হোৱাৰ বাৰ বছৰৰ পাছত তাইৰ কুশ-পুত্তলিকা দাহ কৰা হৈছিল। কুশবনেৰে সজা মাখনীৰ মৃতদেহক সৎকাৰ কৰা হৈছিল।

হৈ গৈছে মাখনীক সৎকাৰ কৰা।

দেৱবালাই নিজহাতে কইনা সজোৱা মাখনী এনেদৰেই নোহোৱা হৈ গ'ল। ধুমুহাৰ গতিৰে ঘৰ এৰি গুচি গৈছে তাই...।

# চৌত্ৰিশ

কৰঙাণীলৈ বিমলী আহিছে। মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা। খোৱা-বোৱা কৰি যাবগৈ। মজদুৰ-কৰ্মচাৰী আৰু মালিকৰ সন্মিলিত কো-অপাৰেটিভ ছ'চাইটিৰ বিষয়ে যাদৱপ্ৰসাদৰ সৈতে কথা পাতিবলৈ ধৰিলে। বৃহত্তৰ ৰাজগড় অঞ্চলৰ ডাকতাঁৰ ব্যৱস্থাৰ পৰা টেলিফোন যোগাযোগলৈ চিন্তা কৰা যাদৱপ্ৰসাদক ভায়েকে উৎসাহ যোগাইছে। কৰঙাণীৰ বাহিৰেৰে বাঘমৰা গাঁৱৰ পৰা দিল্লীবাৰীলৈকে যাদৱপ্ৰসাদে নিৰ্মাণ কৰাই থকা পথৰো প্ৰশংসা কৰিলে। ককায়েকৰ কৰ্মৰাজিত বিমলী একেবাৰে গদ্‌গদ্, অভিভূত। মুখ্যমন্ত্ৰী হিচাপে তেওঁ অসমত 'স্মল স্কেল ইণ্ডাষ্ট্ৰিজ ডেভেলপমেণ্ট ব'ৰ্ড' গঠন কৰিছে। সৰু সৰু উদ্যোগ কিছুমান যাতে প্ৰতিষ্ঠা হয়। উদ্যোগ প্ৰতিষ্ঠাৰ মাজেৰে যাতে অসমীয়া যুব সমাজেও প্ৰতিষ্ঠা লাভ কৰে। যাদৱপ্ৰসাদ এই ব'ৰ্ডৰ চেয়াৰমেন।

দুয়ো ভাতৃয়ে আলাপ-আলোচনাত মগ্ন হ'ল।

দেৱবালাই খোৱা-বোৱাৰ যোগাৰত মন দিলে। নহ'লে ইমানদূৰ যাত্ৰা কৰি অহাৰ ভাগৰ মাৰিবলৈ বিমলী বহিবলৈ নেপায়। ক'ত বহিব বিমলী, ককাইদেৱেকৰ পিছফালে ইমান সময় ৰৈ আছে!

খৰখেদাকৈ দেৱবালা খোৱাৰ যোগাৰত লাগিল।

খাই-বৈ উঠি তেওঁ কলঘৰ চাবলৈ ওলাল। গুদাম বাবু পুৰকায়স্থ বাটৰ একাষে ৰৈ আছিল। বাগিচাৰ মালিক-মালিকনী আৰু অসমৰ মুখ্যমন্ত্ৰী মহোদয়ক দেখি হাতযোৰ কৰিলে।

অবাক হৈ গ'ল বিমলী। হাত নথকা মানুহে হিচাপ চম্ভালে কেনেকৈ?

ৰাজখোৱাই ক'লে—

মানুহজনৰ কাম চাব আপুনি, কি সাংঘাতিক!

যাদৱপ্ৰসাদে পুৰকায়স্থক ওচৰলৈ মতাই আনিলে। বিমলীয়ে জেপৰ পৰা কাগজ-কলম উলিয়াই দিলে। কিলাকুটিৰ তলতে সমাপ্ত হোৱা হাত দুখন যোৰ কৰি চেপত কলম সুমুৱাই পুৰকায়স্থই নিজৰ নাম-ঠিকনা লিখি দেখুৱালে।

০ ০ ০ ০ ০ ০ ০

কৰঙাণীত নতুনকৈ মেনেজাৰ হিচাপে সোমাইছে ৰেৱতীমোহন দত্তচৌধুৰী। গৌৰীপুৰীয়া ডেকা। ট্ৰিবিউন কাকতত ছাব-এডিটৰ হৈ আছিল।

অহাৰ দিন ধৰি বঙলাতে খোৱা-বোৱা। বাগিচাৰ প্ৰুনিং চিজনত কামত সোমাইছে, অথচ তেনে একো ব্যৱহাৰিক জ্ঞান নাই। দেৱবালাই এফালৰ পৰা শিকাই গ'ল প্ৰুনিং, প্লাকিং, উদাৰিং, ৰোলিং, ফাৰ্মেণ্টেশ্বন, ড্ৰায়িং, চৰ্টিং, পেকিং সকলো। কামৰ শেষত বঙলালৈ নগৈ দত্তচৌধুৰী বাগিচাৰ মাজে মাজে ঘূৰি ফুৰে। দেৱবালাৰ চকুত পৰাত মিচিকিয়াই হাঁহিলে। ডেকা ল'ৰা কবিতা কবিতা ভাব লৈ নুঘূৰিবনে, যদি চৌপাশে বিস্তৃত হৈ থাকে সেউজ সমুদ্ৰ?

সন্ধিয়া পোহৰ জ্বলিলেই বঙলালৈ জাক জাক কীট-পতংগ অৰণ্য ফালি ঢপলিয়াই আহে। আৰু আহে দত্তচৌধুৰী। প্ৰাৰ্থনাৰ শেষত দেৱবালাই ব্ৰাহ্মসংগীতৰ গুণ্‌গুণনি তোলে।

সোমাও-নোসোমাওকৈ তেনে সময়তে এদিন দত্তচৌধুৰী বঙলাৰ বৈঠকখানাত সোমাল। চিম্‌নী জ্বলোৱাৰ আয়োজন চলিছে আৰু তাকে চাই চোফাত বহি গুণ্‌গুণাই আছে দেৱবালাই।

দত্তচৌধুৰীক দেখি হাঁহিমুখে আদৰিলে। দেৱবালাৰ কোনখিনিত সোমাই থাকে ইমানবোৰ পদুম? হাঁহিৰ পদুম? প্ৰত্যেকটো হাঁহিতে একোপাহকৈ পদুম ফুলি উঠে। নিৰ্মল... স্নিগ্ধ... সকলোৰে ভাললগা।

আপোনাৰ গুণ্‌গুণনি শুনি সোমাই আহিলো।

দত্তচৌধুৰীৰ কথাত মূৰ দুপিয়াই হাঁহিলে দেৱবালাই, আৰু ক'লে—

গান কোনে ভাল নেপায়?

কিন্তু সকলোৱে গাব নোৱাৰে।

শিকিবলৈ মন আছিল ভালকৈ।

শুনিছো, আপুনি ডায়'চেছনত ইনষ্ট্ৰুমেণ্টো বজাইছিল?

অভ্যাসটো ৰাখিছো।

ইমানপৰে চিম্‌নীত লাগি থকা দুৰ্লভ এইবাৰ আৰু নীৰৱে ৰ'ব নোৱাৰিলে। হাতত কয়লা খোঁচৰা চিম্‌টাডাল লৈয়ে ঘূৰি চাই সি কৈ পেলালে—

মায়ে আজিকালিও বজায়তো! চিতাৰ বজায়, বেহেলা বজায়...।

বাগিচাৰ চাহগছবোৰৰ আগলিত নতুন নতুন কুঁহিপাতবোৰ ওলাইছিল, তাকে চুই বতাহ এচাটি বলিবলৈ আৰম্ভ কৰি দিলে। আৰু অত্যন্ত সন্তৰ্পণে সেয়া সোমাই আহিল এই বৈঠকখানালৈকে।

এই বতাহৰ নাম আন্তৰিকতা।

আপোন ভাবৰ বতাহ।

দুৰ্লভৰ কথা কোৱাৰ ধৰণত দত্তচৌধুৰীৰ মনত কি ভাবে ক্ৰিয়া কৰিলে, সেয়া সহজেই অনুমেয়। বাগিচা-কলঘৰ, কৰ্মচাৰী-মজদুৰ আনকি ঘৰৰ লগুৱাটোলৈকে দেৱবালাৰ প্ৰতি ইমান আপোনভাব।

দেৱবালাই আজিকালি সময় পালেই বেহেলা লৈ বহে। দত্তচৌধুৰীয়ে যিটো ৰবীন্দ্ৰ সংগীতৰ কথা কয়, দেৱবালাই বেহেলাত তাৰে সুৰ তোলে। মন্ত্ৰমুগ্ধ হৈ বৈ থাকে দুৰ্লভ, গৌতম, ৰবিকে ধৰি আৰু কেইবাটাও।

দুদিনমানৰ পৰা বঙলাত গুদাম মহৰী কুলবাহাদুৰ ক্ষেত্ৰীও থাকিবলৈ লৈছে। নতুনকৈ কামত সোমাইছে। ঘৰ-দুৱাৰৰ থিতাপি নলগালৈকে ইয়াতে থকা-খোৱা। একেখন খোৱা মেজ।

কুলবাহাদুৰ নামৰ ল'ৰাটোৰ প্ৰতি দেৱবালাৰ মৰম ওপজে। ওৰেৰাতি দহ-বাৰজন মজদুৰৰ সৈতে কলঘৰত পাত মাৰি থাকে। ফাকি-ফুকা চিনি নেপায়। পৰিশ্ৰমো অসম্ভৱ কৰিব পাৰে। নিশা পাটীত পৰিও সহ্য নহয় দেৱবালাৰ। তেওঁক আইতা বুলি মাতে, কি স'তে শুই থাকিব পাৰে তেওঁ, তেওঁৰে বাগিচাৰ উন্নতিৰ কাৰণে এনেদৰে দেহেকেহে লগাজনৰ বাবে?

দেৱবালাই গাত চাদৰ এখন লৈ বঙলাৰ দুৱাৰ খুলি কলঘৰলৈ খোজ লয়। গাৰ ছাঁ হৈ লগত যায় ৰাজা। আজিকালি যাদৱপ্ৰসাদে পাৰে মানে নতুন নতুন পদ্ধতি কিছুমান কলঘৰ আৰু বাগিচাত লগাবলৈ লৈছে। অৰ্থডক্স টী উৎপাদনত হাত দিছে। কুলবাহাদুৰৰ তাতে মনটো লাগি থাকে। এইদৰে কামৰ ব্যস্ততাৰ মাজত হঠাতে দেৱবালাক দেখি উচপ্‌খাই উঠিল—

আইতা, আপুনি?

ওঁ।

ওহো, আৰু একো ক'ব নোখোজে দেৱবালাই। বঙলাৰ চকীদাৰ পাছতে বৈছিলগৈ, দেৱবালাই তাক ঘৰৰ পৰা চেনি-চাহপাত আনিবলৈ দৌৰালে।

চাহৰ ব্যৱস্থা কৰিহে তেওঁ বঙলালৈ উভতিল। কলঘৰৰ মুখতে আম এজোপা। বাৰমহীয়া মিঠা আম। মূৰ তুলি চাই আগুৱায়। পুনৰ পাটীত উঠা দেৱবালাৰ কাণত এইবাৰ শব্দ এটি পৰে। গছৰ পৰা ফল সৰাৰ শব্দ। শয্যা এৰি উঠি আহে তেওঁ। চকীদাৰক কয়—

কলঘৰৰ মুখত আম সৰিছে, বুটলি গুদাম মহৰীৰ হাতত দেগৈ। মই খাবলৈ দিয়া বুলি ক'বি।

কলিকতাৰ পৰা ব্ৰ'কাৰছ আহিছে। দেৱবালাই কুলবাহাদুৰলৈ চালে। কণমানি তৰ্জু এখনৰ এফালে সিকি এটা আৰু ইফালে সিমান জোখৰ চাহপাত। তাৰপাছত সেইকণ চাহপাতক পানীত সিজিবলৈ দিয়া হয়। সমুখত থাকে এটা বালিৰ ঘড়ী। দুটা কক্ষ থকা ঘড়ী। ওপৰৰ কক্ষত ভৰপূৰ বালি মাজৰ ছিদ্ৰৰে সৰকি সৰকি তলৰ কক্ষত পৰে। পৰি পৰি ভৰি যায় তলৰ কক্ষটো। খন্তেকৰ পাছত ওপৰৰ কক্ষ একেবাৰে উদং হৈ যায়। এই গোটেই কাণ্ডটো ঘটিবলৈ সময় লাগে পাঁচ মিনিট। আৰু এই পাঁচ মিনিট

সময়ৰ বাবে সিজোৱা হয় এসিকি ওজনৰ চাহপাত। সেইখিনি চাহপাতেৰেই তৈয়াৰী চাহ প্ৰস্তুত হয় টি-টেষ্টিঙৰ বাবে।

দেৱবালাই কুলবাহাদুৰৰ ফালে চাই ৰয়। লাহেকৈ সোধে—

ধৰিলানে?

কুলবাহাদুৰে মূৰ দুপিয়ায়।

ব্ৰ'কাৰে চাহ চাই কুলবাহাদুৰৰ পিঠিত থপৰিয়ায়। দেৱবালাই স্বস্তিৰ নিশ্বাস এৰে। প্ৰতিটো ক্ষণতে অপেক্ষা কৰে যাদৱপ্ৰসাদলৈ।

যাদৱপ্ৰসাদ আহে। কিন্তু সংসাৰৰ মাজত থাকিও যেন বৈৰাগী। কিয় এনে কৰে মানুহজনে?

দেৱবালাৰ বুকুৰ শিলা লৰচৰ কৰি উঠে।

মানুহৰ বিষাদ কেৱল প্ৰিয় মানুহবোৰৰ মৃত্যুতে নহয়, প্ৰিয়জনৰ নিস্পৃহতাতো।

দীৰ্ঘশ্বাস এৰে দেৱবালাই। এই কাণ্ড কোনেও নেদেখে, কোনেও অনুমানো কৰিব নোৱাৰে। কেৱল বগুলাৰ পিছফালে ৰুই লোৱা হপছ পাতবোৰে সেই নিশ্বাসৰ আভাস পায়। একান্তমনে দেৱবালাই কৰণিত ফুল তোলাদি ছিঙি আনে পাতবোৰ। কলাখাৰৰ পানী উলিওৱাৰ দৰেঁ তাৰ পৰা পানী উলিয়াই লৈ পাওৰুটীত দিয়ে। পাওৰুটীত প্ৰয়োজন হোৱা 'ইষ্ট' দেৱবালাই এনেদৰেই সংগ্ৰহ কৰিছিল। ডাঙৰ ডাঙৰ চৌকাৰ একাষে তেওঁ অভেন বনাই লৈছে। অভেনত চকু পৰিলেই ৰণুলৈ মনত পৰে। সৰুতে সি ছিলঙত পঢ়োঁতে সঘনাই কেক তৈয়াৰ কৰিব লাগিছিল। ওপৰত তাৰ নামত কিবাকিবি লিখি আইচিং কৰিবও লাগিছিল। চাদৰৰ আঁচলেৰে মুখখন লাহেকৈ মোহাৰি দেৱবালা ৰান্ধনিশালৰ পৰা ওলাই আহে। ক'ত বহি আছে যাদৱপ্ৰসাদ? শোৱনিকোঠাত নে আগবাৰাণ্ডাৰ আৰামী চকীত? নে হাতত খোলা কলম লৈ উদাসীন মূৰ্তিৰে বহি ৰৈছেগৈ অফিচকক্ষত?

আগবাৰাণ্ডাত বহি থাকে যাদৱপ্ৰসাদ। ৰেঞ্চ-প্লাছ ধৰি থাকিলেই আনন্দিত হৈ থাকে মানুহজন। দেৱবালাৰ নিজা গাড়ীখন নতুন। বাটে-ঘাটে বেয়া হোৱাৰ ভয়তে তেওঁ নতুন চেভ্ৰোলেট এখন লৈছে। সেইখনততো এনে কোনো যান্ত্ৰিক বিজুতি নাই যে, তাকে লৈ ব্যস্ত হৈ ৰ'ব মানুহজন!

দেৱবালা আগবাৰাণ্ডা পালেগৈ। চিগাৰেটৰ টিনত ফটা মোজা এপাট সুমুৱাই একান্তমনেৰে যাদৱপ্ৰসাদে চিলাই আছিল।

কাম দেখি দেৱবালাই হাঁহি সামৰিব নোৱাৰিলে। হাঁহি দিলে খিল্‌খিল্‌-খিল্‌খিল্‌কৈ। যাদৱপ্ৰসাদে ক'লে—

হাঁহা, খুব হাঁহা।

নেহাঁহিমনে?

হাঁহিবাতো।

ঈৰ্ষা কৰিম নেকি?

ঈৰ্ষা কৰিবলৈতো মোজাই নাই তোমাৰ।

আকৌ হাঁহি। খিল্‌খিল্-খিল্‌খিল্ ষোড়শীৰ হাঁহি। উচ্ছল জলধাৰা পাহাৰৰ পৰা নামি অহাৰ হাঁহি। হাঁহি হাঁহিয়ে ক'লে দেৱবালাই—

মোজাৰ কথা কিয় লাগে, জোতাই আছে মোৰ।

কামজাৰিৰ বুটযোৰ?

হওক। তথাপি জোতা।

আকৌ হাঁহি। যাদৱপ্ৰসাদৰ বেজীৰ পৰা সূতা বাহিৰ হৈ গ'ল। বিৰক্তিৰে ক'লে তেওঁ—

গ'ল নহয় ওলাই!

চাওঁ, মোক দিয়ক। বেজীৰ জোলা নমনে, গাড়ী ভাল কৰিবলৈ যায়!

কৰিছোতো।

ইস্! আইজনী কেনেকৈ ঘূৰিছিল ছিলঙত আপোনাৰ অষ্টিনখনত, নেজানো নেকি? হুডৰ ওপৰত বহি হেণ্ডিমেনে ইঞ্জিনত টোপ টোপকৈ তেল দি যাবলগা অৱস্থা।

যাদৱপ্ৰসাদে হাঁহি দিলে।

পতিৰ সমুখত আঁঠু কাঢ়ি বহি কোলাত মূৰ থ'বৰ মন গ'ল দেৱবালাৰ। কাকুতি কৰিবৰ মন গ'ল— 'এনেকৈয়ে থাকিব সদায়, হাঁহি থাকিব, যি পাইছে যি নাই তাকে লৈ আনন্দমনেৰে থাকিব আপুনি...।'

০ ০ ০ ০ ০ ০ ০

যাদৱপ্ৰসাদক বাগিচাত থৈ দেৱবালা কলিকতালৈ ওলাল। প্ৰথমে সোমাল মেলাচকৰৰ ঘৰখনত। বানে গৰকি থৈ যোৱা গোসাঁইবাৰীয়ে মূৰ তুলি উঠিব পৰা নাই। টুটুৱে সহজমাতেৰে ক'লে— বেচাৰ বাহিৰে অন্য একো উপায় পোৱা নাই।

দেৱবালা নীৰৱে ৰ'ল। ব্যৱসায়ত উত্থান-পতন থাকে। যাদৱপ্ৰসাদে একেবাৰে অৰণ্য এডোখৰ নিজৰ ভাগত উপযাচি লৈছিল। তাতে বাগিচা পাতিলে। সেই বাগিচাৰ লাভেৰে এটা মিল কিনিলে, কলিকতাত ঘৰ-দুৱাৰ কৰিলে, আৰু এখন বাগিচা কিনিলে। নিজৰ কৰ্মক ভক্তিৰে লোৱাৰে ফল এয়া। ভাগ্যই লগ দিছে।

তেওঁ তললৈ চাই ৰ'ল। টুটুইঁতক ভাগ্যহীন বুলি ভাবিবলৈ সত নোযোৱা অৱস্থা। যথেষ্ট পৰিশ্ৰম কৰে, বিতত হোৱা দেখা নাই আজিলৈকে। মাকৰ চিতাৰ জুই হেনো বঙলাৰ বাৰাণ্ডাৰ পৰা দেখিছিল। কিমানেইবা আছিল তাৰ বয়স তেতিয়া? আৰু অজিতৰ, গুৰুপ্ৰসাদৰ ল'ৰা অজিতৰ? পিতৃৰ মৃত্যু তাৰ চকুৰ আগতে ঘটিছিল। দুৰ্ভাগ্য এইবোৰকে কয়নে? মেলাচকৰৰ বঙলাত এতিয়া ধনৰ সংসাৰ, টুটুৰো আৰম্ভ হৈছে, তদুপৰি বিমলীৰ পৰিয়ালো আছে। ওপৰমহলাৰ পৰা হাতত হাতুৰি-বটালি লৈ টুটু

নামি আহিছিল। তাক দেখি দেৱবালাই মিচিকিয়াই হাঁহিলে, ইও কম নহয়, যাদৱপ্ৰসাদ-বিমলীহঁতৰে ক্ষুদ্ৰ সংস্কৰণ। অহ্ বিমলীৰ সেই যঁতৰ। গান্ধী একেবাৰে অভিভূত হৈ উঠিছিল।

দেৱবালা ওপৰমহলালৈ উঠি গ'ল। গান্ধী আহি বিশ্ৰাম লোৱা কোঠাৰ দুৱাৰ খুলিলে। গান্ধীয়ে আসন কৰি বহা ঠাইত নিজহাতে তেওঁ এটা গজাল ঠুকি থৈ গৈছিল চিহ্ন হিচাপে।

দেৱবালা আঁঠুকাঢ়ি বহিল। কাঠৰ মজিয়াৰ সেইডোখৰ ঠাইত হাত ফুৰালে। আছে আছে, গজালটো এতিয়াও আছে।

দেৱবালা গুৱাহাটীৰ ঘৰতো সোমাল। এই গৃহত সোমালেই ভাই-ভনীহঁতৰ কথা-বতৰাই চাৰিওফালৰ পৰা প্ৰতিধ্বনি তোলে। এতিয়া ইয়াত কেৱল বিষ্ণুপ্ৰসাদ দুৱৰা পত্নীসহ অকলে বাস কৰে। দেৱবালাৰ তলৰে হেমবালা (ভালমাই) এতিয়া পাণবজাৰত থাকে। হেমেন্দ্ৰপ্ৰসাদ (বাপু) ছিলঙত লেবাৰ কমিছনাৰ হৈ আছে।

দেৱবালাৰ ওঁঠেৰে মিচিকিয়া হাঁহি ওলাল। সকলো ঠিক-ঠাক কৰাৰ পাছতো বাপুৱে তেওঁক নিজৰ বিয়াৰ কথা কৈছিল, যেন অনুমতিহে বিচাৰিছিল বাইদেৱেকৰ পৰা। তথাপি দেৱবালাই কৈছিল—

কৰাব খুজিছা যেতিয়া কৰা, অষ্ট্ৰিয়ান হ'লেও তেৰোঁ আমাৰ দৰেই মানুহ। কিন্তু অসমীয়া হ'লে ভাল পালোহেঁতেন।

সেই অষ্ট্ৰিয়ানৰে বাপুৰ এতিয়া ছিলঙত ভৰা সংসাৰ। বাপুৰ পাছতে পূৰ্ণিমা (অকণমাই)। অস্ কি দুঃসময় আছিল সেয়া! বাগিচাৰ পৰা ছিলঙত যাদৱপ্ৰসাদৰ লগত আছিলগৈ তেওঁ। পূৰ্ণিমাৰ মৃত্যু ঘটিছিল। ভনীজোঁৱাই খনিন বৰুৱাৰ চাকৰি তেতিয়া ছিলঙত। তাৰপৰা ল'ৰা-ছোৱালী সহিতে নামি আহি গুৱাহাটীত শ্ৰাদ্ধাদি সম্পন্ন কৰিলে। কিন্তু ছিলঙলৈ উভতি সেই একেটা ঘৰতে থাকিবলৈ বেয়া পালে, দেৱবালাই দুহাত মেলি আদৰিছিল তেওঁলোকক। সৰু ল'ৰাটো তেতিয়া নিচেই সৰু। দেৱবালাই বুকুত সামৰি সাধু শুনায়... টোপনিত ঢলি পৰে সিহঁত আৰু দেৱবালাৰ চকু ভৰি উঠে। ভনীয়েকৰ মৃত্যু ঘটিছে, এয়া তাইৰে সন্তান।

সৌ সিদিনাৰহে কথা যেন!

...পূৰ্ণিমাৰ পাছতে পুণ্যবালা (মাই)। তাই এতিয়া গুৱাহাটীৰে বামুণীমৈদামত থাকে। আৰু একেবাৰে শেষত এয়া পুণ্যপ্ৰসাদ (বাপ)। গুৱাহাটীতে ওকালতি কৰি আছে, চেনিকুঠীত থাকে।

ইমানবোৰ মানুহ!

ইমানবোৰ মানুহ সৃষ্টি কৰা মানুহহাল আজি অকলশৰীয়া। অকলশৰে বাস কৰে দুয়ো। তথাপি এইখন দেৱবালাৰ পিতৃগৃহ। কোন মহিলাৰ হেঁপাহ নাই পিতৃগৃহলৈ?

# পঁইত্ৰিশ

আইজনীক বিয়া দিবলৈকে যেন দেৱবালা কলিকতা পালেহি। দৰা, তাইৰ পুৰণি চিনাকি। বিশ্বপ্ৰিয় বসু (ভাইয়া বুলিয়ে জানে সকলোৱে।) অকণুৱে সম্বন্ধ জুৰিছিল বঙালী সম্প্ৰদায়ৰ সৈতে, কি ক'ব দেৱবালাই, উপযুক্ত পাত্ৰ। এতিয়া কি ক'ব, আইজনীৰ বেলিকা? কলিকতাৰ শ্ৰীশিক্ষায়তন কলেজত আইজনী এতিয়া অধ্যাপিকা।

এতিয়া ১৯৬০ চন। আইজনীৰ বিবাহ সম্পন্ন হৈ গ'ল। বিশ্বপ্ৰিয়ই ৰে'ল বিভাগত চাকৰি কৰা হেতুকে যোধপুৰত থাকে। এতিয়া আইজনীও তালৈকে গ'লগৈ।

দেৱবালা দীপুৰ লগত ৰ'লিং মিললৈ কেইবাদিনো অহা-যোৱা কৰিলে। আজিকালি ৰ'লিং মিলত ফেঞ্চিং তৈয়াৰ কৰিবলৈ লোৱা হৈছে। মধ্যপ্ৰাচ্যত এনে ফেঞ্চিঙৰ এতিয়া বহুত চাহিদা।

দীপুৱে বম্বেৰ ফালেও ব্যৱসায় প্ৰসাৰিত কৰিব খোজে। সি তাতো কাৰখানা এটা বহুৱাব খোজে।

দেৱবালা খন্তেক তভক মাৰি ৰ'ল। এনেক্ষেত্ৰত যাদৱপ্ৰসাদে সদায় দুৰদৰ্শিতাৰ পৰিচয় দি আহিছে। তেওঁৰ লগত কথা পতা ভাল হ'ব। ৰণুৱে ইতিমধ্যে ইঞ্জিনীয়াৰিং শেষ কৰি উঠিছে। চাকৰিও পাইছে ছিলঙত।

দীপুৰ সংসাৰ ভৰিছে। সিহঁতৰ মাজত কিছুদিন কটোৱাৰ পাছত দেৱবালাৰ যাদৱপ্ৰসাদলৈ মনত পৰি থাকিবলৈ ল'লে। বয়স বঢ়াৰ লগে লগে শাৰীৰিক ব্যস্ততাও কমাই আনিবলগা হৈছে মানুহজনে, ডেকাকালত দেশৰ কামত অৰঙে-দৰঙে দিনে-নিশাই ঘূৰি ফুৰিব পাৰিছিল। দেশ স্বাধীন হ'ল, অনেক কামৰ সৰবৰাহ নোহোৱা হ'ল। ৰাস্তা-ঘাট নাছিল, সেইবোৰ কামতো লাগিছিল। অসমীয়া যুৱকক হাতে-কামে লাগি অন্যৰ চাকৰ নহৈ নিজকে উদ্যোগপতি হিচাপে গঢ়ি তুলিবলৈ উৎসাহ যোগাইছিল, হিচাপ নকৰাকৈ জেপৰ ধন বিলাইছিল।

আঃ সেইজন মানুহ, ঘণ্টাৰ পাছত ঘণ্টা তেল-মবিলেৰে লেটি লৈ গাড়ীৰ তলত সোমাই ভালপোৱা মানুহ, তেওঁৰে উদাসীনতা সহ্য নহয়। সহ্য কৰিব নোৱাৰে দেৱবালাই। পতিৰ কাষলৈ ওভতে, বাগিচাৰ মাজলৈ।

কিন্তু আহি দেখে যাদৱপ্ৰসাদ ব্যস্ত।

আপুনি দেখোন বৰ ব্যস্ত আজিকালি!

ব্যস্ত? মহাব্যস্তহে!

দেৱবালাই হাঁহি দিলে। খিল্‌খিল্‌-খিল্‌খিল্‌।

যাদৱপ্ৰসাদ ছিলঙলৈ যাবলৈ ওলাইছে, তেওঁ অসম বিত্তীয় নিগমৰ চেয়াৰমেন হৈ থকাৰ কাৰণতে সঘনাই ছিলঙলৈ গৈ থাকিব লাগে। কামিজ এটা গাত সুমুৱাই লৈ যাদৱপ্ৰসাদে ক'লে—

ৰাজগড় হাইস্কুললৈ প্ৰধান শিক্ষক এজন আনিছো বৰমাই। মাহিলি বেতনৰ দায়িত্বটো ময়ে গা পাতি ল'লো। এশ পঁচাল্লবৈ টকা।

ভালেই কৰিলে। কোননো তেওঁ?

তিলক বৰুৱা। পাছে কি হ'ল, তুমি এনেদৰেই আছা যে?

তাৰমানে?

তাৰমানে আৰু কি! তুমিও আমাৰ লগত ওলোৱা।

ছিলঙলৈ?

ওঁ।

আমি মানে? আৰু কোন যাব?

তিলককো লৈ যাওঁ। ডি পি আইত কাম এটা কৰাই দিওঁ।

ওলোৱা তুমি।

উস্ কৃষ্ণ!

যাদৱপ্ৰসাদে মহা আৰামত চিগাৰেট হুঁপিবলৈ লাগি যায়। যিমানেই উস্-আস্ নকৰক, দেৱবালাই তেওঁৰ কথা নেপেলায় যে, সেয়া তেওঁ জানে। ওলাব দেৱবালা ছিলঙলৈ।

যাদৱপ্ৰসাদৰ এতিয়া ডি-চট' গাড়ী। আগত কাশী ড্ৰাইভাৰৰ সৈতে তিলক বৰুৱা। পাছত দেৱবালা-যাদৱপ্ৰসাদ। ওৰেবাট অনেক কথা-বতৰা। দেৱবালাই কিবা এষাৰ ক'লে, যাদৱপ্ৰসাদে কথাৰ অৰ্থ ফুচুৰি কৰি পেলায়। দেৱবালাই বাগিচাত হাত দিয়াৰ পাছতে চাহৰ উৎপাদন বাঢ়িল। যাদৱপ্ৰসাদে ক'লে—

তুমি দেখোন চাহৰ দোকানকে দিব পাৰা।

দেৱবালাৰ খং উঠে যদিও পতিক মুখ পাতি নধৰে। কিন্তু মুখখন ফুলি যায়। সমুখৰ পৰা দৃষ্টি ঘূৰাই খিৰিকীৰে অন্যফালে জোৰ কৰি চাই যোৱাৰ চেষ্টা কৰে।

যাদৱপ্ৰসাদে আমোদ পায়।

বিয়াৰ আগতে কলিকতাগামী ৰে'লত বহি যোৱা দেৱবালা এইজনী।

বেছিপৰ অভিমান ধৰি থাকিব নোৱাৰে দেৱবালাই।

হঠাৎ মনত পৰাৰ দৰে ক'লে—

গুৱাহাটীত ছবিঘা মাটিৰ খবৰ পাইছো। মালিক গিৰিজানন্দ চৌধুৰী। আমাৰ ৰুবীৰ জোঁৱাই বাবুলে চিনি পায়। এতিয়া ভনীজোঁৱাই খনিনো ৰেভিনিউ ছেক্ৰেটৰী হৈ

আছে, গতিকে একো অসুবিধা নহ'ব। আমি এটা টী-ওৱেৰহাউছ তাতে সজাৰ কথা ভাবিব পাৰো...।

আজি যাদৱপ্ৰসাদৰ ধেমেলীয়া ৰূপ। পত্নীৰ ফুলা মুখ ইমান সোনকালে জামৰি যোৱাত কিবা ভাল নালাগিল যেন! কথাষাৰ আওকাণ কৰাৰ ধৰণ এটা লৈ ক'লে—

পৃথিৱীখনত মাটি বহুত। যিমান লাগে ল'ব পাৰা, বাঁহগছ ৰুই দিলেই হ'ল, সীমা সিফালে গৈ থাকিব, মাটিও তোমাৰ হৈ গৈ থাকিব।

এইবাৰ সঁচাকৈয়ে দেৱবালাৰ মুখখন ফুলি গ'ল। কথা এষাৰ পাতিব নোৱৰা হৈ আহিছে দিনকদিনে। সৌ আগৰ ছিটত বহি যোৱা ডেকাল'ৰাজনে শুনি কি ভাবিছে বাৰু?

মুখ ফুলি গ'ল দেৱবালাৰ।

আৰু যাদৱপ্ৰসাদৰ মুখত ফুলি গ'ল হাঁহিৰ ফুল।

০ ০ ০ ০ ০ ০ ০

কিন্তু যদিও যাদৱপ্ৰসাদে হাঁহিছিল দেৱবালাৰ মাটি কিনাৰ 'চিন্তাত, প্ৰকৃততে মাটিখিনি তেওঁলোকেই ক্ৰয় কৰিলে। এই কামত সকলোখিনি লেঠা মাৰিলে ৰুবীৰ পতি বাবুল হাজৰিকাই। যাদৱপ্ৰসাদে যদিও মাটিখিনি ল'লে, ভিতৰি ভিতৰি কিবা এটা চিন্তা কৰিবলৈ ধৰিলে।

আগ্ৰহেৰে সুধিলে দেৱবালাই—

কি ভাবিছেনো ইমানকৈ?

মাটিৰ একাংশ, ধৰা এবিঘা যদি বোপাৰ পৰিয়ালৰ নামত দিওঁ?

লাহৰীৰ নামত? দিব পাৰে। পুতলীওতো অকলশৰীয়া।

তাইকো দিব পাৰি এবিঘা।

এবিঘা মই বাবুলৰ নামত মনতে ভাবি থৈছো। বহুত কৰিছে বেচেৰাই।

হ'ব তেন্তে।

সেইমতেই পুতলী, গুৰুপ্ৰসাদৰ পত্নী সুনীতি আৰু বাবুলক এবিঘাকৈ মাটি দিয়া হ'ল।

ইতিমধ্যে চেৰাপুঞ্জীত ন-মাহ চাকৰি কৰাৰ পাছত ৰণু আহি কৰঙাণী পাইছিলহি।

দেৱবালাই পুতেকৰ মুখলৈ চাইছিল। কিমান ডাঙৰ হ'লহেঁতেন আজি প্ৰদীপ, যদি সি জীয়াই থাকিলহেঁতেন!

গৌতম সোমাই আহিছিল। বাঢ়িব জনা নাই ল'ৰাটো। তাক দেখি ৰগৰ কৰি ক'লে দেৱবালাই—

তই মোৰ নিচিনাই হ'লি দেখোন! ওখ নহৱ কিয়?

কেনেকৈ হ'ম?

ঘৰতে সোমাই থাকিবি। ৰাতিতো একেবাৰে নোলাবি।

নোলাওঁ। ঘৰতে থাকো।

ৰাতি?

হ, কালি ৰাতি...।

চিনেমা চালি?

গোটেইটো নাচালো, ইমান মহ, বহিব নোৱাৰি, ঘাঁহবোৰো তিতি আছিল...।

দেৱবালাৰ মনত চিন্তাৰ পাক কিছুমানে খেলিবলৈ লাগি গ'ল। চিনেমা হল এটা সাজি দিয়া যায় যদি এই মানুহখিনিৰ কাৰণে কেনে হয়?

চিন্তাত যাদৱপ্ৰসাদে সঁহাৰি জনালে। বাগিচাৰ বাহিৰত, ৰাজগড়ত তেলীয়াৰ মাটি অলপ আছে। তাৰ ওচৰতে নতুনকৈ দুই-চাৰিখন দোকান বহিছে। টেলিফোন এক্সচেঞ্জ বহিছে। দেৱবালাৰ চকু এই মাটিখিনিত পৰিল।

অতি কম সময়ৰ ভিতৰতে নিৰ্মিত হৈ উঠিল চিনেমা হল। কাঠৰ চিনেমা হল। ৰণুৰ লগুৱা হৈ কলিকতাৰ পৰা কৰঙাণী পোৱাহি ৰবি নামৰ ল'ৰাটো এতিয়া চফল ডেকা। সি হ'ল চিনেমা হলৰ অপাৰেটৰ।

কেৱল মজদুৰৰ মাজতেই নহয়, দাঁতিকাষৰীয়া গাঁওবাসীৰ মাজতো চিনেমা হলটো হেঁপাহৰ সম্পদ হৈ উঠিল। চিনেমাও চায়, চিনেমা হলটোও চাবলৈ আহে মানুহ। ভিৰ নুগুচা অৱস্থা।

দেৱবালাৰ ভাল লাগে। হলটোৰ নাম 'প্ৰদীপ টকীজ' ৰখা হৈছে। আজি সকলো মানুহৰ মুখে মুখে প্ৰদীপ টকীজৰ নাম। সকলোৰে ওঁঠত-মাতত বাৰম্বাৰ-হেজাৰবাৰ প্ৰাণ পাই উঠিছে নামটোৱে। যেন প্ৰাণ পাই উঠিছে সৌ সিদিনা চিএৰ এটা মাৰি তেওঁৰ বুকুৰ মাজতে হাঁহিমুখে নিথৰ হৈ যোৱা ল'ৰাটো।

কোনো নথকা বন্ধ শোৱনিকোঠাত চকুলো টোকে দেৱবালাই। কোনেও নেদেখে দেৱবালাৰ পুত্ৰশোকত সৰি পৰা অশ্ৰুমুক্তা। যেন বাকীকেইটা সন্তানে আঁতৰাইহে পেলাইছে সেই পুত্ৰস্মৃতি!

এনে কথা হ'ব পাৰেনে?

দেৱবালাৰ কৃষ্ণই স্মিত হাঁহিৰে ফটোৰ মাজৰ পৰা চাই থাকে। কেৱল তেওঁহে জানে মাতৃহৃদয়ৰ পৰিচয়! যশোদা-দৈৱকী যিয়েই নহওক, পৃথিৱীৰ সকলো নাৰীয়ে মাতৃ।

০ ০ ০ ০ ০ ০ ০

আমেৰিকাৰ পৰা লখিমীহঁত অহাৰ কথা। দেৱবালা-যাদৱপ্ৰসাদ কলিকতাৰ ঘৰত। লখিমীৰ সংসাৰ বাঢ়িল। নেওমীৰ পাছতে ফিলিপো উপজিল। ...যথাসময়ত সিহঁত আহিল। সিহঁতক চাবলৈকে, লগ পাবলৈকে আৰু অনেক মানুহ আহিল। ...টালিগঞ্জৰ ঘৰ হৈ উঠিল উছৱমুখৰ।

প্ৰথমবাৰ লখিমীৰ বিদেশ যাত্ৰাৰ সময়ত আগবঢ়াবলৈ গুৱাহাটীৰ পৰা বিষ্ণুপ্ৰসাদ দুৱৰা-সাবিত্ৰী দুৱৰা একেলগে আহিছিল। এই কথা এতিয়া প্ৰতি মুহূৰ্ত্ততে দেৱবালাৰ ভিতৰত আলোড়িত হৈ ৰ'ল। ...আজি তেওঁ পিতৃহাৰা। সৌ সিদিনা মাথোন হেৰুৱাইছে পৰম পূজ্য পিতৃক। বৰপুত্ৰ মেডিকেল পঢ়ি থাকোঁতে ঢুকাইছিল, এই কথাই আঘাত দিছিল বিষ্ণুপ্ৰসাদ দুৱৰাক। তাৰপাছত আকৌ দ্বিতীয় মহাসমৰৰ সময়ত লণ্ডনৰ পৰা আহি থকা জাহাজ ডুবি নিৰুদ্দেশ হৈ গৈছিল দ্বিতীয় পুত্ৰ হেমেন্দ্ৰপ্ৰসাদ। যিকোনো মুহূৰ্ত্ততে নিৰুদিষ্ট পুত্ৰ উভতি আহিব, এই প্ৰতীক্ষাৰেই দুৱৰাৰ নিদ্ৰাহীনতা ৰোগ আৰম্ভ হৈছিল। দীৰ্ঘকালৰ পাছত অৱশ্যে হেমেন্দ্ৰপ্ৰসাদ উভতি আহিল যদিও মানুহজনক ৰোগে নেৰিলে। পাছৰ কাললৈ বাৰ্ধক্যৰ নানানটা উপসৰ্গৰে ভুগি কিছুদিনৰ আগতে মানুহজন ঢুকাল। দেৱবালা তেতিয়া বাগিচাত। দৌৰি আহিছিল পিতৃগৃহলৈ। সকলোৱে ভাবিছিল বিষ্ণুপ্ৰসাদ দুৱৰাৰ আদৰৰ জীয়ৰী দেৱবালা ভাগি পৰিব। কিন্তু দেৱবালাৰ বুকুত বিষাদৰ শিলা আছে, দুখ-যাতনা-মৃত্যুৰ থুকুচনি তাত জীৱাশ্মৰ দৰে হেঁচি ৰাখিব জানে দেৱবালাই।

ভূমিত শয্যা পাৰি বহি আছিল মাক।

দেৱবালাও কাষতে বহিলগৈ, মাকৰ কাণত পৰাকৈ ক'লে—

কষ্টৰ পৰা পৰিত্ৰাণ পালে।

লখিমীয়েও এতিয়া ককাকৰ কথাকে পাতি আছে। অকণুৰ ল'ৰা-ছোৱালী তাপস আৰু লিপিৰ স'তে মিলি লখিমীৰ ল'ৰা-ছোৱালীয়ে সৌৱা জোৰে জোৰে হাঁহিছে। যাদৱপ্ৰসাদক আঁজুৰিছে— ককা, তুমি আৰু আইতা আমাৰ ঘৰলৈ যাব লাগিব।

নেযাওঁ পাই, ইমানদূৰ! আটায়ে হাঁহিছে। এনেদৰেই হাঁহিছিল লখিমী-অকণুহঁতেও গুৱাহাটীৰ ককাক বিষ্ণুপ্ৰসাদ দুৱৰাৰ লগত।

সময়বোৰ কেনেকৈ গৈ থাকে, ভাবি আচৰিত লাগে। সময় যেন নদী, দিন-ৰাতিৰ ছেদভেদ নোহোৱাকৈ বৈ থাকে অহৰহ... বৈ থাকে সময়ৰ নদী... গৈ থাকে সময়... মানুহো গৈ থাকে সময়ৰ সোঁতত উটি... শ্ৰাদ্ধৰ পাছতে পাতে জন্মদিন।

কৃষ্ণ!

দেৱবালাৰ মুখেৰে নিৰ্গত হয় সকলোৱে শেষত আশ্ৰয় ল'বগৈ পৰা এক মহান চৰিত্ৰৰ নাম।

০ ০ ০ ০ ০ ০ ০

গোসাঁইবাৰী বাগিচা ইতিমধ্যে বিক্ৰী হৈ গৈছিল। একেবাৰে পানীৰ দৰত বিক্ৰী কৰি দিবলগা অৱস্থা আহি পৰিছিল। কোনোবা মাৰোৱাৰীয়ে কিনি লৈছিল।

দেৱবালাৰ মন বেয়া লাগিছিল। এটাৰ পৰা বহু হোৱাৰ সপোন দেখা নাৰী তেওঁ। আৰু এনে সপোন পূৰ্ণ কৰিবলৈ যিমান পৰিশ্ৰম, অধ্যৱসায় বা ধৈৰ্যৰ প্ৰয়োজন, এই সকলোখিনি তেওঁৰ নিয়ন্ত্ৰণত। এই লৈ আনে কি ভাবে, তাক লৈ দেৱবালাই কোনোদিন মূৰ ঘমোৱা নাই। তেওঁ জানে যে এইখিনি গুণ তেওঁৰ নিয়ন্ত্ৰণত আছে আৰু তেনে হোৱাটো ভাল কথা, গতিকে দেৱবালা স্ব-মহিমাৰে গৌৰৱান্বিত নাৰী বুলি একাষাৰে ক'ব পৰা যায়।

শহুৰদেউতা ৰায়বাহাদুৰ কালীপ্ৰসাদ চলিহা উপাৰ্জিত এক সম্পদ আনৰ হাতলৈ গুচি গ'ল।

দেৱবালাই পায়চাৰি কৰিবলৈ ধৰে। য'ত যোগ অংক কৰাৰ থল আছিল, তাত বিয়োগ অংক এটা বহুওৱা হ'ল। এইবোৰ সকলো অদৃষ্টৰে খেলা। তথাপি টুটুৰ কৰ্মোদ্যমৰ ওপৰত তেওঁৰ আস্থা আছে। আৰু সঁচাকৈয়ে টুটুৱে তাৰ ফল দেখুৱাব খুজিলে শিৱসাগৰত 'ৰূপালীম' চিনেমা হল খুলি।

দেৱবালাই বাগিচাত মনোযোগ দিবলৈ ধৰিলে। সঘনাই আজিজবাগলৈ অহা-যোৱা কৰিবলৈ ল'লে। প্ৰফুল্ল ৰাজখোৱা পৰিয়ালসহ ইয়াতে থাকে, একো অসুবিধা পোৱা নাই। দৰাচলতে বনৰীয়া জন্তু-জানোৱাৰৰ বাহিৰে বাগিচাত আন একোলৈকে ভয় কৰিবলগীয়া নাই। মণ্ডলবাবু কিনাৰাম গগৈ, বৰবাবু চাংমাই, বৰকেৰাণী ৰামহৰি ভট্টাচাৰ্য, ছোটকেৰাণী পূৰ্ণকান্ত গগৈ; এইসকল মানুহো আজিজবাগত নিগাজীকৈ ৰৈ গৈছে। কাষেৰে বৈ গৈছে দিখৈ নৈ। মাছেৰে দুয়োকূল উপচি থাকে...।

দেৱবালা কাম চাবলৈ আহে।

যাৰ দুয়োকাষত সম্প্ৰতি স্বামী আৰু যুৱপুত্ৰ, তেৱেঁই প্ৰচণ্ড কৰ্তব্যবোধেৰে ঢপলিয়াই আহে বাগিচাৰ কাম চাবলৈ। নাহিলেওতো হয়!

এৰা, নাহিলে নহয় জানো?

নিজৰ প্ৰশ্নৰ উত্তৰত নিজে মিচিকিয়াই হাঁহে দেৱবালাই। এই হাঁহিৰ আঁৰত সাফল্যৰ বিৰাট প্ৰদৰ্শনী। যাদৱপ্ৰসাদক ছিলঙলৈ পঠিয়াই তেওঁ যেতিয়া বাগিচা চম্ভালিবলৈ আহিছিল, তেতিয়া কিমান আছিল উৎপাদন অথবা মুনাফা? আৰু তেওঁ আহি মানুহবোৰৰ মাজত কৰ্মশক্তি বৃদ্ধি কৰাৰ পাছত সেয়া কিমানলৈ বৰ্ধিত হৈছিল? কিমানলৈ?

কোনে নাজানে এই কথা?

এতিয়াও দেৱবালা চলিহা নামৰ এই মহিলা শয্যাগত হোৱা নাই, ক্ষয় যোৱা নাই তেওঁৰ কৰ্মোদ্যম, তেন্তে কিয় সোমাই ৰ'ব তেওঁ? কিয় এৰি দিব বিশ্ৰাম ল'ব খোজা

স্বামীৰ হাতত গধুৰ দায়িত্ব? যুৱ উদ্দীপনাৰে টলবলাই থকা পুত্ৰৰ হাতত সম্পূৰ্ণৰূপে কিয় এৰি দিব সুচাৰুৰূপে পৰিচালিত কৰ্ম?

যাদৱপ্ৰসাদক এতিয়া বিশ্ৰামৰ প্ৰয়োজন। মধুমেহে চেপি ধৰি ক্লান্ত কৰি পেলাইছে যে, সেয়া দেৱবালাই উপলব্ধি কৰে। মাজতে ৰহমান আৰু পি ডি জৰ্জ বহুদিন কৰঙাণীৰ বঙলাত আছিলহি, যাদৱপ্ৰসাদৰ মন ভাল লাগি আছিল। আচলতে বাগিচাত এইটো একধৰণৰ নিয়মেই হৈ পৰিছে যে যিমানেই ডাঙৰ বা সৰু কৰ্মচাৰীয়ে নতুনকৈ যোগদান কৰিবলৈ আহে, প্ৰত্যেকেই দিনচেৰেক বঙলাত কটায়। অন্ততঃ থকা-খোৱাৰ সু-বন্দৱস্ত নোহোৱালৈকে। যাদৱপ্ৰসাদে ভাল পায়, দেৱবালায়ো ভাল পায়। ব্যৱসায় নহয়, বাগিচা নহয়, তেওঁলোকৰ পৰিয়ালৰে সদস্য হ'বলৈ আগবাঢ়ি আহিছে এই নতুন মানুহ, চলিহা পৰিয়ালৰ দায়িত্ব নাথাকিবনে? আব্দুল আনছাৰীয়ে ১৯৫০-৫১ চনত সজা এই বঙলাত কিমানজন সদস্যৰ নতুন খোজ পৰিছে, তাৰ হিচাপ নাই। সকলোৰে প্ৰতি দুৱাৰ খোলা এই বঙলাৰ।

এই মানুহহালৰ হৃদয় দুৱাৰ সকলোৰে বাবে অহৰহ খোলা। সকলোতকৈ ভাল লাগিছিল দেৱবালাৰ কলিকতাৰ গৃহত। স্বাধীনতা সংগ্ৰামৰ কৰ্মী কিছুসংখ্যকে কৰা আত্মগোপনৰ কালছোৱাত অতিথি সৎকাৰ কৰি ধন্য মানিছিল দেৱবালাই। তৃপ্ত আৰু সুখী হৈছিল মহেশ দাস নামৰ কলিকতা বিশ্ববিদ্যালয়ৰ স্বৰ্ণপদকপ্ৰাপ্ত মেধাৱী ছাত্ৰজনক অতিথি হিচাপে পাই। মহেশতো একেবাৰে তেওঁৰ পুত্ৰ হৈ উঠিছিল। গুণীৰ প্ৰতি দেৱবালাৰ সদায়ে আগ্ৰহ। অভাৱ আঁতৰাবলৈকে যোগেশ্বৰ হাজৰিকাৰ অনুৰোধ ৰাখি প্ৰথমে যাদৱপ্ৰসাদে মহেশক পঞ্চাশ টকা বেতনেৰে ৰ'লিং মিলত সুমুৱাই দিছিল। পাছত গম পাই দেৱবালাৰ বেথা জাগিল। যেন পাঠ্যপুথিৰ পৰা টকাই টানি লৈ গৈছে মহেশক কল-কব্জাৰ মাজলৈ। উপযাচি দেৱবালাই মহেশক মতাই নি নিজৰ ঘৰত থকা-খোৱাৰ ব্যৱস্থা কৰোৱাইছিল, নিজৰ ল'ৰা-ছোৱালীহঁতৰ গৃহশিক্ষক হিচাপে ৰাখিছিল। মহেশক তেওঁ বৰপুত্ৰৰ দৰে জ্ঞান কৰিছিল, ধোবাৰ হাতত সন্তানহঁতৰ কাপোৰৰ লগতে মহেশৰ কাপোৰো দি পঠাইছিল। ...যাদৱপ্ৰসাদেও ভাল পাইছিল। প্ৰায়ে নিশা তেওঁ ৰসায়নবিদ্যাৰ কৃতী ছাত্ৰ মহেশৰ লগত চাহৰ নতুন পদ্ধতি সম্পৰ্কে কথা পাতিব পাৰিছিল। সেই মহেশেই এতিয়া কাষ্টম বিভাগৰ প্ৰথমজন অসমীয়া কলেক্টৰ।

দেৱবালাৰ বুকু ভৰি উঠে... সমস্ত কৃতী ছাত্ৰৰ জননী হৈ উঠে তেওঁ, হৈ উঠে সমস্ত অতিথিৰ বাবে দুৱাৰ খুলি ৰোৱা কৰঙাণীৰ বিশাল বঙলা।

# ছয়ত্ৰিশ

অকস্মাতে যাদৱপ্ৰসাদৰ ভৰি এখনৰ জোৰা লৰিল। মূৰটো আচন্দ্ৰাই কৰি গ'ল দেৱবালাৰ। খন্তেকৰ বাবে হ'লেও ঘামি গ'ল গোটেই মানুহগৰাকী।

কিন্তু পিছমুহূৰ্ততে চম্ভালি ল'লে নিজকে। শিশুৰ দৰে তুলি ধৰিলে পতিক।

আকৌ মুখৰ ঘাম মোহাৰিলে দেৱবালাই। সদায় চাদৰত মৰা ক্ৰুছপিনটো খুলি ভালকৈ আকৌ এবাৰ মাৰি ল'লে। কোনো কাৰণতে বিতত হোৱাটো দেখুৱাব নোৱাৰি। যাদৱপ্ৰসাদৰ এতিয়া তেৱেঁই একমাত্ৰ সাহস।

হাতৰ ভেনিটী বেগত মুঠিয়াই ধৰি দেৱবালাই যাদৱপ্ৰসাদৰ ভৰিত ডাক্তৰে বান্ধোন দিয়া কাৰ্য মনোযোগেৰে চাই ৰ'ল। দেৱবালা। তেওঁৰোতো বয়স হৈছে। ৰজোনিবৃত্তি ঘটি গৈছে, বলিৰেখা কিছুমানে ভুমুকি মাৰিছেহি, চুলিৰ বৰণ ৰূপালী হৈছেহি, ইমানকেইটা সন্তানৰ বাবে অহৰ্নিশ চিন্তা, ব্যৱসায়ত সোমাই যোৱাৰ ফলত কৰ্মোদ্যমে টনাটনি কৰা মানুহ এইগৰাকী। সময়ে-অসময়ে পতি বিমৰ্ষ হৈ পৰে, তেওঁৰ মনোজগত অনুমান কৰি সেয়া উজ্জীৱিত কৰিবলৈকে অহোপুৰুষাৰ্থ কৰা দেৱবালা, তেওঁৰোতো ভাগৰ লাগে। তেওঁৰোতো ক্লান্তি আছে, ৰোগৰ পীড়ন আছে। পুত্ৰশোকৰ যাতনা হাঁহিমুখে ঢাকি থোৱাৰ কাতৰতা আছে।

চকু-নাক সজল হৈ আহে দেৱবালাৰ।

এনে হৈছেনে কাৰোবাৰ?

মানুহ-সম্পদ সকলো থকাৰ পাছতো যে মূৰ থৈ বিশ্ৰাম কৰাৰ এখনি পৃথিৱী নাই! ১৯০৮ চনত জন্মগ্ৰহণ কৰা নাৰী। সংস্কাৰে মেৰিয়াই-নুৰিয়াই ৰাখিছে যাৰ প্ৰতিডাল সিৰা, যিমানে ক্লান্ত নহওক তেওঁ, তেওঁৰ বাবে ঈশ্বৰৰ বাদে আৰু অন্য কি পৃথিৱী থাকিব পাৰে?

দুয়ো চকু জপাই দিয়ে দেৱবালাই—

ক্লান্ত হৈ পৰিছে তেওঁ।

হয়, দেৱবালা ক্লান্ত এতিয়া। দুখ পোৱা ভৰিখনৰ সৈতে যাদৱপ্ৰসাদ ছিলঙলৈ ওলাইছে। কাম আছে। দেৱবালাই তেওঁক অকলে পঠিয়াব নুখুজি নিজেও লগতে ওলাল।

...গোটেই বাটছোৱা দেৱবালাৰ শৰীৰত তৰপে তৰপে যন্ত্ৰণাই ছট্‌ফটাই গ'ল। সন্তান প্ৰসৱৰ পাছত সংঘটিত কোষ্ঠকাঠিন্যৰ ফলত আজি অৰ্শৰোগত ৰোগাক্ৰান্ত

তেওঁ। প্ৰচণ্ড বিষ আৰু ৰক্তক্ষয়ৰ ফলত ক্লান্ত হৈ আহিছিল। তথাপি নিজৰ যন্ত্ৰণা সহি সামৰি এয়া পতিক সংগ দিবলৈকে আহি অৱশ হৈ পৰিছে দেৱবালা।

যাদৱপ্ৰসাদে মন কৰিলে দেৱবালাই ছিটত আঁউজি চকু মুদি গৈছে।

টোপনি নেকি?

দেৱবালাই চকু মেলি পতিলৈ চাই লাহেকৈ হাঁহিলে। এনে হাঁহি যাদৱপ্ৰসাদে দিখৌমুখৰ ঘৰত ন-কইনা দেৱবালাৰ মুখত দেখিছিল। তপত জ্বৰে লবেজান কৰি পেলাইছিল দেৱবালাক। পাভৈৰ মাকে দিখৌৰ সিপাৰৰ পৰা কলীয়া বামুণৰ মাকে দিয়া ভৰণ আনি দেৱবালাৰ মূৰত থাপিছিল। নৰিয়াৰ দুদিনৰ পাছত যাদৱপ্ৰসাদ ওলাইছিলহি। নিতাইপুখুৰীৰ মৌজাদাৰ ডিম্বেশ্বৰ কোঁৱৰ আৰু চেৰেকাপাৰৰ পীতাম্বৰ গগৈৰ লগত তাহীৰাম কোঁৱৰ বৈৰাগীৰ ঘৰ পাইছিলগৈ। এওঁৰ ঘৰ কোঁৱৰপুৰ ম'ৰা বজাৰৰ দেওধাই গাঁৱত। গৰুগাড়ীৰ লিকেৰে একাঁঠু বোকা-পানী খচি এয়া ঘৰ ওলাইছেহি যাদৱপ্ৰসাদ। গা-পা ধুই নিজৰ কোঠাত সোমাবলৈ লৈ দেখিছে দেৱবালা নৰিয়া পাটীত। তেওঁ পত্নীৰ কপালত হাত দি চাইছিল। মন বেয়া লাগিছিল। হাতৰ মাজত পত্নীৰ হাত লৈ ক'ব যেন— 'তোমাৰ ইমান জ্বৰ, খবৰকে নেপাওঁ মই!'

দেৱবালাই উমান পাইছিল নেকি, চকুযুৰি মেলি পতিলৈ চাই হাঁহিছিল।

উঃ সেই হাঁহি!

যন্ত্ৰণাৰ মাজত ফুলা স্নিগ্ধ শতদল। আজি ইমান বছৰৰ পাছতো একেই আছে দেৱবালাৰ হাঁহি, কথাষাৰ ভবাৰ লগে লগে হঠাৎ সচকিত হৈ উঠিল যাদৱপ্ৰসাদ! কি অৰ্থ এনে হাঁহিৰ?

দুখ পোৱা ভৰিখন সমুখৰ ছিটৰ তললৈ দীঘলকৈ মেলি অস্পষ্ট মাতেৰে সুধিলে যাদৱপ্ৰসাদে—

তোমাৰ সঁচাই টোপনিনে?

দেৱবালাই এইবাৰো হাঁহিলে। একেই হাঁহি।

উঃ একেই হাঁহি।

নিশা বিছনাত পৰি দেৱবালাই উচ্চাৰিছে— উস্!

আৰু যাদৱপ্ৰসাদে অস্ফুট মাতেৰে সুধিছে— কি বৰমাই?

একো নাই।

গা বেয়া?

থাকেই ইটো-সিটো।

তথাপি! ডাক্তৰ আছে, চিকিৎসা আছে, ঔষধ আছে...।

পাইল্‌ছৰ কষ্ট।

আকৌ?

ওঁ।

তেজ গৈ আছে নেকি?

ওঁ

এইবাৰ অপাৰেচন কৰোৱাই পেলোৱাটোৱে উচিত হ'ব।

ভয় লাগে মোৰ...।

কিমান মানুহে কৰাই আছে, ভয় কৰিবলৈ কিটো আছে?

দেৱবালা মনে মনে ৰৈছিল।

অপাৰেচনৰ বাবে ক'ত কি কৰিব লাগে, সকলোখিনি যাদৱপ্ৰসাদেই আগভাগ ল'লে। প্ৰকৃততে যাদৱপ্ৰসাদৰ এনে এক সুকীয়া ব্যক্তিত্ব আছে যে, দেখাৰ লগে লগেই ঠাবৰ কৰিব পাৰি তেওঁৰ নেপথ্য। যাৰ ফলতে সম্মোহনৰ দৰে কাষ চাপি আহে এজন দুজনকৈ অনেকজন। ডিব্ৰুগড় মেডিকেল কলেজত দেৱবালাৰ বাবে যাদৱপ্ৰসাদ থিয় হোৱাৰ লগে লগে চিকিৎসকসকল ওচৰ চাপি আহিল। ঠিক হৈ গ'ল দেৱবালাৰ অস্ত্ৰোপচাৰৰ সময়।

যথাসময়ত দেৱবালাৰ মেডিকেলতে অৰ্শৰ অস্ত্ৰোপচাৰ হৈ গ'ল। যাদৱপ্ৰসাদো লগতে থাকিল। গান্ধীবাদী নেতা, প্ৰাক্তন বিধায়ক আৰু সাংসদ ৰবীন কাকতী মেডিকেললৈ আহোঁতে যাদৱপ্ৰসাদক দেখি কেবিনলৈকে আহি কথা-বতৰা পাতিবলৈ ধৰিলে। বিশ্ৰাম লৈ থকা দেৱবালা বিছনাতে হেলান দি বহি আছিল। যাদৱপ্ৰসাদে কাকতীৰ কথাৰ আঁত ধৰি ক'বলৈ ধৰিলে—

ভাষা আন্দোলনে আমাৰ পাহাৰ-ভৈয়ামৰ মাজত ভুল ধাৰণা কিছুমান আনি দিলে...।

মুখ্যমন্ত্ৰী বিমলা চলিহায়ো আঘাত পাইছিল।

এৰা! তেতিয়াৰ পৰাই বিমলীক জ্বৰ এবিধে লম্ভিলে।

হয়, বাষষ্ঠিৰ চীনা আক্ৰমণতো বোলে নৰিয়াত পৰিছিল। মুখ্যমন্ত্ৰীয়ে কিন্তু কি ভাবিছিল, ৰাইজে ধৰিব নোৱাৰিলে।

বিমলীৰ ধাৰণাত অসমৰ তেল আৰু চাহৰ ওপৰত চীনাৰ চকু পৰিছিল। যিয়েই নহওক, কংগ্ৰেছৰ জঁকাটোৰ পৰা এডাল-দুডালকৈ হাড় খহিব ধৰিছে যে সত্য।

মোৰো এইটোতে বেজাৰ লাগে। স্বাধীনতা পাবৰ কেইবছৰনো হ'ল? সকলো সলনি হৈ পৰিছে।

অসমৰ ৰাজনীতি-সামাজিক জীৱনত বিভিন্ন ৰোগে বাহ লৈছে. চাৰিওফালে যেন অস্থিৰতা। দেশ অন্ধকাৰলৈ গৈ আছে অথচ আমি একো কৰা নাই, কৰিব পৰা নাই।

দেৱবালাই দুয়োৰে হাতত ফলৰ ৰসৰ গিলাচ দুটা তুলি দিছিল।

এটা সময়ত কাকতী গ'লগৈ।

কিন্তু এটা পোহৰ দি থৈ গ'ল দেৱবালাৰ বাবে।

হয়, ধীৰে ধীৰে মন কৰি আহিছিল তেওঁ পতিৰ উদাসীনতা, দিনকদিনে বাঢ়ি

আহিছিল যাদৱপ্ৰসাদৰ ভাবালুতা, অথচ এইবোৰৰ এক নিৰ্দিষ্ট স্পষ্ট কাৰণ যেন প্ৰকট হৈ উঠা নাছিল দেৱবালাৰ কাৰণে। আজি ৰবীন কাকতী অহাত, সেই কাৰণ একেবাৰে জল্‌জল্-পট্‌পট্‌কৈ ওলাই পৰিল।

হয়, দেশৰ চিন্তাই কুটিছে যাদৱপ্ৰসাদৰ অন্তৰ্ভাগ। যি কংগ্ৰেছক তুলি ধৰিবলৈ জীৱনৰ সোণালী যৌৱনৰ অফুৰন্ত শক্তি-কৰ্মোদ্যম নিগৰাইছিল, সেই দলৰে ভাবমূৰ্তি আজি ঘটনাপ্ৰবাহত এনেদৰে অন্যদিশলৈ ঢাল খাইছে, তাকে দেখি কেৱল যাদৱপ্ৰসাদেই নহয়, সমগ্ৰ পুৰণি কংগ্ৰেছীৰে কষ্ট অনুভূত হোৱাটো স্বাভাৱিক।

যাদৱপ্ৰসাদে গীতাখন বিচাৰিলে।

বঙলাৰ পৰা গীতা অনোৱা হ'ল। লগতে অনোৱা হ'ল যাদৱপ্ৰসাদৰ অন্যতম প্ৰিয় গ্ৰন্থ থৰ হেয়াৰড্ৰলৰ কন-টিকি। কিন্তু তেওঁ গীতাৰ কৰ্মযোগ খণ্ডহে মেলি ল'লে।

দেৱবালাই বাতৰি কাকতৰ বহল পৃষ্ঠাবোৰেৰে নিজকে ঢাকি ল'লে। দেশখনত, পৃথিৱীখনৰ ক'ত কি হৈছে, এইবোৰৰ ভূ ৰখাটো অতিকৈ প্ৰয়োজনীয়। সাম্প্ৰতিক বতাহ কেনি বৈছে, সেইটো যদি নাজানা, তুমি থিৰেৰে থাকিবা কেনেকৈ? বতাহে পাই যেনি-তেনি নুৰুৱাবনে তোমাক?

বাতৰি কাকতৰ পৃষ্ঠা সলাবলৈ যাওঁতে প্ৰত্যেকবাৰেই দেৱবালাই আঁৰ চকুৰে পতিলৈ চায়। মানুহজনে একান্তমনে গীতাৰ সেই অমৃতবাণীসমূহ পঢ়ি আছে। শ্ৰীকৃষ্ণৰ মুখনিঃসৃত সেই অমৃতবাণীবোৰ!

আঃ! সেই অমৃতবাণী! যিবোৰ শুনোৱা হৈছিল তেওঁক ননীৰ মৃত্যুৰ পাছত। যিবোৰ উপলব্ধি কৰিবৰ চেষ্টা চলাই আহিছে তেওঁ আজি পৰ্যন্ত— প্ৰদীপৰ মৃত্যুদিন ধৰি। একেবাৰে পগোৱা দুগ্ধৰ পৰা উঠি অহা মাখনৰ বুদ্‌বুদ্ যেন অমৃতবাক্য! ...'তুমি কি লৈ আহিছিলা, যাক তুমি হেৰুৱাইছা... যি হৈছে ভালেই হৈছে, যি হ'ব সেয়াও ভালেই হ'ব...।'

বাতৰি কাকতৰ পৰা দেৱবালাৰ দৃষ্টি কোঠাৰ বাহিৰলৈ ওলাই গ'ল। এইখন হস্পিতাল। জন্ম-মৃত্যুৰ পৰিক্ৰমাৰে পূৰ্ণ এই চৌহদ। ইয়াতে দেখা যায় একো একোটা জীৱনৰ মহা অৰ্থ।

কি হৈছে আজি দেৱবালাৰ?

বাৰম্বাৰ যে উদাসীনতাৰ সংগতি?

চছ্‌মা খুলি আনি আঁচলেৰে তাৰ কাঁচ পৰিষ্কাৰ কৰে দেৱবালাই। ঠিকে আছে, পৰিষ্কাৰ। অথচ স্বচ্ছ দেখা নাযায়, কি হৈছে, গোটেইখন যে ধুঁৱলী-কুঁৱলী? ৪৪ বছৰ বয়সৰ পৰাই ব্যৱহাৰ কৰি আহিছে চছ্‌মা, আগে-পাছেতো হোৱা নাই এনে অনুভৱ, কি হৈছে?

প্ৰকৃততে দেৱবালাৰ অন্তৰাত্মাই কান্দি উঠিছিল পতিৰ এনে উদাসীন মূৰ্তি দেখি!

জীৱনক সহজভাৱে নলৈ যেন এয়া গীতাৰ আঁৰেৰে কৰা এক পলায়নবাদিতাহে। ...দেৱবালাৰ ক্ৰন্দনতে সিক্ত হৈ উঠিছে নেকি দুচকুৰ দগধা কাঁচ?

ৰণু আহি ওলাল।

তাৰ মুখলৈ চাই পঠিয়ালে দেৱবালাই।

ৰণু, শিৱসাগৰত ঘৰ এটা সজাৰ কথা চিন্তা কৰিছো। তই আয়োজন কৰ।

কথাবাৰ বতাহত বিয়পি পৰিল। কৰঙাণীৰ বঙলাত কিবা অসুবিধা? বাগিচাত থাকিবলৈ কিবা সমস্যা?

দেৱবালাৰ স্পষ্ট উত্তৰ—

বাগিচাত সেইসকলহে থাকিব পাৰে, যি বাগিচাৰ কামত ব্যস্ত হৈ থাকিব পাৰে। এখেতক এতিয়া বিশ্ৰামৰ প্ৰয়োজন। সেয়ে আপোন মানুহখিনিৰ মাজত থকাৰ চিন্তা কৰিছো। বাগিচাও চলি থাকিব, পৰিয়ালৰ মাজতো থকা হ'ব।

আৰু অনেক কথা আছিল দেৱবালাৰ ক'বলৈ। কিন্তু সেয়া প্ৰকাশ নোহোৱা সত্ত্বেও সকলোৱে হৃদয়ংগম কৰিলে। শিৱসাগৰত ঘৰ সাজি যাদৱপ্ৰসাদ-দেৱবালা আপোন মানুহৰ সংস্পৰ্শত থাকিব, ইয়াতকৈ আনন্দৰ কথা আৰু কি হ'ব পাৰে!

দেৱবালা আৰোগ্য হৈ উঠিছিল। উভতি আহিছিল কৰঙাণীৰ বঙলালৈ। ৰণু ব্যস্ত হৈছিল, মেলাচকৰৰ মাটি এডোখৰতে ইটা-বালি-চিমেণ্টৰ লগত।

ওহো, এই কৰ্মৰ প্ৰতি যাদৱপ্ৰসাদৰ কোনো বিশেষ আগ্ৰহ নাই। ঘৰ এটাৰ কাম আৰম্ভ হৈছে, চলি থাকিব আৰু এদিন শেষো হ'ব। নতুন ঘৰ এটাই মূৰ তুলি উঠিব, আঁকোৱালি ল'ব গৃহস্থী এখনক। ভৰি পৰা ঘৰখন দিনকদিনে জাকতজিলিকা হৈ গৈ থাকিব। এয়া নিতান্তই সাধাৰণ কথা। ইয়াত চিন্তনীয় একো নাই।

কিন্তু কি হ'ব দেশখনৰ? কানিৰ কৰাল গ্ৰাসৰ পৰা কোনোমতে এঙামূৰি দি সাৰ পাব খোজা এই দেশখনৰ? কাৰ নেতৃত্বত শুদ্ধপথে পৰিচালিত হ'ব ৰাজনৈতিক দল? কোনে যুৱপ্ৰজন্মৰ বাবে তুলি ধৰিব এন্ধাৰ বাটৰ লণ্ঠন?

জোৰে জোৰে চিগাৰেট হুঁপিবলৈ ধৰে যাদৱপ্ৰসাদে। বিমলীকো অদ্ভুত জ্বৰ এটাই লণ্ডি ল'লে। আজিকালি প্ৰায়ে নৰিয়াপাটীত থকাৰ দৰে। কি নাম এই জ্বৰৰ? কোনো ঔষধ নাইনে, চিকিৎসা নাইনে? অনেক কাম পৰি আছে এই মন্ত্ৰীসভাৰ সমুখত।

যাদৱপ্ৰসাদৰ শৰীৰ কঁপনি উঠাৰ অনুভৱে জোকাৰে।

বৰমাই, মোৰ জাৰ লাগিছে, চাদৰ এখন দিয়া।

দেৱবালা যেন মাক, সেয়া যেন যাদৱপ্ৰসাদ নহয়। চাদৰ এখনেৰে মেৰিয়াই ধৰে পতিক আৰু মিচিক্‌কৈ হাঁহে।

জাৰ পৰিছে? ক'তা, মইচোন নাই পোৱা।

যাদৱপ্রসাদে শিশুৰ দৃষ্টিৰে চাই লাহেকৈ কয়—

জ্বৰ উঠিব যেন পাইছো।

নমাই দিম জ্বৰক। এতিয়া জ্বৰ-কাহ একো হ'ব নোৱাৰে আপোনাৰ। অতদূৰ বাট যাবলৈ আছে।

কেনি?

কিয়, লখিমীৰ তালৈ।

বিলাতলৈ?

নহয়নো কি?

পাৰিম জানো?

কিয় নোৱাৰিব? ভৰি ভাল, গাও ভাল আপোনাৰ। ময়ো ভালে আছো, গতিকে চব ঠিকে আছে। আৰু ইমানখিনি যোগাৰ হোৱাৰ পাছত নোযোৱাৰতো কথা নাই।

দেৱবালাৰ দৃষ্টি গেটৰ ফালে যায়গৈ।

যাদৱপ্রসাদে পত্নীৰ মুখলৈ চালে। চকুৰ তলত গভীৰ ক'লা সাঁচ পৰিছে মানুহগৰাকীৰ। অলপ খীণাইছেও নেকি? অলপতে অস্ত্রোপচাৰ এটাও হৈ গৈছে...।

গাৰ চাদৰখন বাহুৰ পৰা চকীতে নমাই থৈ যাদৱপ্রসাদ বহাৰ পৰা উঠিল।

আমি অলপ খোজকাঢ়ো ব'লা। বহুদিন ঘাঁহৰ ওপৰত খোজকঢ়া হোৱা নাই।

বেলি লহিয়াইছিল। কৰঙাণীৰ ওখ গছবোৰে নিশাটোৰ বাবে তললৈ মূৰ হলোৱাৰ আয়োজন চলাইছিল, যিবোৰে পুৱা হ'লেই বেলি চাবলৈ আকাশলৈ ডিঙি পোনায়। অনেক চৰাই বাহলৈ উভতিছিল, সিহঁতৰ কলৰৱত অৰণ্যানি সৰৱ হৈ উঠিছিল, অস্তমিত ৰবিৰ নানাৰঙী শোভাৰে বৰ্ণিল হৈ উঠিছিল সৰ্বত্র।

যাদৱপ্রসাদ-দেৱবালা বঙলাৰ পৰা ধীৰ খোজেৰে ওলাই গ'ল। কলঘৰৰ ফালৰ পৰা কেঁচাপাত মন্থন কৰাৰ এক লোভনীয় সুঘ্রাণ ভাহি আহিছিল। জেনেৰেটৰৰ ধপ্‌ধপ্ শব্দই মুখৰিত কৰি ৰাখিছিল চৌপাশ।

যাদৱপ্রসাদৰ হাতত লাঠি এডাল। যাতনাগ্রস্ত ভৰিখনত যাতে বেছি জোৰ নপৰে।

কি গীত, বৰমাই?

হুঁ?

দেৱবালা একপ্রকাৰ উচপ্‌খায়ে উঠিল। ইস্ ইস্ নিজৰ অজানিতে কেনেকৈ যে গুণ্‌গুণাই আছে তেওঁ!

তথাপি লাহেকৈ উত্তৰ দিলে—

ৰবীন্দ্র সংগীত।

কোনটো?

গ্রাম ছাড়া ঐ ৰাঙামাটিৰ পথ...।

দিয়া, আৰম্ভ কৰা...।

দুখোজ নীৰৱে গৈ পুনৰ আৰম্ভ কৰিলে দেৱবালাই গুণ্‌গুণনি... গুণ্‌গুণ্... গুণ্‌গুণ্...। এজাক হালধীয়া পখিলাইহে যেন ফুল হৈ ঢাকি ধৰিলেহি যাদৱপ্ৰসাদৰ ভিতৰৰ সৰিয়হতলীডৰা। মেলাচকৰৰ ঘৰখনত সংগীতচৰ্চাৰ পূৰ্ণ পৰিবেশ থকা সত্ত্বেও একোতে হাত থোৱা নহ'ল যাদৱপ্ৰসাদৰ। বিমলীয়েও আনকি মণিপুৰী ওস্তাদৰ অধীনত তবলা শিকিছিল। টালিগঞ্জৰ ঘৰত এবাৰ পুৰুষোত্তম দাস আৰু কমল নাৰায়ণ চৌধুৰীয়ে যাদৱপ্ৰসাদক ধেমালিৰ ছলেৰে সংগীতৰ বিষয়ে সুধিছিল, যাদৱপ্ৰসাদে কৈছিল—

সকলোৱে গালে শুনিব কোনে? শুনোতাও লাগিব নহয়।

হয়, এই কথা সত্য। অনেকবাৰ প্ৰমাণিত হৈ আহিছে এই কথা... এতিয়াও প্ৰমাণিত হৈছে।

দেৱবালাই গুণ্‌গুণায়ে আছিল। তেওঁলোক নাৰ্চাৰীৰ ওচৰ পাইছিলগৈ। গ্ৰীণ হাউছৰ তলত অকণি অকণি চাহপুলি। দূৰৈৰ পথেৰে কোনোবা চাইকেল আৰোহীয়ে হিন্দী চিনেমাৰ গীত গাই গৈ আছিল। চাইকেলখনক চাহগছে আঁৰ কৰি ৰাখিলেও মানুহটোক দেখা গৈছিল। সেইফালেলৈকে চাই যাদৱপ্ৰসাদে ল'লে—

চাহগছবোৰক দেখাত ইমান ওখ যেন নেলাগে। সৌ মানুহটোৱে চাইকেল চলোৱা বুলি ধৰিবহে পাৰি, নেদেখি কিন্তু।

চাহগছবোৰ ওখতো। জোপোহা কাৰণেহে চাপৰ যেন দেখি।

সৌটো বাটেৰে তুমি গ'লে ইয়াৰ পৰা চাগে' দেখাই নেযাব।

ইচ্ ইমান চাপৰো নহওঁ মই।

অলপতো হোৱা। নোহোৱা জানো?

দেৱবালাৰ মন পলকতে মেলাচকৰৰ ঘৰখনলৈ উৰা মাৰিলে। বিমলীৰ বিয়াৰ পাছত আটাইবোৰ জীয়ৰী-বোৱাৰী গোট খাই ইটো সিটো কথা পাতি আছিল। কথাৰ মাজতে দেৱবালাই লাহেকৈ ক'লে—

এই ঘৰৰ আটাইকেইগৰাকী বোৱাৰীয়েই ওখ। মোক বাদ দি।

কোনোবাই শলাগিছিল।

কোনোবাই খুক্‌খুকাই হাঁহিছিল।

আনকি দেৱবালাই নিজেও হাঁহি ৰগৰ কৰিছিল। তেনেতে কাষৰ কোঠাৰ পেৰাৰ ওপৰৰ শয্যাৰ পৰা শাহুআই নিকুঞ্জলতাৰ মাত বাহিৰ হৈছিল—

কেৱল ওখৰে নহয়তো, চুটি-চাপৰবোৰৰো কাম আছে। আমাক সেইবোৰো লাগে...।

...কথাষাৰ মনত পৰি দেৱবালাৰ মুখত মিচিকিয়া হাঁহি ওলাল। এই হাঁহি কিন্তু যাদৱপ্ৰসাদৰ চকুত নপৰিল। গম্ভীৰস্বৰে ক'লে তেওঁ— 'ওভতো ব'লা'।

# সাতত্ৰিশ

যাদৱপ্ৰসাদ-দেৱবালা বিদেশলৈ যাবলৈ ওলাইছে। লখিমীয়ে সিফালে সকলো যোগাৰ কৰি বৈ আছে আগ্ৰহেৰে।

বাগিচাৰ পৰা গুৱাহাটীলৈ আহিল যাদৱপ্ৰসাদ-দেৱবালা। হঠাৎ শিলপুখুৰীত ভূপেন হাজৰিকা। যাদৱপ্ৰসাদে দোকানত সোমাও বুলি গাড়ী ৰখাওঁতেই হাজৰিকাৰ চকুত পৰিল। কথা-বতৰা হ'ল। হাজৰিকাই দেৱবালাক ক'লে—

আপুনি ডায়েৰি এখনত সকলোবোৰ টুকি ৰাখিব। বিদেশৰ পৰা উভতি অহাৰ পাছত সেয়া অমূল্য সম্পদ হ'ব।

দেৱবালাৰ হাঁহি-উজ্জ্বল মুখত খোলা হাঁহি জিলিকিল। হাজৰিকাই পুনৰ দোহাৰিলে—

ডায়েৰি এখন লগত ৰাখিব আপুনি।

সঁচাকৈয়ে দেৱবালাই ডায়েৰি এখন বেগত ভৰাই ল'লে। এতিয়া ১৯৬৩ চনৰ জুলাই মাহ। জাল এয়াৰলাইনছ্ বিমানত উঠি তেওঁলোক মাৰ্কিন যুক্তৰাষ্ট্ৰ পালেগৈ।

বষ্টনৰ পৰা বেডফ'ৰ্ডলৈ প্ৰায় এঘাৰ মাইলৰ দূৰত্ব। ইয়াতে লখিমী থাকে। জোঁৱাই মাণিক, নেওমী আৰু ফিলিপৰ সৈতে দেৱবালা-যাদৱপ্ৰসাদহঁত বেডফ'ৰ্ডত একেৰাহে কেইবাদিনো ফুৰিলে। লখিমীয়ে শিক্ষকতা কৰা স্কুল চাবলৈ গ'ল তেওঁলোক। বষ্টনৰ প্ৰাকৃতিক শোভাবৰ্ধক স্থানবোৰলৈ, নানানধৰণৰ ফাৰ্ম আৰু পৰ্যটকস্থলীলৈও গ'ল। দেৱবালাই আটাইতকৈ আমোদ পালে লখিমীৰ ঘৰত বেডমিণ্টন খেলি, লখিমীৰ চুবুৰীয়াসকলে দেখা কৰিবলৈ আহোঁতে, তেওঁলোকৰ লগত প্ৰীতিভোজ খাই, মাণিকৰ বন্ধুমহলৰ উষ্ণ স্বাগতম পাই। তেওঁলোক জিতু আৰু শেষুৰ সংসাৰ চাবলৈও গ'ল। জিতু, দেৱবালাৰ ভগ্নী ভালমাইৰ পুত্ৰ। শেষু দাক্ষিণাত্যৰ ছোৱালী। তাৰপৰা উভতি অহাৰ পাছতে যাদৱপ্ৰসাদক জ্বৰে পালে। লখিমীয়ে ততাতৈয়াকৈ হস্পিতাললৈ লৈ গ'ল। বিশেষ একো নাই। কেইবাবাৰো পৰীক্ষা কৰোৱালে। কেইবাবিধৰো পৰীক্ষা চলিল। বিশেষকৈ বংশগত মধুমেহ ৰোগত আক্ৰান্ত যাদৱপ্ৰসাদৰ এই ৰোগৰো চিকিৎসা চলিল। অৱশ্যে চিকিৎসা বুলিবলৈ বিশেষ তেনে একো নহ'ল। কাৰণ যাদৱপ্ৰসাদৰ এই ৰোগ নিয়ন্ত্ৰিত হৈয়ে বৈছে সদায়।

বিদেশৰ পৰা দেৱবালাহঁত ভাৰতলৈ উভতি আহিল, কেম্ব্ৰিজৰ চাৰ্লছ্ নদীৰ ওপৰৰ

অগণন নৌকা দেৱবালাই দুচকুত বান্ধি লৈ আহিল। সেই নৌকা আছিল স্বপ্নখণ্ডৰ দৰে। দ্বিতীয় মহাসমৰৰ কালছোৱাত সম্পূৰ্ণ পৰিয়ালসহ দেৱবালা কৰন্তাণীত আছিল। যাদৱপ্ৰসাদৰ ভনীজোঁৱাই সীতানাথ বৰবৰাৰ পৰিয়ালটোও আছিল। এই গোটেইবোৰ ল'ৰা-ছোৱালী আৰু বাবুলাইনৰো কিছুমানে মিলিজুলি একলব্য আৰু শকুন্তলা নাটক দুখন মঞ্চস্থ কৰিছিল। সাংস্কৃতিক সন্ধিয়া পাতিছিল। যাদৱপ্ৰসাদে ডাঙৰ মঞ্চ সজোৱাই দিছিল, আমন্ত্ৰণ কৰিছিল দাঁতিকাষৰীয়া ছয়-সাতখন বাগিচাৰ মানুহক। উলাহতে জঁপিয়াই ফুৰিছিল ল'ৰা-ছোৱালীবোৰ। চাৰ্লছ নদীৰ বুকুৰ অগণন সৰু সৰু নৌকাবোৰ।

কলিকতাত কিছুদিন জিৰণি লোৱাৰ পাছতে দেৱবালাহঁত কৰন্তাণীলৈ উভতিল। যাদৱপ্ৰসাদ প্ৰায়ে অন্যমনস্ক হৈ থকা হৈছে। ৰ'লিং মিলৰ খা-খবৰ অৱশ্যে নোলোৱা নহয়। ফেঞ্চিং তৈয়াৰীকৰণ চলি আছে। চালতা বাগানৰ পৰা এতিয়াও আগৰ দৰেই গয়াদিন জয়ছৱালৰ পৰা কেঁচামাল আহি আছে। জয়ছৱালৰ সন্তানহঁতে হিন্দুস্তান ইণ্টাৰনেচনেল হোটেল খুলিবলৈ যো-জা কৰিছে। সেইকাৰণে কেঁচামাল যোগানত সামান্য লেহেম গতি আহি পৰিছে। এতিয়া মাজেৰহাট দলঙৰ ওচৰৰ পৰা কেঁচামাল অনোৱাৰ ব্যৱস্থাও হাতত লোৱা হৈছে গোৰাগাছা ছাইডৰ পৰা। যোগেশ্বৰে দায়িত্ব পালন কৰি আছে। তথাপি ঘনঘনকৈ চিগাৰেট হোঁপে যাদৱপ্ৰসাদে। দেৱবালাই চাই ৰয় পতিৰ মুখলৈ।

কিয়েইবা কৰিব পাৰে তেওঁ?

১৯৬১ চনত দেৱবালাই তিনিআলি বাগিচাৰ চাহাব এজনৰ পৰা এখনি পুৰণি পিয়ান' কিনিছিল। দেশলৈ উভতি যাওঁতে লগত নিব নোৱাৰে কাৰণে চাহাবে সেইখন একেবাৰে পানীৰ দামত দেৱবালাক বেচি থৈ গৈছিল। এতিয়া দেৱবালাই সেইখনকে মুকলি কৰি বহিল। বজাবলৈ ধৰিলে—

'যদি তোৰ ডাক শুনে কেউ না আসে
তবে একলা চল' ৰে...।'

যাদৱপ্ৰসাদৰ চকুযুৰি মুদ খাই আহিল। আৰামী চকীতে মূৰ হেলান দি এই সংগীত প্ৰাণভৰি শুনি গ'ল তেওঁ।... পুৰি পুৰি সৰি পৰিল হাতৰ চিগাৰেটৰ ছাই...। নিচুকনি গীত শুনি টোপনি যোৱা শিশুৰ দৰে অৱস্থাত এতিয়া যাদৱপ্ৰসাদ। কৰন্তাণী আজিজবাগ-কলিকতাৰ ৰ'লিং মিলৰ মালিক যাদৱপ্ৰসাদ চলিহা।

০ ০ ০ ০ ০ ০ ০

আজি ইটো কালি সিটোকৈ যাদৱপ্ৰসাদক শাৰীৰিক অশান্তি কিছুমানে আমনি কৰিবলৈ ধৰিলে। ছুগাৰ বাঢ়ি গৈছে। দেৱবালাই ৰণুৰ মুখলৈ মূৰ তুলি চালে।

দেউতাৰক মেডিকেললৈ লৈ যাওঁ। তাতে কেইবাজনো ডাক্তৰে মিলি চায়, চিকিৎসা ভালকৈ পাব।

কথামতে কাম। যাদৱপ্ৰসাদক ডিব্ৰুগড় মেডিকেললৈ অনা হ'ল। দেখাত সকলো ঠিকেই আছে। এজন-দুজনকৈ কেইবাজনো ডাক্তৰে চাই একেটা কথাকে ক'লে—

ডায়েবেটিছ। কিড্‌নীৰ প্ৰব্লেম।

এতিয়া ১৯৬৪ চন। মে' মাহৰ শুকান বতৰ।

দেৱবালাৰ অষ্ঠ-কণ্ঠ শুকাই গৈছে। হয়, দেৱবালাৰ অষ্ঠ-কণ্ঠ শুকাই কাঠ হৈ গৈছে। এহাত দূৰৈৰ সৌ মেজখনত সৌৱা কাঁচৰ জগত নিৰ্মল পানী, কাষত গিলাচ। যিকোনো মুহূৰ্ত্ততে পিয়াহ গুচাব পাৰি। অথচ দেৱবালা ক্ৰমশঃ শুকাই গৈ আছে... শুকাই যাবলৈ ধৰিছে দেৱবালাৰ অন্তৰ্ভাগ, ৰ'দত শুকান খৰি হ'বলৈ দিয়া জীয়ন গছডালৰ ঠাল-ঠেঙুলিৰ দৰে।

ক্লান্ত দৃষ্টিৰে যাদৱপ্ৰসাদে পত্নীলৈ চাই পঠিয়ায়। এইজনী মানুহ, দুচকুত দীপ্ত স্বপ্ন লৈ কলিকতাগামী ৰে'লত উঠি বহিছিল বুকুত বেহেলা সাবটি... তেওঁ হাতত ধৰি লৈ আনিলে ডায়'চেছনৰ পাঠ্যপুথিৰ মাজৰ পৰা এহাত ওৰণিৰ তললৈ... দিখৌপাৰৰ ঘৰত এজনী মানুহে নিজেই নজনাকৈ হেৰুৱাই পেলালে কৈশোৰৰ তজবজীয়া লৰ, বুজা-নুবুজা যৌৱন ফালি কোলাত তুলি ল'লে চলিহা বংশৰ উত্তৰপুৰুষ... দুটিকৈ সন্তানে কন্দুৱালে...।

বাষ্পাকুল হৈ আহিল যাদৱপ্ৰসাদৰ দুয়ো নয়ন। এখন সম্পূৰ্ণ গৃহস্থী চম্ভালি যিটো বয়সত বিশ্ৰাম কৰে গৃহিণীয়ে, ঘৰৰ অন্যান্য সদস্যৰ ওপৰত চলায় কৰ্তৃত্ব, সেইটো সময়ত, সেইটো বয়সত ৰ'লিং মিল চম্ভালি, বাগিচা চম্ভালি, ল'ৰা-ছোৱালী আনকি যাদৱপ্ৰসাদকো চম্ভালি থিয় হৈ বৈ থাকে মানুহজনী মাজনিশা কলঘৰৰ চেঁচা মজিয়াত। কি পালে এই মানুহজনীয়ে, কি দিলে যাদৱপ্ৰসাদে?

ভৰি আহে নয়নযুগল ইমান অবোধ নহয় যাদৱপ্ৰসাদ, ইমান অবুজ নহয়, আজি ইয়াত এনেকৈ কিয় পৰি আছেহি, অনুমান কৰিব নোৱাৰিবনে তেওঁ নিজে? কেনেকৈ এৰি থৈ যায় এইজনী মানুহক, কপালৰ দগ্‌মগীয়া ফোঁটটি কাঢ়ি?

দেৱবালা পতিৰ কাষ চাপি আহিল। যাদৱপ্ৰসাদে পিঠিত গাৰু লৈ বিছনাতে হেলান দি বহাৰ ভংগীত আছিল, দেৱবালা নিচেই কাষতে মুখামুখিকৈ বহিলহি। আঙুলিৰে মচি দিলে পতিৰ দুয়োগালৰ চকুলোৰ টোপাল।

যাদৱপ্ৰসাদে পত্নীৰ মুখলৈকে চাই ৰ'ল।

দুৱাৰেদি গীতা সোমাই আহিছিল। তাই গুৰুপ্ৰসাদৰ নুমলীয়া জী। মেডিকেলৰ ছাত্ৰী। যাদৱপ্ৰসাদৰ চকুলো মোহৰা দেখি স্বগতোক্তি কৰিলে—

ডায়েবেটিছে চকুকো কম জুৰুলা কৰে নে বাৰু!

দেৱবালাৰ কাণত পৰিল।

যাদৱপ্ৰসাদৰো।

কিন্তু দুয়ো অবুজ হৈ ৰ'ল। সকলো জানে, দুয়োজনেই সকলোবোৰ উপলব্ধি কৰি উঠিছে, অথচ এনে স্থিৰ মূৰ্তি।

নিৰ্বিকাৰ?

নে ভাগ্যৰ বাবে এৰি দিছে কপাল?

আজি ১৫ জুন।

১৯৬৪ চনৰ ১৫ জুন।

অকস্মাতে দেৱবালা ভূমিত আঁঠু লৈ বহি পৰিল... খামুচি ধৰিলে পৃথিৱী আৰু চটাচটে এৰাই গ'ল এই গোলকৰ সমস্ত সেউজীয়া... দুয়োহাত ওপৰলৈ তুলিলে দেৱবালাই, কাঁচৰ চিলিঙৰ দৰে আকাশখন খন্‌খনাই সৰি পৰিল।

কি হ'ল ভূমি আৰু আকাশৰ মাজৰ মানুহবোৰৰ দশা?

ওহো, কোনেও নেজানিলে... সকলোৱে জানিলে মাথোন যাদৱপ্ৰসাদ নামৰ এক মহান সত্তাৰ শৰীৰ নিথৰ হৈ পৰিছে, এই শৰীৰ লৈ ফুৰিব নোৱাৰি, সাঁচিব নোৱাৰি; শাস্ত্ৰই সেইকাৰণে এনে শৰীৰ অগ্নিৰ হাতত সমৰ্পণ কৰাৰ পৰামৰ্শ দিছে...।

মেলাচকৰৰ বঙলাৰ চৌহদ মানুহে নধৰা হ'ল। চোতালৰ কৃষ্ণ তুলসীৰ ফালে মূৰ থৈ ভূমিত শুই আছে যাদৱপ্ৰসাদ। ডেকাকালত কানি নিবাৰণ তদন্ত কমিটীৰ কামত সংগ দিয়াসকল, ভলণ্টিয়াৰসকল, দেশৰ কামত ঘূৰোতে গাঁৱে-ভূঞে লগ পোৱা কিছুমান, গান্ধীবাদী, আপোন মানুহ আৰু কত কিমান মানুহ।

কিন্তু সকলোৱে বুকুৰ ঘৰ উদং কৰি চাৰিজনৰ কান্ধৰ সাঙীত উঠি গুচি গ'ল দেৱবালাৰ যাদৱপ্ৰসাদ। ফুলেৰে নিজকে আঁৰ কৰি এনেকৈয়ে গুচি গ'ল যাদৱপ্ৰসাদ চলিহা নামৰ এক আপুৰুগীয়া ৰত্ন।

বিদেশৰ পৰা ঢপলিয়াই আহিল লখিমী। লগত পুত্ৰ ফিলিপ। দীপু, ৰুবী, আইজনীহঁতো আহিল। ৰণু লগত আছিলেই। আহিব নোৱাৰিলে কেৱল অৰুণ। তাইৰ এটা সন্তান উপজিছে।

লখিমীয়ে উচুপিবলৈ ধৰিলে—

মোৰ তালৈ মাত্ৰ সিদিনা গৈ আহিছে দে'তা। মই নিজে চেক-আপ কৰোৱাবলৈ লৈ গৈছিলো, একোৱেই নাছিল দে'তাৰ। কেৱল ডায়েবেটিছ। ইমান সুন্দৰকৈ ফুৰিছে

আমাৰ লগত। নিউয়ৰ্কলৈ গৈছো, মানহাটান দ্বীপৰ ট্ৰিপ লৈ এম্পায়াৰ ষ্টেট বিল্ডিঙৰ একেবাৰে ওপৰ মহলালৈকে গৈছে দে'তা। একো অসুবিধা পোৱা নাই। ইউ এন বিল্ডিংলৈকো গৈছে, মায়ে জানে নহয়, এবাৰো ভাগৰ লগাৰ কথা কোৱা নাছিল দে'তাই। হঠাৎ যে কি হৈ গ'ল! এনেকৈ নোহোৱা হৈ যায়নে মানুহ! লাষ্টবাৰৰ বাবে দে'তাক নিউয়ৰ্কৰ ট্ৰেইনৰ দুৱাৰত থিয় হৈ আমালৈ হাত জোকৰা দেখিছিলো... ইমানেই, আৰু একো নাই।

কোঠাৰ এচুকত বিমলী বহি আছিল। লখিমীৰ ক্ৰন্দনসিক্ত কথাত তেওঁৰো চকুযুৰি ভৰি আহিল। লখিমীক সন্ধতে তেওঁ জোকাৰি জোকাৰি কোলাত লৈছিল। যাদৱপ্ৰসাদে দেখি হাঁহি হাঁহি সুধিছিল 'বলে পাৰিছ জানো?' সেইজনী লখিমীয়েই আজি পিতৃৰ বাবে এনেদৰে চকুলো টুকিছে।

সহিব নোৱাৰি কোঠাৰ পৰা এখোজ-দুখোজকৈ বিমলী বাৰাণ্ডালৈ ওলাই আহিল। লখিমীয়ে এতিয়াও কান্দিয়ে আছে। সেই ক্ৰন্দনধ্বনিক নেওচিবলৈকে বিমলী এইবাৰ আগবাৰাণ্ডালৈ বুলি গৈ থাকিল।

কোনোবা এজন বহি আছিল। তেওঁৰ থোকাথুকি মাতৰ কথা টুটু আৰু অজিতে শুনি আছিল। কৈ আছিল সেইজনে—

কোনে ফোন কৰিছিল, ঠিককৈ ক'ব নোৱাৰিম। কিন্তু কথাষাৰহে মনত আছে, পাহৰাৰ কথাও নহয়।

কি কৈছিল বাৰু?

ডিব্ৰুগড়ৰ ডাক্তৰে কিবা এবিধ মেডিচিন বিচাৰিছে, জাৰ্মান মেডিচিন, ইয়াত পাবলৈ নাই, মই যোগাৰ কৰি দিব পাৰিলে ভাল হয়। কৰি দিব নোৱৰাৰতো কথা নাই। লগে লগে ডেইজ মেডিকেললৈ গ'লো, তাত ক'লে বোলে ইণ্ডিয়াৰ ক'তো নাপাব। কি কৰো! ডেইজ মেডিকেলৰ দেৱবাবুৱে সেই মেডিচিন কোম্পানীৰ এড্ৰেছ দিলে। লগে লগে মাণিক আৰু সবিতা ৰয়লৈ ফোন কৰি জাৰ্মানীৰ পৰা সংগ্ৰহ কৰিবলৈ দিলো। পাই গ'লহি মেডিচিন।

পাই গ'লহি? লাইফ ছেভিং মেডিচিন নাছিল জানো সেইটো? তেন্তে?

মানুহজনে হুমুনিয়াহ এটা এৰি ক'বলৈ ধৰিলে—

দমদম এয়াৰপ'ৰ্টৰ পৰা মেডিচিন অহাৰ খবৰ দিলে মোক, আনিলোঁগৈও মই, ফ্ৰিজত থৈছো, কোনোবাই ডিব্ৰুগড়ৰ পৰা ফোন কৰাত খবৰটো দিলো মই। তেতিয়া ক'লে বোলে মেডিচিনৰ আৰু প্ৰয়োজন নাই...।

বিমলীয়ে ভালদৰে চালে। সেইজন ভবানী প্ৰসাদ খাওন্দ। অসমীয়া টী ব্ৰ'কাৰ। শিলিগুৰি আৰু কলিকতাত ব্ৰ'কাৰ্ছ ফাৰ্ম আছে। যাদৱপ্ৰসাদৰ ঘৰৰ মানুহৰ দৰে...

যথাসময়ত যাদৱপ্ৰসাদৰ শ্ৰাদ্ধ হৈ গ'ল। ৰাইজে মিলি ভাওনাও পাতিলে। গোটখোৱা মানুহবোৰৰো এজন-দুজনকৈ দিহাদিহি যাবলৈ ওলাল। জীৱনবোৰক কাৰো মৃত্যুৱে ধৰি স্তব্ধ কৰাব নোৱাৰে, প্ৰত্যেকৰে একোটাকৈ সুকীয়া কক্ষপথ আছে, এটা নক্ষত্ৰৰ মৃত্যুত বাকীবোৰ গ্ৰহই যদি বন্ধ কৰে সিহঁতৰ পৰিক্ৰমা, কি হ'ব এই বিশাল সৌৰজগতৰ?

সকলো বুজে দেৱবালাই। যাবলৈ ওলোৱাসকলক সুন্দৰকৈ বিদায় জনাইছে। জনাব পাৰিছে। উপাই নাই যে, এনে নহয়। কিন্তু জীৱন প্ৰবহমান, এই সত্য তেওঁ উপলব্ধি কৰে, নদী বা প্ৰদীপৰ মৃত্যুততো শুকাই যোৱা নাই তেওঁৰ বুকুৰ অমৃতধাৰা।

চকু শুকান, মুখত সেই চিৰন্তন হাঁহি।

হয়, এয়া আজিৰ দেৱবালা। যাৰ কাষত নাই যাদৱপ্ৰসাদ। যি যাদৱপ্ৰসাদে বিয়াৰ পাছতে চৰণৰ পৰা উঠাই বুকুত তুলি লৈছিল তেওঁক। নাৰী হিচাপে নহয়, মানুহ হিচাপে চাইছিল শেষ সময়লৈকে।

পুৱাতেই গা ধুই পৰিচ্ছন্ন কাপোৰ পিন্ধি দেৱবালা আইনাৰ সমুখত থিয় হ'ল। সৌ সিদিনালৈকে এইখন ড্ৰেছিং টেবুলৰে এইডোখৰতে জ্বলি ৰৈছিল আল্লাউদ্দিনৰ চাকি।

আজিকালি মুখত জনছন বেবী লোচন নহয়, পণ্ডচ্ ক্ৰীম সানে তেওঁ। বয়সে ছালত কিছুমান আঁক টানিছে, সেইবোৰক গুৰুত্ব দিয়া উচিত, তেওঁ এনেদৰেই ভাবে। চুলি ফণিয়াবলৈ লৈ হঠাতে দেৱবালা থমকি ৰৈ গ'ল। বুকুৰ ওপৰেদি যেন চাংকৈ আঁকিয়াই গ'ল ব্লেড এখনে।

অকস্মাৎ।

পাছমুহূৰ্ততে দেৱবালাৰ দুচকু জাপ খাই পৰিল।

হে ঈশ্বৰ পাহৰাই পেলোৱা মোক সেন্দুৰৰ ৰং, আঁতৰাই দিয়া সেন্দুৰৰ প্ৰতি আকৰ্ষণ, কোঁচাই দিয়া সেন্দুৰলৈ মেলিব খোজা মোৰ সম্প্ৰসৰিত মন। আজি মোৰ মানুহজন কাষত নাই, কেতিয়াও কাষত নাপাওঁ তেওঁক, তেওঁ নোহোৱাকৈয়ে বাকী মানুহবোৰৰ মাজতে, সদায় কৰি অহা কামৰ মাজতে বৰ্তি থাকিবলৈ শক্তি দিয়া মোক।

দেৱবালাৰ প্ৰাণে হাহাকাৰ কৰি উঠিল।

যাদৱপ্ৰসাদ নাই... যাদৱপ্ৰসাদ নাই... গছ তৰা ফুল চৰাই ল'ৰা-ছোৱালী, ঘৰ-বাগিচা এনেকি তেৰোঁ আছে, অথচ যাদৱপ্ৰসাদ নাই। নাই বোলোতেই নাই । এই জনমত আৰু কাহানিও পোৱা নাযাব তেওঁৰ সান্নিধ্য... শুনা নাযাব তেওঁৰ মাত।

তেন্তে?

কোনে মাতে দেৱবালাক মাজনিশা বৰমাই বুলি?

খপ্জপ্কৈ উঠি বহে দেৱবালা। গ্ৰীষ্ম ঋতুৰ বতাহো উষ্ণ হৈ উঠিছে। তিয়াব খুজিছে শৰীৰ, তেওঁৰেই শৰীৰৰ পৰা বাহিৰ হোৱা ঘামে।

পালেঙৰ পৰা নামি দুৱাৰ খুলি বাৰাণ্ডালৈ ওলাই আহে দেৱবালা। শুক্লপক্ষৰ জোনাক। সৌৱা, সৌডোখৰতে সিদিনা শুইছিলহি যাদৱপ্ৰসাদ ফুলেৰে শৰীৰ ঢাকি। আজি সেই ঠাই উদং।

দেৱবালা বাৰাণ্ডাৰ বেঞ্চ এখনতে বহিল।

দৃষ্টি স্থিৰ হৈ ৰ'ল সেই পুণ্য ভূমিখণ্ডত।

ক'ৰবাত নিশাচৰ পক্ষীয়ে ধপ্‌ধপাই ডেউকা কোবাইছিল, কেনিবাদি ভাহি আহিছিল বিলৰ সিপাৰে দিয়া শিয়ালৰ হোৱা।

ভৰিদুখন তুলি আঁঠুত মূৰ থ'লে দেৱবালাই—

এবাৰ, মাত্ৰ এবাৰ ইয়ালৈকে আহিব নোৱাৰেনে আপুনি। এয়া, এনেকৈ বহি আছোহি মই... বিচাৰিছো আপোনাক। মোৰ আত্মাই বিচাৰিছে আপোনাক...।

নিচেই কশমানিজনীৰ দৰে ফেঁকুৰিবলৈ ধৰিলে দেৱবালাই... এনেকৈ অকস্মশৰীয়াকৈ এৰি দিব পাৰেনে মানুহে নিজে পছন্দ কৰি বিচাৰি অনা মনৰ মানুহজনীকো?

০ ০ ০ ০ ০ ০ ০

দেৱবালা বাগিচালৈ উভতিল। মানুহবোৰে নতুন দৃষ্টিৰে চাবলৈ ধৰিলে তেওঁক। কিন্তু দেৱবালা একেই আছে। একেই আছে সেই হাঁহি, কথা-বতৰা, কৰ্মোদ্যম, চেহেৰা সকলো একেই আছে। আনকি সাজ-পোছাকো। এতিয়াও আগৰ দৰেই ৰঙীন সাজ পিন্ধি আছে দেৱবালাই। নিজে ফুল তুলি লোৱা মুগাৰ মেখেলা, চিফন-জৰ্জেটৰ ৰঙীন চাদৰ, ৰেশমী ব্লাউজ— সকলোবোৰ একেই আছে। নাই কেৱল কপালত ফোঁট আৰু কাষত যাদৱপ্ৰসাদ।

ৰণুৰ গৃহনিৰ্মাণ কাৰ্য চলি আছে। দীপুহঁতে আটায়ে মিলি নক্সা তৈয়াৰ কৰিছে...।

দেৱবালাই পিয়ান' মুকলি কৰি বহিল। হুৰ্‌হুৰ্‌কৈ বৰষুণ নামি আহিছিল... বতাহো ববলৈ ধৰিলে...।

হঠাৎ বঙলাৰ গেটত জোৰেৰে চিঞৰি উঠিল কোনোবাই—

চিনেমা হল ভাগি গৈছে... প্ৰদীপ টকীজ ভাগি গৈছে।

# আঠত্ৰিশ

ধুমুহা বতাহত হেলনীয়া হৈ পৰিল প্ৰদীপ টকীজ। ভাগো-খহো অৱস্থা। কাঠৰ চিনেমা হল...।

ধুমুহা অহাৰ বতৰ দুদিনমানৰ পাছত শাম কাটিল। কিন্তু তাৰ অৱশেষ ৰৈ গ'ল দেৱবালাৰ ভিতৰত। নাই নাই, এনেকৈ জাহ যাবলৈ দিব নোৱাৰি প্ৰদীপ টকীজ। অলপতে হেৰাইছে জীৱন-পুৰুষ, পাছত হেৰুৱাব নোৱাৰি পুত্ৰৰ স্মৃতিও।

দেৱবালাই চিনেমা হলটো পকী কৰিবলৈ, পুনৰ্নিৰ্মাণ কৰোৱাৰ কাম হাতত ল'লে। ইফালে আজিজবাগৰ ওচৰৰ তিনিবিঘা মাটিত ফল-মূলৰ বাগিচা এখনৰ কামো হাতত লৈছে। এইখনৰ নাম তেওঁ প্ৰদীপ বাগিচা ৰাখিছে। আঙুৰ বেছিকৈ ৰুইছে, কমলাও। শাক-পাচলিও থাকিব লগতে। আচলতে এবাৰ হায়দৰাবাদলৈ যাওঁতে আঙুৰৰ খেতি কৰাৰ পৰিকল্পনা মনলৈ আহিছিল তেওঁৰ।

ৰণুৰ ঘৰ সজা কাম ভালেখিনি আগুৱাইছিল। বাগিচাৰ পৰা চাবলৈ আহি দেৱবালাৰ মনটো ভাল লাগিল। হাজাৰ দুখ-কষ্টৰ মাজতো, হঠাতে যদি দেখা পায় এখনি হাঁহিভৰা মুখ, কোলালৈ হাত মেলি আহে যদি নিচেই কণমানি শিশু এটি, কেনি পলায় মানুহৰ সকলো যাতনা?

দেৱবালাৰো তেনে অনুভৱ হ'ল। ৰণু তেওঁৰ সৰু ল'ৰা। স্বাভাৱিকতে পুত্ৰ তেওঁৰ প্ৰিয়, তাতে সি সবাতোকৈ সৰু। সি সাজিছে এই ঘৰ। দেউতাকৰ থকা নহ'ল, কিন্তু তেওঁতো থাকিবহি পাৰে।

একপ্ৰকাৰ সিদ্ধান্তই লৈ পেলালে দেৱবালাই।

হয়, শিৱসাগৰৰ নতুন ঘৰত থাকিব তেওঁ। ইয়াৰ পৰাই চাব বাগিচা দুখন।

এতিয়া ১৯৬৬ চন। ৰণুৰ শুভবিবাহ সম্পন্ন হৈ গৈছে। বোৱাৰী উপা গোলাঘাটৰ খগেন্দ্ৰ নাথ বৰুৱাৰ কন্যা।

এইখন বিয়াৰ পাছত দেৱবালাৰ ভিতৰত এক অদ্ভুতধৰণৰ সুখে নতুন ঘৰ পাতি বহিল। এনে লাগিল যেন তেওঁৰ দুবাহুত দুখন ডেউকা গজিবলৈ ধৰিছে, ক্ৰমশঃ...। যেতিয়াই আহ্বান আহিব নিয়তিৰ, মুহূৰ্ততে সেই ডেউকা কোবাই উৰি যাব পাৰিব তেওঁ যাদৱপ্ৰসাদৰ কাষলৈ...।

স্বামীৰ নামত ইতিমধ্যে দেৱবালাই এটা ন্যাস গঠন কৰিছে। এইবাৰ সেই ন্যাসৰ ফালৰ পৰা এখনি স্কুল খোলাৰ চিন্তাই অহৰহ আন্দোলিত কৰি ৰাখিলে দেৱবালাক। ইফালে আগৰটো বৰ্ষত পাকিস্তানে ভাৰত আক্ৰমণ কৰিছিল। ইয়াৰ প্ৰভাব ব্যৱসায়ত ভালকৈয়ে পৰিল। বিমলী আহিছিল, বৰ উদ্বেগত আছিল তেওঁ। দেৱবালাই স্নেহেৰে সুধিছিল—

কি হৈছে বিমলী?

কিনো কওঁ! কংগ্ৰেছৰে বহুতকে নিৰাপত্তা আইনৰ অধীনত বন্দী কৰিবলগা অৱস্থা...।

যুদ্ধ-প্ৰাকৃতিক দুৰ্যোগ ইত্যাদিত মানুহে নকৰিবলগীয়া কামতো হাত দিবলগা হয়।

বিমলীয়ে মূৰ দুপিয়াইছিল মাথোন। আকৌ সুধিছিল দেৱবালাই—

তুমি এবাৰ কিবা এখন নাটিকা লিখি গানো গাইছিলা নহয়! শ্ৰী কে কামৰাজ যদি কংগ্ৰেছৰ সভাপতি হয়, কি গান গাবা?

গান এটা আছেই নবৌ!    ৰাম ৰাজ মে দধিদুগ্ধ
কৃষ্ণ ৰাজ মে ঘী
কামৰাজ মে উব্‌লা পানী
ফু-ফু কৰ পী

হাঁহি দিছিল দেৱবালাই। খিল্‌খিল্-খিল্‌খিল্ হাঁহি। বিমলীয়েও হাঁহিছিল। সেই বিমলীৰে এতিয়া নৰিয়া নুগুচা হৈছে। ডাক্তৰেতো কৈ দিছে 'নিৰ্ণয় কৰিব নোৱৰা জ্বৰ'। দেৱবালাৰ মন কেনেবা কৰে। যাদৱপ্ৰসাদ যোৱাৰ পাছৰে পৰা এনে লগা হৈছে যেন যিকোনো মানুহেই চলি থকা অসুখ এটাৰ আঁত ধৰি মুহূৰ্ততে গুচি যাবগৈ মৃত্যুলোকলৈ...।

সহ্য কৰা নাযায়, বিমলী তেওঁৰ পুত্ৰৰ দৰে।

দেৱবালা কলিকতালৈ ওলাল, যাওঁতে ছিলঙতো সোমাই গ'ল। কলিকতাত দীপুৰ ব্যৱসায়ত সামান্য পৰিৱৰ্তন আহি পৰিছে। ঠিক পৰিৱৰ্তনো বুলিব নোৱাৰি, পাকিস্তান যুদ্ধৰ ফলস্বৰূপে ফেন্সিং ৰপ্তানিত বাধা আহি পৰিল। কিন্তু মধ্যপ্ৰাচ্যত এতিয়াও ফেন্সিঙৰ চাহিদা আছে। সেয়ে এতিয়া দীপুৱে বোম্বেৰ জুহুৰ ওচৰত নতুনকৈ ফেক্টৰী এটা পাতিছে। তাৰপৰা জাহাজেৰে মাছ্‌কাট আৰু ওমানলৈ সামগ্ৰী পঠিয়াব পৰা যায়।

দেৱবালাই সন্তোষেৰে হাঁহে।

দীপু তেওঁৰ মৰমৰ পুত্ৰ। দুটি সন্তানৰ পিতৃ দীপুৱে সমস্ত চম্ভালিছে, সুখী তেওঁ। পুত্ৰ-কন্যা সকলোৰে ঘৰ-সংসাৰ ভৰিছে আজি... কেৱল আইজনীক বাদ দি।

গাৰুত মূৰ থৈ দেৱবালাই উচ্চাৰিলে— কৃষ্ণ!

সেইনিশাৰ সপোনত তেওঁ যাদৱপ্ৰসাদৰ সৈতে কৰঙাণীৰ মাজে মাজে খোজকাঢ়ি ফুৰিলে। কথা পাতিলে। আইজনীৰ প্ৰসংগও ওলাল। হাত দুখন পাছলৈ কৰি যাদৱপ্ৰসাদে গম্ভীৰ কণ্ঠে ক'লে—

সকলোৱে ৰাবে ঈশ্বৰে কিবা নহয় কিবা এটা ব্যৱস্থা কৰি ৰাখে। সন্তান দিয়া নাই আইজনীক, কিন্তু অন্যধৰণে ভৰাব। ঈশ্বৰে কাকো খালী কৰি নেৰাখে ৰৰমাই।

ৰাতি পুৱাইছিল। তথাপি বেলি ভালকৈ ওলোৱা নাছিল। দেৱবালা মুকলিলৈ ওলাল। গল্‌ফ ক্লাব ৰ'ডৰ অধিকাংশ মানুহেই এতিয়া গভীৰ নিদ্ৰাত। আঁচলেৰে দেৱবালাই চকু দুটা মোহাৰি ল'লে। পি এন ৰায়ৰ ঘৰৰ গেটৰ কেঁকুৰিৰে ঘূৰি প্ৰধান ৰাস্তাৰ ফালে গৈ থাকিল তেওঁ। চণ্ডীতলা লেনৰ ফালৰ পৰা গাখীৰৰ গাড়ী চলিছে। গাড়ীৰ ডাঙৰ ডাঙৰ গাখীৰৰ জগবোৰৰ ঘটং ঘটং শব্দ এতিয়া ইয়ালৈকে শুনা গৈছে। ৰাধা ষ্টুডিঅ'ৰ নাইট চকীদাৰটো সৌৱা আগৰ দৰেই গুজুং গুজুং খোজেৰে এইফালেই আহিবলৈ ধৰিছে। বুঢ়া হৈ গৈছে মানুহটো।

সকলোবোৰ আছে, নাই কেৱল যাদৱপ্ৰসাদ।

আঁচলখন খেপিয়ালে দেৱবালাই আৰু সেইখিনিৰ পৰাই উভতিল।

গোটেই দিনটো তেওঁ কিবা এক স্বপ্নময় ভাবেৰেই আচ্ছন্ন হৈ ৰ'ল। যেনিয়ে চায়, সকলো একেদৰেই থকা দেখে, নাই কেৱল যাদৱপ্ৰসাদ।

নিশা শয্যাত ঈশ্বৰৰ নাম লোৱাৰ সময়তে হাহাকাৰ লাগি গ'ল দেৱবালাৰ। হঠাৎ।

আজি নিশাও দেখিবনে তেওঁ সপোন?

সপোনতে আহিবনে যাদৱপ্ৰসাদ আজিও? কিন্তু চিন্তাৰ বিষয় এইটোৱেই যে, মানুহে সদায় সপোন নেদেখে।

হাহাকাৰ লাগি গ'ল তেওঁৰ। হয়, আজিও যাদৱপ্ৰসাদৰ সান্নিধ্য পোৱাৰ, তেওঁৰ স'তে কথা পতাৰ, তেওঁৰ মাত শুনাৰ কোনো নিশ্চয়তা নাই।

ক'ত আছে যাদৱপ্ৰসাদ?

শৰীৰ নোহোৱা হ'লেওতো ক'ৰবাত নহয় ক'ৰবাত তেওঁ অৱশ্যেই থকাৰ কথা। ক'ত আছে মানুহজন, ক'ত ভ্ৰমি ফুৰিছে?

কৰঙাণীত?

টালি-টোপোলা বান্ধি দেৱবালা প্লেনত উঠিল। কৰঙাণী পালেহি। ৰণুৱে বিচাৰে শিৱসাগৰৰ ঘৰত মাকে আৰাম কৰক, বাগিচা চম্ভালিবলৈ ডেকাপুত্ৰ আছে এতিয়া।

দুদিনমান কৰঙাণীত থাকি দেৱবালা শিৱসাগৰৰ নতুন ঘৰখন পালেহি।

ওহো, যাদৱপ্ৰসাদ কৰঙাণীতো নাই। পুৱা-গধূলি সপোনত দেখা বাটেৰে ঘূৰি ফুৰাৰ পাছত নিশাৰ শয্যাত কেৱল চকুলো টুকিলে দেৱবালাই। সেই চকুলোৰ উমান পাই সপোনতো নাহে যাদৱপ্ৰসাদ।

দেৱবালাই ভাবি ৰয়। মৃত্যুৰ পাছত একোৱেই নাথাকে। কেৱল স্মৃতিৰ মাজতহে জীয়াই ৰখা যায়। প্ৰদীপ জীয়াই আছে, প্ৰদীপ টকীজ পকী হৈ গৈছে।

আঃ যাদৱপ্ৰসাদৰ নামতো কিবা এটা কৰা নাযায় কিয়?

ন্যাসৰ ফালৰ পৰা ভাবি থকা স্কুলখনকে আৰম্ভ কৰা যাওক।

আঁচলেৰে চকু এটা মোহাৰি মোহাৰি দেৱবালাই ভাবি ৰ'ল। ৰণু সোমাই আহিছিল। মাকে চকু মোহৰা দেখি বৈ গ'ল।

সহজ হাঁহিৰে দেৱবালাই ক'লে—

খচ্‌খচাই আছে চকুটো।

ৰণু ভিতৰলৈ গুচি গ'ল, কিন্তু দেৱবালাৰ চকুৰ খচ্‌খচনি চলিয়ে থাকিল।

ৰণু আৰু উপাৰ সন্তান এটা উপজিল। পুত্ৰ সন্তান। দেৱবালা আনন্দত অধীৰ হৈ উঠিল। ১৯৬৪ চনত যাদৱপ্ৰসাদ ঢুকাইছে আৰু ১৯৬৭ চনত এয়া নাতিল'ৰা উপজিছে। তেখেতেই নহয়তো এয়া, যাদৱপ্ৰসাদ? বৰকৈ বিচাৰিছিল দেৱবালাই মৃত পতিক, এয়া পুনৰ্জন্মই নহয়তো?

ভাবনাৰ শৃংখলা নোহোৱা হৈ গৈছে যেন।

নাতিল'ৰাক এৰি এখোজো লৰিব নোৱৰা হ'ল দেৱবালা। নাম থ'লে ধ্ৰুৱজিৎ। এঘাৰটা নাতি-নাতিনীৰ পাছৰ নাতি এয়া।

দেৱবালাই গুণগুণাবলৈ ল'লে। ঘৰৰ কাষতে খুলিলে যাদৱপ্ৰসাদ মেম'ৰিয়েল মণ্টেছৰী স্কুল।

পুৱাতেই দেৱবালা জোতা পিন্ধি ওলায়। প্ৰাতঃভ্ৰমণ কৰাত সুবিধা হয়। মেলাচকৰৰ পুৰণি ঘৰখনত সোমায়গৈ। টুটুৰ পত্নী জয়শ্ৰী জ্যোতিপ্ৰসাদ আগৰৱালাৰ কন্যা। তাই বৰ আতৌ-পিতৌখন কৰে। ধনৰ পত্নী হেমলতা। আটায়ে আইদেউ বুলিয়ে মাতে। দুয়োজনীয়ে ঘৰ চম্ভালি আছে। ধনৰ কইনা তেৱেঁই আদৰিছিল, গৰ্ভৱতী হওঁতে আলফুলে ৰখাৰ চেষ্টা কৰিছিল। কাপোৰ-কানি ইস্ত্ৰি কৰি পিন্ধোৱাই লগত ফুৰাবলৈ লৈ গৈছিল।

আজিও মন গ'ল দেৱবালাৰ। ক'লে—

তোমালোক ওলাই থাকিবা তিনি বজাত। মিটিং আছে।

কিহৰ মিটিং বৰখুৰীদেউ?

সেউজীয়া সমাজৰ।

সেউজীয়া সমাজৰ গুৰি ধৰোতা পৰাগ চলিহাৰ ডিব্ৰুগড় বিশ্ববিদ্যালয়লৈ বদলি হৈছে। সেইকাৰণে চলিহাদেৱে প্ৰেছিডেণ্টৰ ভাৰ দেৱবালাৰ হাতত অৰ্পণ কৰিব বিচাৰিছে। অন্ততঃ তেওঁ উভতি নহালৈকে দেৱবালাই এই অনুষ্ঠানটো সুচাৰুৰূপে পৰিচালনা কৰিব বুলি বিশ্বাস আৰু আস্থা ৰাখে তেওঁ। এই অনুষ্ঠানক একাষাৰতে সংগীত বিদ্যালয়ো বুলিব পাৰি। ইয়াত ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ উপৰিও বৰগীত-লোকগীত-সত্ৰীয়া নৃত্যৰো প্ৰশিক্ষণ দিয়া হয়। তদুপৰি যন্ত্ৰসংগীতৰ শিক্ষাতো আছেই।

দুয়োজনী ভতিজা বোৱাৰীৰে তং হেৰাল। বৰখুৰীদেৱে যিটো সময় বান্ধি দিয়ে, সেই সময়ত সাজি-কাচি বাহিৰত ৰৈ নাথাকিলে খেলাই শেষ। গাড়ী আহি পদূলিত ৰ'ব, এবাৰ দুবাৰ হৰ্ণ বাজিব, তেতিয়াও যদি ওলাই নাযায়, এৰি থৈ গুচি যাব।

দেববালা ঘড়িৰ কাঁটাত ভৰি থৈ আগুৱাবলৈ চেষ্টা কৰা মানুহ। সময়ৰ কাম সময়ত কৰিবলৈ বিচাৰে। ভাল পায় তেওঁ। অন্যকো পৰামৰ্শ দিয়ে।

যাদৱপ্ৰসাদে গীতা মেলি বহিছিল, কিন্তু তাৰ ভিতৰলৈ দেববালাহে সোমাই পৰিছিল। কৰ্মযোগৰ ভিতৰত কি থাকে? জীৱনটো কেৱল সৰু-ডাঙৰ অনেক কৰ্মৰ সমষ্টি। কৰ্ম কৰি যোৱা, ফলাফল আশা নকৰিবা। কৰ্মৰ পৰা উদ্ভূত আনন্দৰ সোৱাদ ল'বলৈ শিকা... অহ্ এই কথা দেববালাৰ নিজৰ। কৰ্মৰ পৰা যি সফলতা পোৱা যায়, সি মানুহৰ উদ্যম বৃদ্ধি কৰে, উজ্জীৱিত কৰি তোলে শৰীৰ-মনৰ সমস্ত কোষ। কেতিয়াবা বিফলতাও আহে। ইয়াকো ল'ব লাগে প্ৰত্যাহ্বান হিচাপে। কিয় বিফল হ'ল এই কাৰ্য? ক'ত আছে তাৰ খুঁত, বিচাৰি উলিওৱা, সমাধা কৰিবলৈ চোৱা...।

দেববালাই ভাবি ভাবি প্ৰাতঃভ্ৰমণ কৰে। ফুনু বৰুৱাৰ ঘৰৰ ওচৰ পায়গৈ। তপোবনৰ দৰে গৃহ। সুন্দৰ, নিকা পৰিবেশ। ক্ষীৰদা বৰুৱা ওলাই ৰৈ থাকে। এনে সময়তে কথা পাতে দুয়ো। ফুল তোলে দেববালাই, তাৰপাছত গুচি আহে। আজিও তেওঁলোকে কথা পাতিছে। বাগিচাৰ কথা। ক্ষীৰদাই ক'বলৈ ধৰিলে—

এখেতে পহুটো মাৰি একেবাৰে বঙলালৈকে লৈ আহিছিল, দেখি মোৰ জ্বৰ উঠি গ'ল। ইমান ডাঙৰ পহু, মূৰেৰে খুন্দিওৱা হ'লে কি হ'লহেঁতেন, ভাবকচোন।

ক্ষীৰদাৰ শিশুমতীয়া সৰল কথা শুনি দেববালাৰ হাঁহি উঠি গ'ল। মনত পেলোৱাই দিলে তেওঁ—

ফুনুৱে এবাৰ বাঘ এটাকো ধৰিছিল নহয়। আমি ছিলঙত আছিলো তেতিয়া...।

ইস্ ৰাম, নক'ব আৰু। গড়াল পাতি ধৰিছিল বাঘটো। কাঠৰ কুণ্ডাৰে বেৰি থৈছিল।

গুলীওৱা হৈছিলতো!

হয়। কুণ্ডা মহটিয়াই গড়ালৰ পৰা ওলাই আহিব খোজাতহে গুলীয়াইছিল। পাছত লেবাৰে কাটিকুটি ভগাই খালে...।

দেববালাৰ ফুলতোলা হৈ গৈছিল। একাঁজলি ফুল লৈ তেওঁ ঘৰমুৱা হ'ল। ক্ষীৰদাই সদায় তেওঁক পাছফালৰ পৰা মন কৰে। ক'ত যে দেখে তেওঁ দেববালাৰ খোজটো? ভৰি দুখন ভিতৰলৈ সুমুৱাই এক বিশেষ ভংগিমাৰে খোজকাঢ়ে দেববালাই। আজি হঠাতে মনত পৰি গ'ল ক্ষীৰদাৰ, হয়, এনে সাইলাখ একে খোজ দেখিছে তেওঁ শিৱপ্ৰসাদ বৰুৱাৰ ডাঙৰ বোৱাৰী সেউত বৰুৱাৰ মাজত। ...তেওঁ চায়ে ৰ'ল গৈ থকা দেববালালৈ। এনে কিয় লাগিছে, দেববালাৰ হাতৰ পৰা যেন এপাহ এপাহকৈ খৰিকাজাই

ফুল সৰি পৰি গৈছে, আঁচল টানি চকু-মুখ মোহাৰি গৈ আছে তেওঁ। ক্ষীৰদাৰ বুকুখন কেনেবা কৰিলে।

আজি আকৌ আহিল দেৱবালা প্ৰাতঃভ্ৰমণৰ খোজেৰে। ক্ষীৰদাই কালিৰ কথা সুধিলে। দেৱবালাই হাঁহি হাঁহি ক'লে—

অ' চকু মোহাৰিছিলো। কি হৈছে জানো, অস্বস্তি পাবলৈ লৈছো দুদিনমানৰ পৰা...।

ডাক্তৰক দেখুৱাই লওক।

ওঁ।

দিনকদিনে দেৱবালাৰ অস্বস্তি বাঢ়ি গ'ল। সিদিনাতো প্ৰদীপ বাগিচালৈ যাওঁতে চকুৰ পৰা ৰুমাল আঁতৰাবই নোৱাৰিলে। বাগিচাত আঙুৰ ভালেখিনি লাগিছে কিন্তু প্ৰচণ্ড টেঙা। মুখত দিয়া নাযায়। ...কি হ'ব ভাবি-চিন্তি থাকোঁতেই চকুৰ অস্বস্তি। এনে অস্বস্তি যে অন্য সকলো চিন্তা বাদ দি বঙলা পালেহি তেওঁ। কৰঙাণীৰ হাটত ফল আৰু শাক-পাচলিৰ দোকান দিয়া বোম্বেবালা আহি বহি আছিল। হাত এখনৰ বিষ, ভাল ডাক্তৰক দেখুৱাবলৈ ডিব্ৰুগড়লৈ যাব, পাৰে যদি দেৱবালাই সহায় কৰিব লাগে।

গহীনাই মাতিলে দেৱবালাই—

বোম্বেবালা!

কওক আইতা।

তোমাৰ হাততহে বিষ?

হয়।

আজিকালি গান বাদ দিলা নেকি?

বোম্বেবালাই কোলাত লৈ থকা টোপোলাটো দেৱবালালৈ আগবঢ়াই দিলে। তাৰ দোকানৰ চাৰিটা আপেল আছে তাত। তাৰপাছত সি গলহেকাৰি দুটামান মাৰি লৈ গান গাবলৈ ধৰিলে... সাইগলৰ গান। গান গাবলৈ ধৰিলে মানুহটোৱে ক'ত থাকে পাহৰি যায়, এটাৰ পাছত এটাকৈ গাই যায় গান, ...চকু মুদি...।

দেৱবালাই চকুৰ কথা পাহৰি আহিছিল। এইখিনিতে যাদৱপ্ৰসাদ বহিছিল সদায়... চিগাৰেট এটা জ্বলাই কিবা ভাবনাত ডুবি ৰৈছিল...।

বোম্বেবালাই ৰামধুন আৰম্ভ কৰিছিল... দেৱবালাৰ চকুযুৰিও আপোনাআপুনি জাপ খাই আহিল।

শিৱসাগৰৰ ঘৰৰ চৌহদতে যাদৱপ্ৰসাদ মেম'ৰিয়েল মণ্টেছৰী স্কুল। ইন্দিৰা বৰুৱা প্ৰধান শিক্ষয়িত্ৰী। পৰাগ চলিহাৰ ভগ্নী আইজনীয়েও শিক্ষকতা কৰে। ল'ৰা-ছোৱালী গোট খাইছে। প্ৰায় পঁচিশ-ত্ৰিশমানেই হ'ব।

সেউজীয়া সমাজৰ কামো চলি আছে। অলপতে এই অঞ্চলৰ মহিলাবৃন্দ একত্ৰিত হৈ নাটক এখনো কৰিলে। ৰবীন্দ্ৰনাথৰ 'চণ্ডালিকা'। প্ৰদৰ্শনীও পাতিলে। হাতৰ কাম, ৰন্ধন সকলো। দ'লমুখলৈ যাওঁতে পোৱা মুক্তিনাথৰ দোকানৰ ওচৰত ৰভা টানি প্ৰদৰ্শনী পাতিছিল। দেৱবালাই আগভাগ লৈছিল। ঘৰৰ পৰা নিমকী-খুৰ্মাকে ধৰি অনেক কিবাকিবি বনাই নিছিল। বিক্ৰীও ভাল হৈছিল। পাছত, জমা হোৱা পইচা জনকল্যাণমূলক কামত লগাবলৈ থ'লে।

ইফালে দিখৌপাৰৰ এৰি থৈ অহা পুৰণি ভেটিত বিমলীয়ে নতুনকৈ এটা ঘৰ সাজি নাম দিছিল শিপিনী ভঁৰাল। সৰু ল'ৰা-ছোৱালীৰ পৰা বুঢ়া-বুঢ়ীলৈকে সকলোৱে তাতে কপাহ ধুনি যঁতৰত সূতা কাটিব লাগে, কাপোৰ বৱও লাগে। আগভাগ লৈছিল বাইদেউ কমলালয়াই। এতিয়ালৈ সেইটো পৰি আহিছে। তাত নকৈ পুতলীয়ে শিশু কল্যাণ কেন্দ্ৰ এটা চলোৱাৰ আয়োজন কৰিছে। প্ৰাতঃভ্ৰমণ কৰা দেৱবালা আজি সেইখিনিলৈকে গৈ ঘূৰি আহিল। এইটো ভেটিলৈকে প্ৰথম ওৰণি টানি আহিছিল তেওঁ। সেইজোপা তেঁতেলী, তাৰ তলত বৈ তেওঁ দিখৌৰেদি উজাই যোৱা চাহাবৰ জাহাজ চাইছিল।

কাইলৈ দেৱবালা গুৱাহাটীলৈ যাব। চকু দেখুৱাবলৈ। মনটো যেন সামান্য অস্থিৰ হৈ পৰিছে।

# উনচল্লিশ

গুৱাহাটীত দেৱবালাৰ চকু পৰীক্ষা কৰোৱা হৈ গ'ল। শুকাই যাবলৈ ধৰিছে চকুৰ ওপৰৰ পানীভাগ। চকুৰ চাপ বাঢ়িছে। ডাক্তৰে কেইবাবিধো আইড্ৰপ লিখি দিলে। নিয়মিত ল'ব লাগিব।

দেৱবালাৰ চিন্তা লাগিল। চকুৰেই যদি নষ্ট হোৱাৰ বাট ধৰে, তেন্তে এই সুন্দৰ পৃথিৱীখন নেদেখাকৈ থাকিব পাৰেনে কোনোবাই?

দেৱবালাৰ উদ্বেগ আহিল, দুশ্চিন্তা আহিল। তেওঁ কলিকতা পালেহি। কলিকতাৰ কেইবাঠাইতো দেখুৱালে। হয়, সকলো ডাক্তৰৰ একেই মন্তব্য। একেই চিকিৎসা প্ৰণালী। একেই ঔষধ।

১৯৬৯ চন। দেৱবালা শিৱসাগৰৰ পৰা কলিকতালৈ আহিছে। আহোঁতে গুৱাহাটীৰ ঘৰত সোমাই মাক সাবিত্ৰী দুৱৰাকো লগত লৈ আহিছে। মাকৰ বৰ হেঁপাহ, নাতি-নাতিনীহঁতৰ ঘৰ চাবলৈ। দীপুৱে ফুৰাই লৈ ফুৰিল আইতাকক। অকণুৱেও। আইজনীহঁতো কলিকতাতে আছে। ভাইয়াৰ চাকৰিসূত্ৰে পোৱা গৃহ কেয়াতলাত থাকে তেওঁলোক। তালৈ যাবলৈ ওলাই সাবিত্ৰী দুৱৰাই ক'লে—

আইজনীয়েনো কি নাচে, আজিলৈকে দেখা নাই। বৰমাই, ব্যৱস্থা কৰিব নোৱাৰিনে?

চকুত ড্ৰপ লৈ মূৰ হেলান দি থকা অৱস্থাতেই দেৱবালাৰ ওঁঠত মিচিকিয়া হাঁহি খেলি গ'ল। মায়ে ইচ্ছা কৰিছে, পূৰণ নকৰিবনে তেওঁ? দীপুহঁত চানীপাৰ্কত থাকে আজিকালি। জয়াৰ মামীয়েক বিখ্যাত সমাজসেৱিকা ৰমলা সিন্‌হা। তেওঁৰে বিশাল বাসগৃহ। তলৰ মহলাত তেওঁ, ওপৰমহলাত দীপুহঁত। অকলশৰীয়া মহিলাগৰাকীৰ সাৰথি হৈ থাকে সিহঁত। এই গৃহতে আইজনীৰ নাচ প্ৰদৰ্শনৰ ব্যৱস্থা কৰা হ'ল। আমন্ত্ৰণো কৰা হ'ল মানুহক। আইজনীয়ে এতিয়া কলিকতা আকাশবাণী কেন্দ্ৰৰ 'আকাশী' নামৰ আলোচনীখন সম্পাদনা কৰে।

যথা সময়ত অনুষ্ঠান আৰম্ভ হ'ল। শেষো হ'ল। মানুহবোৰে আনন্দিত মনে ইজনে-সিজনে কথা পাতিছে। দেৱবালাৰ পৰিচয় ঘটিল কুলদা কুমাৰ ভট্টাচাৰ্যৰ স'তে। হাঁহিলে দেৱবালাই। এজনতো 'চিক্‌মিক্ বিজুলী'ৰ সহকাৰী পৰিচালক।

দেৱবালাৰ লাজ লাগিল।

লাজ লাগিল? কিয়?

কাৰণ 'বদন বৰফুকন' কথাছবিৰ পাছত দেৱবালাই 'চিক্‌মিক্ বিজুলী'তো ভুমুকি মাৰিছে। হয়, এয়া ভুমুকি মৰাই। অভিনয় নহয়। ১৯৬১ চনৰ 'শকুন্তলা'তো। তেওঁ ভুমুকি মাৰিছিল। অভিনয় আৰু ভুমুকিৰ মাজত পাৰ্থক্য আছে। এই পাৰ্থক্য দেৱবালাই বৰ ভালকৈয়ে উপলব্ধি কৰে। কোনোবাই সুধিলেও লাজ পায় তেওঁ। একো উত্তৰ দিব নোৱাৰি কেৱল হাঁহে।

আজিও কুলদাৰ সমুখত পৰি কেৱল হাঁহিলে তেওঁ। আইজনীৰ বয়সৰ ল'ৰা, বিদেশত অভিনয়ৰ পাঠ গ্ৰহণ কৰি আহিছে, তেওঁৰ সমুখত কি স'তে থিয় কৰোৱা যায় দেৱবালাৰ চিনেমাৰ অভিনয়ক?

তেওঁ টালিগঞ্জৰ ঘৰলৈ উভতিল। বুঢ়া বেহেৰা আছে। ৰথীয়া সংকটাপ্ৰসাদ আছে। কাষতে আছে মেনেজাৰ গোস্বামী। আৰু আছে ৰাজা-ৰাণী নামৰ কুকুৰহাল।

আইজনীয়ে ইতিমধ্যে শ্ৰীভূমি পাব্লিছিং হাউছৰ পৰা প্ৰকাশিত 'ভাইটি-ভণ্টি' নামৰ আলোচনী এখনো সম্পাদনা কৰিবলৈ লৈছে। বাহিৰত আইজনীক সকলোৱে মীনাক্ষী চলিহা বসু বুলিয়ে জানে। তাই মাকক লগ ধৰিলেহি—

মা, কুলদাই মোৰ নাচৰ কাৰণে অলপ চিন্তা-চৰ্চা কৰিছে। নাচটো ঘৰৰ ভিতৰত সোমাই আছে, প্ৰফেছনেলী উলিওৱাৰ কথা ভাবিছে।

দেৱবালাই খন্তেক কিবা ভাবিলে। তাৰপাছত সুধিলে— ক'ত থাকে তেওঁ?

কলেজ ষ্ট্ৰীটত। ধ্ৰুৱ পালৰ সৈতে একেটা মেচতে থাকে।

ভাৰা?

ওঁ।

দেৱবালা মনে মনে ৰ'ল। ইতিমধ্যে তেওঁৰ চকু পৰীক্ষা কৰোৱা হৈ গৈছিল। মাকক লৈ গুৱাহাটীলৈ উভতিবলৈ লৈ আইজনীক ক'লে—

কুলদা আৰু ধ্ৰুৱক আমাৰ এই ঘৰটোতে থাকিবলৈ কোৱা। খালী হৈ পৰি আছে, নিজৰ ঘৰৰ দৰে থাকক। তোমাৰ নাচৰ চিন্তাও মনত ৰাখিছো মই...।

তাৰপাছত তেওঁ গুৱাহাটী পালেহি।

বিমলীৰ গা বেয়া। ৰোগ সেই একেটাই। নেৰানেপেৰা জ্বৰ। তথাপি দেৱবালা ছিলঙলৈ নগ'ল। তেওঁ পোনেই শিৱসাগৰৰ ঘৰ ওলালগৈ। আজি অনেকদিন ধৰি বাহিৰত আছে, ৰণুৰ ল'ৰাই চাগে' বিচাৰি কন্দাকটা কৰিছে।

নাতিৰ হেঁপাহতে মানুহগৰাকী জ্বলি ৰোৱা মমৰ দৰে গলি যায়।

কিন্তু শিৱসাগৰত অন্য ঘটনাইহে চোপ লৈ আছিল। যাদৱপ্ৰসাদ মেম'ৰিয়েল স্কুলৰ শিক্ষয়িত্ৰী ইন্দিৰাই মৃত্যুক মাতি আনিলে। আপোনঘাতী হ'ল শিশুক শিক্ষাদান কৰা শিক্ষয়িত্ৰীগৰাকী।

ক'ৰবাত যেন এটা ভূকম্পন।

ক'ৰবাত যেন সৌধ এটা খহিব খোজাৰ আগজাননী। হয়, মণ্টেছৰী স্কুল বন্ধ হৈ গ'ল। ল'ৰা-ছোৱালীবোৰ নহা হ'ল। সিহঁত নিজেও নাহে, অভিভাৱকেও নপঠিয়ায়।

শীত নামি আহিছিল। আজিজবাগৰ ওচৰৰ প্ৰদীপ বাগিচাৰ ফল-মূলৰ ভিতৰত আঙুৰেই লগোৱা হৈছিল সৰ্বাধিক। পাছে কামত নাহিল। কমলাও টেঙা হ'ল। আচলতে প্ৰত্যেক ফল-মূলে নিজাকৈ কিছুমান ঠাই পছন্দ কৰে। সিহঁতৰো জুতি আছে মাটিৰ। সকলো মাটিত সকলো ফল-মূল ভাল নহয়। কথাষাৰ দেৱবালাই এইবাৰ হাড়ে হাড়ে বুজি পালে। তথাপি অমিতা, মধুৰিআম ইত্যাদিবোৰ ভাল হৈছে। আমগছ বাঢ়িছে, তামোলো ভালেখিনি লাগিছে। ৰথীয়াক এনেই থকাতকৈ ছাগলী পুহিবলৈ লগাইছিল, সেইবোৰৰো সতি-সন্ততি বাঢ়িছে। প্ৰদীপ টকীজেও পুনৰবাৰ মূৰ তুলি উঠিছে।

কেৱল ভাগি গ'ল যাদৱপ্ৰসাদ মেম'ৰিয়েল স্কুল।

তলমূৰকৈ কৰঙাণীৰ বঙলাৰ বাৰাণ্ডাত বহি থাকে দেৱবালা। যাদৱপ্ৰসাদ আঁতৰি যোৱা কেইবাবছৰো পাৰ হৈ গৈছে। ক'তা, এদিনলৈওতো ছাঁ হৈও দেখা দিয়া নাই তেওঁ! সঁচাকৈয়ে আঁতৰি গুচি গ'ল মানুহজন। সকলোৱে কয় দেৱবালাক, তুমি বৰ ভাগ্যৱতী, পুত্ৰ-কন্যা, নাতি-নাতিনীৰে ঘৰ ভৰিছে। হয়, এই কথা সঁচা। কিন্তু যদি যাদৱপ্ৰসাদ নাথাকিলহেঁতেন? এই সকলোবোৰৰ গুৰি মানুহ যাদৱপ্ৰসাদেই নহয়নে? আজিৰ দেৱবালাৰ কি জীৱন, যদি যাদৱপ্ৰসাদ বোলা মানুহজন প্ৰথমৰ পৰাই পৃথিৱীত নাথাকিলহেঁতেন!

চকুপানী শুকাই যোৱাৰ ৰোগে লগ দিয়া দেৱবালাৰ দুয়ো চকুৰে এতিয়া পানী নিগৰিবলৈ ধৰিলে। জীৱনসংগী এনে এক মায়াময় সত্তা যে, সেয়া কাষত থকাৰ সময়ত সকলোবোৰ স্বাভাৱিক। নথকাৰ পাছত হাহাকাৰ!

চকুলো ওলায়ে থাকে দেৱবালাৰ।

পূৰাদমে কলঘৰ চলিছে, জেনেৰেটৰৰ ধপ্‌ধপ্ শব্দই আচ্ছন্ন কৰিছে যেন সৰ্বত্ৰ।

আঁচলখন চকুত সোপা দি খন্তেক একেদৰেই ৰ'ল দেৱবালা। বঙলাত এতিয়া কোনো নাই। কোনে শুনিব দেৱবালাৰ উচুপনি?

উচুপিছেও নেকি দেৱবালাই?

ওহো, তেওঁতো খং কৰিছে যাদৱপ্ৰসাদক। হয়, আঁচলেৰে চকুত সোপা দি কান্দোন বন্ধ কৰাৰ চেষ্টাৰে সেয়া তেওঁ খঙেই কৰিছেতো যাদৱপ্ৰসাদক। কিমান অনুৰোধ কৰিছিল তেওঁ পতিক চিকিৎসাৰ বাবে কলিকতালৈ যাবলৈ! ওহো, নামানিলে যাদৱপ্ৰসাদে। নুশুনিলে। একেটা কথাকে কৈ থাকিল বাৰম্বাৰ—

মোক ইয়াতে থাকিবলৈ দিয়া, মোৰ নিজৰ ঠাইত, নিজৰ মানুহখিনিৰ মাজত।

আঁচলেৰে চকু মোহাৰি দীৰ্ঘনিশ্বাস এৰিলে মানুহগৰাকীয়ে। সকলো অতীত হৈ গৈছে, এতিয়া একোৰেই হাতত নাই।

আইদেউ।

দেৱবালাই উভতি নোচোৱাকৈ গম পালে সেয়া বঙলাৰ ৰান্ধনি।

বহাৰ পৰা দেৱবালা ৰান্ধনিশাললৈকে উঠি গ'ল। আজি ৰণু থকাকৈ অহাৰ কথা। তাৰ বাবেও কিবা এবিধ জলপান তৈয়াৰ কৰাটো জৰুৰী।

০ ০ ০ ০ ০ ০ ০

খবৰটো শুনি দেৱবালা খন্তেক তভক মাৰি ৰ'ল। তাৰাপ্ৰসাদ ডাঙৰীয়াৰ জীয়ৰী আৰতিৰ বিপিনপাল দাসৰ সৈতে বিবাহ হৈছিল। সেই জোঁৱাইৰে দুৰ্ঘটনা ঘটিছে। নগা পাহাৰত। দুয়োখন হাত ঘুণীয়া হৈছে।

খন্তেকলৈ তভক মাৰি ৰ'ল দেৱবালা। মৃত্যুৰ দুদিন আগতে যাদৱপ্ৰসাদে বিপিনৰ তেজ লৈছিল।

বিপিনৰ তেজ আছিল যাদৱপ্ৰসাদৰ শৰীৰত।

ইয়াতকৈ আৰু ডাঙৰ কথা কি হ'ব পাৰে?

০ ০ ০ ০ ০ ০ ০

কৰঙাণী আৰু আজিজবাগত নতুন নতুন পদ্ধতি প্ৰয়োগ কৰি ফল পোৱাও গৈছে। ৰণুৱে চম্ভালি আছে। তথাপি তেওঁ এৰি দিয়া নাই। কলিকতাত চাহ নিলাম কেন্দ্ৰ আছে। বাগিচা দুখনৰ কেন্দ্ৰীয় কাৰ্যালয় কলিকতাতে আছে। টালিগঞ্জৰ ঘৰৰ তলৰ মহলাত। দীপু আছে। তথাপি তেওঁ তালৈকো গৈ থাকে। কাম-কাজ চায়গৈ। এতিয়া দেৱবালা তেনে কাম হাতত লৈয়ে কলিকতালৈ ওলাল। প্ৰকৃততে দেৱবালাৰ চকুৰ আমনি এতিয়াও আছে। কলিকতাৰ চিকিৎসকৰ চিকিৎসা লৈ আছে।

দেৱবালা কলিকতালৈ আহিলে কুলদা আৰু ধ্ৰুৱই সকাহ পোৱাদি পায়। মাকহে আহে যেনিবা। তেৰোঁ পুত্ৰৰ দৰে মৰমৰ চকুৰে চায়। এইবাৰ আইজনীৰ নাচৰ বিষয়ে দেৱবালাই গম্ভীৰভাৱে চিন্তা কৰিবলৈ ধৰিলে। কথা-বতৰা পাতি গঠন কৰিলে 'দেৱযানী চলিহা এণ্ড এছ'চিয়েট্‌ছ্'। আইজনীৰ পোছাকী নাম মীনাক্ষী। কিন্তু শ্ৰীভূমিৰ আলোচনী 'ডাইটি-ডণ্টি'ৰ কাৰণে জন্মপত্ৰিকাৰ নাম দেৱযানী ব্যৱহাৰ কৰে। ফলত মীনাক্ষীৰ নৃত্যৰূপৰ অন্য এক নাম হ'ল দেৱযানী চলিহা।

...দেৱবালাৰ চকুৰ চিকিৎসা চলি আছিল। এনেতে খবৰ পালে তেওঁ, ঘুণীয়া হোৱা হাতৰ চিকিৎসাৰ বাবে আৰতিৰ জোঁৱাই বিপিন পাটনালৈ যাব।

খবৰ পায়ে বতাহৰ বেগে দেৱবালা ওপৰমহলাৰ পৰা নামি আহিল। গাড়ীত উঠি দমদম্ বিমানকোঠ পালেগৈ।

বিপিনৰ সমুখত হাঁহিভৰা মুখেৰে ৰ'লগৈ। ক'লে—

দুখন সম্পূৰ্ণ অচল হাত লৈ তুমি যি মনোবলেৰে থিয় পাহাৰ বগাই নিজে নিজে পাঁচশ ফুট ওপৰলৈ উঠিলা, সেইটো জানি মোৰ সম্পূৰ্ণ বিশ্বাস হৈছে যে নিজৰ জীৱনত তুমি আৰু বহুত ওপৰলৈ উঠি যাব পাৰিবা।

বিপিনৰ চকু সিক্ত হৈ উঠিছিল। স্মিত হাঁহিৰে ক'লে—

এয়া আপোনাৰ আশীৰ্বাদ বৰখুৰীদেউ। একমাত্ৰ আপুনিয়েই এনে মানুহ, যি মোৰ এই অৱস্থা দেখি, এতিয়া তোমাৰ কি হ'ব বুলি ইস্-আস্ কৰা নাই। এয়া আশীৰ্বাদ নহয়নো কি!

দেৱবালাই মিচিকিয়ালে।

বিপিন প্লেনত উঠিবলৈ বুলি আঁতৰিল আৰু দেৱবালাই প্ৰাণেৰে উচ্চাৰিলে—কৃষ্ণ!

বিমানকোঠৰ পৰা ঘৰলৈ ওভতাৰ ওৰেটো বাট তেওঁ ভাবি গ'ল কোন এই কৃষ্ণ, ইমান শক্তি আছে তেওঁৰ নামেৰে! আইজনীৰ নৃত্যৰ মাজতো এই কৃষ্ণৰ বন্দনাই সৰ্বাধিক। কথাষাৰ মনলৈ অহাত দেৱবালা সক্ৰিয় হৈ উঠিল। আৰু কিবা কৰিব নোৱাৰিনে এই নৃত্যৰ বাবে?

চকুযুৰি মুদ খায় দেৱবালাৰ। কিয় হৈছে এনে অৱস্থা? জীৱন গতি ক্লান্ত নেকি দেৱবালা? কিয় চকুযুৰি মুদ খাই খাই আছে? নিগৰে চকুলো?

দেৱবালা পুনৰ চিকিৎসকৰ কাষ চাপে। গ্লুক'মা। দৃষ্টিশক্তিত বাধা আহি পৰাৰ সম্ভাৱনা।

নাই নাই, বৈ থকাৰ কোনো কাম নাই। দেৱবালা দিল্লীলৈ বুলি প্লেনত উঠিল। ডাঃ পট্টনায়কক দেখুৱাব তেওঁ চকুযুৰি।

দেৱবালাৰ চকুৰ অস্ত্ৰোপচাৰ হৈ যায়। উভতি আহে তেওঁ কলিকতালৈ।

কেনে পাইছে? অপাৰেচনৰ পাছত কিবা চেঞ্জ?

সকলোৱে সোধে দেৱবালাক। দেৱবালাই হাঁহে।

হাঁহি হাঁহি মুৰ দুপিয়ায়। দেখিছে দেখিছে, আগতকৈ স্পষ্ট দেখা হৈছে দেৱবালাই।

সুখী হৈ উঠে দেৱবালা। এই পৃথিৱী প্ৰাণভৰি চাব পাৰিব তেওঁ। চাই চায়ে চকু মুদিব পাৰিব...।

দেৱবালাই পিয়ান'খন মুকলি কৰি বহিল... মন আজি ভৰি উঠিছে... জীৱন সুষম হোৱাৰ সুৰেৰে মুখৰিত হ'ল দশোদিশ।

ব'হাগ বিহুৰ সময়তে আইজনীৰ নাচৰ অনুষ্ঠান এটা ঠিক কৰা হ'ল, শিৱসাগৰত। লগতে এইটোও ঠিক হ'ল যে তাত চেতাৰ সংগত কৰিব দেৱবালাই।

এপ্ৰিলত এটা অনুষ্ঠান, চেতাৰত দেৱবালা। কলিকতাৰ ৰাউণ্ড টেবুল সাংস্কৃতিক অনুষ্ঠানত ছেপ্টেম্বৰ মাহত পুনৰ দেৱবালাৰ চেতাৰ বাদন।

ইটোৰ পাছত সিটো অনুষ্ঠানত দেৱবালাই চেতাৰ বজাই গ'ল। ক'ৰপৰা আহিছে দেৱবালাৰ শৰীৰ-মনলৈ ইমান উদ্যম? দৰ্শক-শ্ৰোতাৰ মাজত যাদৱপ্ৰসাদ বহি ৰয়নে তেওঁৰ কল্পনাত? কোনে জানে, কোনে সোধে দেৱবালাক এই কথা!

চাহ নিলাম কেন্দ্ৰ গুৱাহাটীত মুকলি কৰা হ'ব বুলি বতৰা ওলাইছিল। আজিকালি শিৱসাগৰৰ ঘৰখনত দেৱবালাৰ কিবা এক অস্বস্তি জাগে। যাদৱপ্ৰসাদ মেমৰিয়েল স্কুলখন ভাগি গ'ল, শিৱসাগৰৰ ঘৰৰ চৌহদতেই আছিল সেইখন। নিৰ্মাণ কৰা সম্পদ ক্ষয় যোৱাটো বেলেগ কথা, একেবাৰে নোহোৱা হৈ যোৱাটোও অন্য কথা। বৰ হেঁপাহেৰে পতিৰ স্মৃতি ৰক্ষাৰ্থে স্কুলখন খুলিছিল তেওঁ, নৰ'ল। এয়া একেবাৰে সহ্য নহয়।

হুমুনিয়াহ বাহিৰ হয় দেৱবালাৰ। যাদৱপ্ৰসাদে গীতাৰ কৰ্মযোগ অধ্যায় মুকলি কৰি লোৱা ছবিখনি মনলৈ আহে তেওঁৰ। এৰা, বন্ধ হৈ যোৱা স্কুলখন আৰু এনেদৰে চাই থকা নাযায়। কৰ্মৰ পাছত কৰ্ম, এয়াই জীৱন।

তেওঁ বাগিচালৈ যায়গৈ।

আজিজবাগৰ শ্ৰমিকৰ ল'ৰা ৰামেশ্বৰ মাঝি আৰু যোগেন মুৰাক বাগিচাৰ ফালৰ পৰা হাইস্কুলত পঢ়ুওৱা হৈছিল। ৰাজগড় হাইস্কুলত তাকে লৈ শিক্ষক তিলক বৰুৱাই সন্তোষ প্ৰকাশ কৰে। মানুহজনৰ কথা শুনি শুনি বঙলাৰ বাহিৰত দেৱবালা বহি থাকে। ১৯৬৮ চনত হাইস্কুলখনৰ বাবে তেওঁক লগত লৈ দেৱবালা শিক্ষামন্ত্ৰীৰ ওচৰলৈও গৈছিল। শিক্ষামন্ত্ৰী আছিল দেৱকান্ত বৰুৱা। দহ হাজাৰ টকাৰ অনুদান এটা লাভ কৰা গৈছিল অৱশ্যে। যাদৱপ্ৰসাদে গাঁঠিৰ ধন ভাঙি সৎ উদ্দেশ্যেৰে পতা স্কুল, সেইখনৰ কাৰণে দেৱবালাই একো নকৰিবনে? তাৰ আগৰ বছৰত সকলোৱে ধৰি-মেলি দেৱবালাক নিৰ্বাচনতো নমাইছিল। পৌৰসভাৰ। পাছে জিকিব নোৱাৰিলে। তেতিয়া এই তিলকেই কৈছিল—

মানা কৰিছিলো আইতা আপোনাক। পুষ্প চলিহা পুৰণি পাৰ্টি খেলা মানুহ, দেখ্দেখ্কৈ জিকি আছিল তেওঁ...।

বিমলীয়েও কৈছিল—

নেলাগে।

আনকি টুটু, ৰণু, সিহঁতেও বাৰণ কৰিছিল। তথাপি দেৱবালা প্ৰাৰ্থী হিচাপে নিৰ্বাচনত নামিছিল।

কিহৰ বাবে?

নিজকে সোধে দেৱবালাই, ক্ষমতাৰ লোভ নে কি? তাৰপাছত তেওঁ মূৰ জোকাৰে। ওহো, সেইবোৰ একো নহয়। আচলতে ইমান কৰ্মোদ্যমৰ অনুভৱ সিৰাই সিৰাই বগায় তেওঁৰ, কি যে কামত ব্যয় কৰিব সেই শক্তি, নিজেই নাজানে যেন। অনেক কিবা কাম কৰাৰ হেঁপাহ দেৱবালাৰ। অফুৰন্ত কৰ্মোদ্যম।

ক'ৰ পৰা আহে এই শক্তি?

কি তাৰ প্ৰেৰণা?

এলাহ কি বুজি নোপোৱা, ঘড়িৰ কাঁটাই কাঁটাই কাম কৰিবলৈ ভালপোৱা দেৱবালাৰ হাতত অনেক সময় বাকী থাকি যায় যেন!

নিৰ্বাচনত হৰাৰ কাৰণে বিমলীয়ে মনত দুখ পাইছিল যে সেয়া সকলোৱে বুজিছিল। দেৱবালায়ো বুজিছিল। তললমূৰকৈ কিছুসময় বৈ থকাৰ অন্তত চিৰন্তন হাঁহিটোৰে দেৱৰেকক কৈছিল—

হৰা-জিকা সকলোতে থাকে বিমলী। পুষ্প চলিহা জিকিব বুলি আগতেই জানো সকলোৱে কোৱা নাছিল মোক? তথাপি উঠিলো মই। চালো, কেনেকুৱা লাগেনো হাৰি।

আঁৰচকুৰে বিমলীয়ে বৌৱেকলৈ চাই ৰস লগাকৈ সুধিছিল—

কেনে লাগিল বা?

দেৱবালাই হাঁহি দিলে। খিল্‌খিল্‌-খিল্‌খিল্‌কৈ। হাঁহি হাঁহিয়ে ক'লে—

তোমাৰ দৰে জিকি থকা মানুহে তাৰ সোৱাদ নুবুজিবা।

এইবাৰ বিমলীয়েও হাঁহি দিছিল।

এতিয়া তিলকেও হৰা-জিকাৰ কথাৰে পাতনি মেলি আছে। হাতৰ ঘড়িলৈ চাই দেৱবালাই ক'লে—

গুটিবাৰীলৈ যোৱাৰ সময় হ'লহিয়ে।

খৰখেদাকৈ মানুহজন গুচি গ'ল।

# চল্লিশ

আইজনী যদিও টালিগঞ্জৰ ঘৰত নাই, তথাপি তাতে তাই নাচৰ স্কুল এখন খুলিছে। খুলিছে দেৱবালাৰ প্ৰেৰণাত। সন্তান নথকা ঘৰখনত কি কৰি থাকে আইজনীয়ে! হতাশা নাহিবনে? তাইৰ এক বিশেষ গুণ আছে, তাই কোৱামতে পৰিচিতসকলে নিজৰ ল'ৰা-ছোৱালীক শিকাবলৈ কৈ আছে।... গভীৰ চিন্তাৰ অন্তত দেৱবালাই নাচৰ স্কুল এখন তেওঁৰ ঘৰতে খোলাই দিয়ে। আৰু নিজে হয় তাৰ প্ৰতিষ্ঠাপক সভাপতি। অনুষ্ঠানৰ নাম 'মৈতৈ জগোই'। অৰ্থাৎ মণিপুৰী নৃত্য প্ৰতিষ্ঠান।

যিহেতুকে বাগিচাৰ মূল কাৰ্যালয় কলিকতাত, দেৱবালা থকাকৈ আহে। ধ্ৰুৱহঁতৰ লগত চিনেমা চাবলৈও যায়। কুলদা, ধ্ৰুৱৰ লগ-বন্ধু দীপকহঁতো আহে। দেৱবালাই ভিতৰৰ পৰাই সকলোৰে খা-খবৰ ৰাখে। আইজনীৰ নাচৰ স্কুল চলি থাকে। মাজে মাজে অলপ বয়সৈ তাতো। একো নামাতে, কাকো নামাতে, চাই থাকি নামি আহে তলৰ মহলালৈ। দীপুও বহেহি। আজিকালি ৰ'লিং মিলৰ কাটাতাঁৰ আমেৰিকালৈও ৰপ্তানি কৰা হৈছে। কলিকতাৰ পৰা জাহাজেৰে যায় সেইবোৰ।

দীপুৰ ল'ৰা-ছোৱালীহাল ডাঙৰ হৈ আহিছে। অৰিন্দ্ৰজিৎ আৰু জয়ন্তী। দুয়োটা তিনি বছৰৰ ডাঙৰ-সৰু। অৰিণৰ জন্ম ১৯৫৬ চনত। সৌ সিদিনাৰহে কথা যেন! কেঁচুৱাই কান্দিছে আৰু মাক জয়াই 'বেবী কেয়াৰ বুক' মেলিছে, কি হ'ল বুলি সুধিছে দেৱবালাই আৰু উত্তৰ যিটো পালে, আচৰিতেই হৈ গ'ল। হাঁহি উঠে। সেইজনী জয়াই এতিয়া কি সুন্দৰকৈ ঘৰ চম্ভালিছে।

চকীত হেলান দি বহিল দেৱবালা। অসমত টী ওৱেৰহাউছ এটা সজাৰ কথা আজি কিছুদিনৰ পৰা ভাবি থকা হৈছে। এই বিষয়ত দেৱবালাই আজি কাগজপত্ৰ মোকলাই চাব লাগিব।

নিশাৰ শেতেলীত দেৱবালাই কথাষাৰ কল্পনা কৰি চালে। কাৰ্যালয় কলিকতাতে থাকিব। ইয়ালৈ আহিব তেওঁ এতিয়া অহাৰ দৰে। কিন্তু বাগিচা চাবলৈ বুলি ওভতোতে অসমৰ ক'ত থাকিব, কৰঙাণীত?

কিয়, শিৱসাগৰত কিয় নহয়?

চকুযুৰি মুদি দিয়ে দেৱবালাই। শিৱসাগৰত যাদবপ্ৰসাদ মেম'ৰিয়েল স্কুল লোপ পাই গৈছে... কি স'তে থাকে তেওঁ তাত?

০ ০ ০ ০ ০ ০ ০

দেৱবালাই গিৰিজানন্দ চৌধুৰীৰ পৰা কিনা গুৱাহাটীৰ মাটিখিনি এইবাৰ ঘূৰি-পকি চালে। কালি মাত্ৰ কলিকতাৰ পৰা আহি পাইছে তেওঁ।

অৱশেষত সেইডোখৰ মাটিতে ওৱেৰহাউছৰ কাম আৰম্ভ হৈ গ'ল। বামুণীমৈদামৰ ফালে দেৱবালাই ঘৰ এটা ভাৰালৈ লৈ থাকিল। লগত ড্ৰাইভাৰ সোমেশ্বৰ আৰু তেওঁৰ মৰমৰ কুকুৰটো।

যোৱাটো বছৰতে বাংলাদেশৰ মুক্তিযুদ্ধ আৰম্ভ হৈছিল। ৰবীন্দ্ৰ সংগীতৰ ভক্ত দেৱবালাৰ বঙালী মানুহৰ মাত শুনি ভাললগা স্বভাৱ এটা আছে। এসময়ৰ দবাখেলৰ সংগী পি এন ৰায়ৰ মুখৰ সেই অমৃতসনা উচ্চাৰণ পাছৰ কালত পদে পদে তেওঁ জোঁৱাইহঁতৰ ঘৰুৱা পৰিবেশত পাই আহিছে। স্বাভাৱিকতে বাংলাদেশৰ মুক্তিযুদ্ধ আৰম্ভ হওঁতে বাঘা চিদ্দিকীৰ বীৰত্বৰ কাহিনী কাগজে-পত্ৰই পঢ়ি সৰু ছোৱালীৰ দৰে আপ্লুত হৈছিল। কিন্তু সকলোবোৰেই আছিল দেৱবালাৰ সংগোপন অনুভূতি। মুখ্যমন্ত্ৰিত্ব পদ বিমলীয়ে ইস্তফা দিছে, এইটো হৈ পৰিছে এতিয়া আটাইতকৈ গুৰুত্বপূৰ্ণ কথা।

এতিয়া ১৯৭১ চন আৰু নাম নথকা সেই পুৰণি জ্বৰটোতে ফেব্ৰুৱাৰীৰ ১৫ তাৰিখে বিমলীয়ে শেষ নিশ্বাস ত্যাগ কৰে।

খামোচ মাৰি ধৰে দেৱবালাই বহি থকা চকীৰ হাতলত।

কেইবাবছৰলৈকে সৰু ল'ৰা বিমলীয়ে চাইকেলৰ ৰিং এটা ঘূৰাই ঘূৰাই দিখৌপাৰ আৰু মেলাচকৰৰ চোতালত দৌৰাই ফুৰা দেখিছিল তেওঁ। ৰিংটো ঘূৰাই নিজে দৌৰাতকৈ বিমলীয়ে ভাগিন-ভতিজাহঁতকহে দৌৰাইছিল পাছে পাছে... দুটামানে বৈ বৈ কান্দোন জুৰিছিল। যথাসময়ত ৰিংটো যঁতৰৰ চকৰি হৈ উঠিছিলগৈ, মহাত্মা গান্ধীয়ে ঘূৰাই চাই অভিভূত হৈছিল।

গাৰুত মুখ গুঁজি চিএঙৰি চিএঙৰি কান্দিব যেন! হুৰাওৰাৱে কান্দিব যেন গছৰ পাত সৰি যোৱাকৈ।

...বিমলীৰ আঙুলিৰ আগত যাদৱপ্ৰসাদৰ আঙুলি সোমাই আছিল। সোমাই আছিল যাদৱপ্ৰসাদ বিমলীৰ খোজ-কাটল, মাত-কথা আৰু ব্যক্তিত্বতো। বিমলী আছে, যাদৱপ্ৰসাদৰ অৱশিষ্টকণ এই পৃথিৱীত এতিয়াও থকাৰ অনুভৱ এটাই দেৱবালাক ভাল লগাই ৰাখিছিল। ককাই-ভাইৰ মাজত সাধাৰণতে বহুখিনি সাদৃশ্য থাকে।

আজিৰ পৰা সেয়াও শেষ।

চকুযুৰি মোহাৰে দেৱবালাই।

আকৌ অস্বস্তি আহিব খুজিছে নেকি চকুযুৰিলৈ?

বাগিচালৈ কিন্তু ফাকুৱা আহে, লাগিলে দেৱবালা বা ৰণুহঁতৰ ব্যক্তিগত জীৱনত

যিয়েই নঘটক। এই মানুহখিনিৰ সুখ-আনন্দ বৰ্তাই ৰাখিবলৈকে দেৱবালাই সদায়ে চিন্তা কৰে। যিধৰণৰ উৎসৱেই নহওক, সেয়া বাগিচাত পালন কৰাটো একপ্ৰকাৰ নিয়মেই হৈ উঠিছে।

কৰঙালী বঙলাত দেৱবালা। ডাঙৰ ডাঙৰ ড্ৰামত ফাকু গুলি লোৱা হৈছে। ফিচ্‌কাৰী সজাই ৰখোৱা হৈছে। এইবোৰ দেৱবালাৰ নিৰ্দেশিত কৰা আয়োজন। বঙলাৰে দুটামানে পূৰ্বৰ গুটি এসোপামানো খৰাহী ভৰাই ৰাখিছেহি।

দেৱবালা ভিতৰলৈ সোমাই যায়। তেওঁ জানে ইয়াৰ উপৰিও বঙলাৰ চৌহদৰ বাহিৰত অত্যন্ত সংগোপনে মজুত হৈ আছে কেৰাহীতলৰ ছাই, বোকা, পকা বিলাহীকে আদি কৰি অনেক কিবাকিবি।

কিন্তু সেইবোৰ তেওঁ নজনাৰ ভাবত থাকে। তেওঁ লংবৈ, সৰোজিনী, ৰাজগড় আদি বাগিচালৈ ফোন কৰি ইজন-সিজনক আমন্ত্ৰণ জনায়।...ৰান্ধনিশালৰ পৰা নিম্‌কী-খুৰ্‌মা ভজাৰ গোন্ধ আহে। অভ্যাগত যি আহে সকলোকে চাহ খুওৱাৰ আয়োজন।

দেৱবালাৰ দিন বাগৰি গৈ থাকে। শিৱসাগৰৰ ঘৰ প্ৰায় এৰি পেলোৱাৰ দৰেই। বছৰৰ সৰহভাগ সময় তেওঁ গুৱাহাটীৰ ভাৰাঘৰতে থাকে। ওৱেৰহাউছৰ নিৰ্মাণ প্ৰক্ৰিয়া শেষ পৰ্যায়ত। বাগিচাৰ উৎপাদন চলি আছে। ফাকুৱাৰ পাছত বিহুও পালন কৰা হৈ গৈছে। মাঘৰ বিহুৰ উৰুকাৰ ভোজ প্ৰত্যেক বছৰে তেওঁ দি আহিছে। সকলোকে নিজে বিলায়। মেজিঘৰ সজোৱাই দিয়ে। ৰাতি হ'লে মুৰ্গী চোৰৰ হাঁহি বিছনাৰ পৰাই শুনি থাকে তেওঁ। কাৰ বাৰীৰ কিমান শাক-পাচলি নোহোৱা হ'ল, পিছদিনা সেইবোৰ শুনি শুনি পুৱাৰ বাতৰি কাকত পঢ়ে।

বাতৰি কাকত পঢ়িয়ে জাগি উঠে দেৱবালা। বাংলাদেশৰ মুক্তি সংগ্ৰামৰ আলোড়িত বাতৰিৰে ভৰপূৰ কাগজ।

ইতিমধ্যে ওৱেৰহাউছ সম্পূৰ্ণ হৈ উঠিল। নাম থোৱা হ'ল চলিহা ওৱেৰহাউছিং কোম্পানী।

বামুণীমৈদামৰ পৰা দূৰত্ব বেছি হোৱাত দেৱবালাই ওচৰত অন্য এটা ঘৰ লোৱাৰ চিন্তা কৰিলে। চিৰিয়াখানা পথত এটা ঘৰ পোৱাও গ'ল। দেৱবালা তালৈকে আহিল। পুৱা ন বজাতে ওৱেৰহাউছলৈ ওলাই গৈ দুপৰীয়া ঘৰ সোমায়হি। তাৰপাছত? ভনীয়েক-ভায়েকৰ ঘৰ আছে গুৱাহাটীত। সৰ্বোপৰি মাক থাকে ইয়াত, তথাপিতো কিয় এনেদৰে অকলে থাকে দেৱবালা?

নিঃসংগতা নে নীৰৱতা, কি বিচাৰিছে তেওঁ? এই প্ৰশ্ন কোনেও নকৰিলেও দেৱবালাই বুজে, চেতাৰখন উলিয়াই বজাবলৈ আৰম্ভ কৰে। ক'ত তেওঁ নিঃসংগ? যাদৱপ্ৰসাদ থাকে লগত। কিহৰ নীৰৱতা? এয়াতো চেতাৰত ঝংকাৰিত হৈছে সময়।

এটা সময়ত চেতাৰ বাদন শেষ কৰি দেৱবালাই চকুত ড্ৰপ দি চকীত মূৰ হেলান

দি বহে। ওৱেৰহাউছৰ কাম আৰম্ভ হৈছে, যাদৱপ্ৰসাদে এয়া দেখি নগ'ল, সেইবুলিয়ে কাষত নাইনে তেওঁ?

চকুত দিয়া ড্ৰপটো ধীৰ গতিত ভিতৰেদি সোমাই গৈ আছিল ডিঙিৰ ভিতৰত, তাৰ তিতা তিতা স্বাদৰো উমান পোৱা গ'ল, মুখ বিকটাই দিব লাগিছিল দেৱবালাই, কিন্তু ওঁঠত অন্যধৰণৰ হাঁহি এটি বিয়পিল। নাই, ওৱেৰহাউছত যাদৱপ্ৰসাদ নাই, কাৰণ যাদৱপ্ৰসাদে দেৱবালাক এনেদৰে চিৰিয়াখানা পথৰ ঘৰত অকলে এৰি দিছুপুৰৰ ওৱেৰহাউছত নাথাকে।

সেইনিশাৰ সপোনত দেৱবালাৰ সমুখত স্কুল এখনে দেখা দিলে। তাত থকা ছাইনব'ৰ্ডখনো স্পষ্টকৈ দেখা পালে তেওঁ। যাদৱপ্ৰসাদ মেম'ৰিয়েল মণ্টেছৰী স্কুল।

দুদিনমানলৈকে সপোনটোৱেই আচ্ছন্ন কৰি ৰাখিলে তেওঁক। ওহো, সপোনত দেখা স্কুলখন শিৱসাগৰত পতাখন নাছিল। খেৰৰ নহয়, পকী স্কুল এইখন।

বছৰৰ শেহৰফালে দেৱবালা দুই-তিনিমাহ দীঘলীয়াকৈ থকাকৈ কলিকতালৈ আহে। অকণুৰ ল'ৰা-ছোৱালী তাপস, লিপি, দিতি, দেৱৰাজ আটাইকে লগ পাই মন ভৰে তেওঁৰ। দীপুৰ দুটাতো আছেই।

তেনেতে আইজনীৰ আকৌ এটা নৃত্যানুষ্ঠানৰ আয়োজন চলিল। এটাৰ পাছত আন এটা...।

১৯৭২ চন আহি পৰিল। নৃত্যানুষ্ঠানৰ হিচাপ খুলি চাবলৈ নাই, তেনেই লোকচান। দেৱযানী চলিহা এণ্ড এছ'চিয়েট্‌ছৰ ফালৰ পৰা সেই ক্ষতি পূৰাবলৈ তথ্যচিত্ৰ নিৰ্মাণৰ চিন্তা কৰা হ'ল। কুলদাই দেৱবালাৰ চকুলৈ চালে।

দেৱবালাই তৎক্ষণাৎ ক'লে—

ভাল হ'ব। কৰা। পইচাৰ চিন্তা নকৰিবা। ৰ'লিং মিলৰ আইজনীৰ ভাগৰ ওঠৰ হেজাৰ আৰু মোৰ ফিক্সড কৰি থোৱা পোন্ধৰ হেজাৰ পাবা। তদুপৰি দুই-এদিনতে তলৰ মহলাৰ আমাৰ অফিচটো ইয়াৰ পৰা মিছন ৰ'ডৰ ডেলহাউছি স্কোৱেৰলৈ যাবগৈ, তোমালোকে তাতে অফিচ পাতি ল'ব পাৰিবা।

কুলদাৰ শিৰ নত হৈ আহিল দেৱবালাৰ প্ৰতি। ইমান আস্থা! ইমান বিশ্বাস!

এনে মানুহ আজিৰ দিনত সঁচাকৈয়ে দুৰ্লভ।

তেওঁলোকে কাম আৰম্ভ কৰি দিয়ে... আৰু দেৱবালা গুৱাহাটীলৈ ঘূৰি আহে, ওৱেৰহাউছটোৱে বাট চাই থাকে তেওঁলৈ...।

এই ওৱেৰহাউছ চলাবলৈকে কলিকতাৰ পৰা দেৱবালাই লগত লৈ আহে অধীৰ মুখোপাধ্যায়ক।

কলিকতাত থকা সময়খিনিত দেৱবালাই বসাক বাবুৰ লগত কাগজপত্ৰ মেলি

বহাৰ অভ্যাস কৰিলে। সেইবোৰ ব্যৱসায় সংক্ৰান্তীয় কাগজ নহয়, ক'লা-বগা চতুৰ্ভুজেৰে ভৰা দবাক্ষেত্ৰ নহয়, উকা কাগজো নহয়। সেইবোৰত অঁকা থাকে জন্মচক্ৰ কিছুমান। দশা গণনা কৰাৰ গণিত কিছুমান। সেইবোৰ সময়ৰ হাত ধৰি নৈ হৈ বৈ যায়... সৰু সৰু ঢৌ কিছুমানে উঠে, নামে... খুন্দিয়াই যায় দেৱবালাৰ বুকুৰ শিলাত।

আঃ সেই কণমানি হাতখন। দেৱবালাৰ ককায়েকৰ কণমানি হাতখনে ৰাশিচক্ৰ আঁকিছিল। হয়, সেয়া দেৱবালাৰ জীৱনৰ শিক্ষাৰম্ভ হোৱা সময়ৰ কথা। বৰপেটাৰ সংস্কৃত টোললৈ গৈছিল ককায়েক দেৱপ্ৰসাদৰ পাছে পাছে... সৰু সৰু অগণন ঢৌ উঠি আহি থাকে... খুন্দিয়াই গৈ থাকে দেৱবালাৰ বুকুৰ শিলা। দিখৌপাৰৰ ঘৰৰ বাহিৰৰ কাৰ্যালয়ৰ মেজত বহি গণনাত মগ্ন হৈ ৰোৱা ডাঙৰীয়া তাৰাপ্ৰসাদৰ ছবিও আঁকে ঢৌবোৰে।

বসাক বাবুৱে কলম টোঁৱাই দেৱবালাক কৈ যায়—

লগ্নাধিপতি চতুৰ্থত আছে, কিন্তু বৃহস্পতি নীচস্থ হৈ আছে। এই কোষ্ঠীৰ জাতকৰ ভাগ্য...।

দেৱবালাই ডিঙিত হাত দিয়ে। আছে, ডিঙিৰ লকেটত বন্ধাই লোৱা নীলা ৰত্নটি ঠিকেই আছে।... তেওঁ বসাকৰ জ্যোতিষত মনোযোগ দিবলৈ ধৰে। আগ্ৰহ বাঢ়ি গৈ থাকে জ্যোতিষবিদ্যাঁৰ প্ৰতি।

অতি সোনকালেই জ্যোতিষত পাৰ্গত হৈ উঠে দেৱবালা। বসাকে কয়—

এইবাৰ কোনোবা জন্ম হ'লে নৱজাতকৰ চক্ৰটো আপুনি বনাব।

দেৱবালাই হাঁহে।

সঁচাকৈয়ে হাঁহে দেৱবালাই। এতিয়া এই বাসগৃহৰ চনত ৰবীৰ পঞ্চম সন্তানটি উপজিল। ল'ৰা-নিবেদিতা, লীনা, ৰূপা, অভিজিৎ আৰু এয়া সত্যজিৎ। ইফালে ৰণুৰো আৰু এটি পুত্ৰ উপজিল, দেৱজিৎ।

উকা কাগজত দুটা চক্ৰ আঁকে দেৱবালাই। জন্মৰ সময় ধৰি গণনা আৰম্ভ কৰি গ্ৰহবোৰ চক্ৰটোৰ ঘৰবোৰত এটা এটাকৈ বহুৱাই যায়।

তাৰপাছতো হাঁহে।

বসাক বাবুক দেখুওৱাৰ পাছততো সাফল্যৰ হাঁহি।

এনেতে হঠাৎ এদিন গীতিৰ সৈতে সাক্ষাৎ। কুলধৰ চলিহাৰ জীয়ৰী গীতি। গীতি সাইবাবাৰ ভক্ত। দেৱবালাই মনোযোগেৰে শুনিলে সাইবাবাৰ কথা।

এদিন ভজন শুনিবলৈ যাম মই। ইচ্ছা আছে।

গীতিয়ে মুৰ দুপিয়ালে। বাবাৰ প্ৰতি কাৰ আগ্ৰহ নাই? প্ৰকৃততেতো দেৱবালা সংগীত-কন্যা। চেতাৰ-বেহেলা-ক্লেৰিঅ'নেট-পিয়ান', ৰবীন্দ্ৰ সংগীত-ব্ৰাহ্মসংগীতৰ চৰ্চা। এই সংগীতৰ ধাৰেৰে খোজ লোৱা দেৱবালাৰ ভজনৰ প্ৰতি আগ্ৰহ জন্মাটো সাধাৰণ কথা।

গুৱাহাটীত দেৱবালাৰ চকুত মাটি এডোখৰ পৰিছিল। চিৰিয়াখানা পথতে। সেইডোখৰ ক্ৰয় কৰাৰ বাবে এইবাৰ তেওঁ চিন্তা-চৰ্চা কৰিবলৈ ধৰিলে। ওৱেৰহাউছ নিৰ্মাণৰ বাবে বাতাম ইত্যাদি লোহাৰ লগোৱা হৈছিল। এইবোৰ আহিছিল কলিকতাৰ পৰা। কলিকতাৰ অফিচত এতিয়া দীপু নিয়মিত বহি আছে। দেৱবালাৰ ব্যস্ততাত আৰু কিছুমান নতুন ব্যস্ততা আহি পৰিছে। ইণ্ডাষ্ট্ৰিয়েল ডেভেলপ্‌মেণ্ট বেংক অব্ ইণ্ডিয়াৰ চমুকৈ আই ডি বি আইৰ পূৰ্বাঞ্চলীয় শাখাৰ পৰিচালনা সমিতিৰ সদস্য পদ গ্ৰহণ। দেৱবালাই হৈছে প্ৰথম মহিলা সদস্য।

দেৱবালা সাইবাবাৰ ভজনত বহিবলৈ আৰম্ভ কৰিলে। একান্তমনে শুনি থাকে। প্ৰাণ জুৰ পৰি যায় যেন! কৃষ্ণ বুলি উচ্চাৰণ কৰোঁতে এক বিমল প্ৰশান্তি অনুভৱ কৰা যায়। কিন্তু এনে ভজনে সেই প্ৰশান্তিৰ অনুভৱক দীৰ্ঘসময়লৈ ব্যাপ্ত কৰি ৰাখে। ৰাখিব পাৰিছে। হয়, দিন বাগৰাৰ লগে লগে দেৱবালাই বৰ গভীৰভাৱে এই কথা উপলব্ধি কৰি উঠিছে।

আচলতে দেৱবালাই গমকে পোৱা নাই যে তেওঁৰ বয়স বাঢ়িছে। বৃদ্ধত্বৰ ফালে গৈ আছে তেওঁ। এনে সময়তে, এনে বয়সতে মানুহৰ এক নিৰবচ্ছিন্ন ধৰ্মগান শুনাৰ প্ৰবল তাড়না জন্মে। গোটেই জীৱনজুৰি সংসাৰ চক্ৰত পৰিভ্ৰমণ কৰাৰ পাছত ভিতৰৰ সত্তা ক্লান্ত হৈ পৰে। তেতিয়াই মানুহে উপাসনাগৃহত বেছি সময় কটাবলৈ ভালপোৱা হয়গৈ।

গুৱাহাটীৰ ঘৰত দেৱবালাৰ সংগী হিচাপে কং এজনী থাকে। আজিকালি দেৱবালাৰ গুণ্‌গুণনিত তাই ৰবীন্দ্ৰ সংগীত শুনিবলৈ নোপোৱা হ'ল।

এৰা, আজিকালি দেৱবালাই সাই ভজন গুণ্‌গুণাই থাকে। অহৰহ-অনবৰত। যেন ৰাগিহে লাগিল দেৱবালাৰ গাত। কি বিচাৰিছিল যাদৱপ্ৰসাদে গীতাৰ পাত লুটিয়াই? জীৱনৰ বিশ্ৰান্তি দেখোন ইয়াতেই আছে, ভজনৰ মাজত।

০ ০ ০ ০ ০ ০ ০

খাৰঘুলিৰ সুৰেন্দ্ৰনাথ বৰুৱাৰ ঘৰত বাল বিকাশৰ প্ৰশিক্ষণ এটি দিয়াৰ আয়োজন চলিল। মানুহৰ নৈতিক আৰু আধ্যাত্মিক শিক্ষাৰে ই এক পৰিমাৰ্জিত ৰূপ। সাই অনুষ্ঠানৰ মূল ভেটি হৈছে সকলো বিশ্বাসৰ মাজত একত্ববোধ। ইয়াত মানুহৰ নৈতিক চৰিত্ৰৰ ওপৰত সৰ্বাধিক গুৰুত্ব দিয়া হয়। এই দিশটোৱে দেৱবালাক একেবাৰে চুম্বকে লোহা টনাদি টানি আনিলে। বিজ্ঞানে শৰীৰ যাত্ৰাৰ আসোঁৱাহ আঁতৰাব পাৰে কিন্তু নৈতিকতাই বিবৰ্তনৰ বীজ হৈ মানব প্ৰকৃতি সুচাৰুৰূপে নিয়ন্ত্ৰণ কৰিব পাৰে পুৰুষৰ পাছত পুৰুষজুৰি। ছিলঙৰ শিশু মন্দিৰ স্কুলত এসময়ত প্ৰধান শিক্ষয়িত্ৰীৰূপে কাম কৰা নিৰুপমা দত্তকো এই সময়তে দেৱবালাই লগ পালে। সুৰবালা বৰদলৈ, সান্ত্বনা বৰুৱাকে আদি কৰি মুঠ ন-গৰাকী মহিলাৰ স'তে দেৱবালাই প্ৰশিক্ষণ সমাপ্ত কৰে।

মনে মনে দেৱবালাই গণিত মেলি বহিল। চিৰিয়াখানাৰ পথৰ মাটিডোখৰ ইতিমধ্যে ক্রয় কৰা হৈ গৈছিল।

হেঁপাহেৰে, অত্যন্ত হেঁপাহেৰে সেই মাটিতে এদিন খুঁটা পুতি দেৱবালাই আৰম্ভ কৰিলে এক গৃহ নিৰ্মাণ প্ৰক্ৰিয়া। সকলোৱে ভাবিলে, ভাৰাঘৰৰ পৰা দেৱবালা নিজৰ ঘৰলৈ যাব এইবাৰ। কিন্তু যথাসময়ত দেখা গ'ল তাত এক দীৰ্ঘ খোলা ভৱনেহে মূৰ তুলি উঠিছে। নিৰ্মিত হৈ উঠিল দেৱবালাৰ সাই মন্দিৰ। ইয়াতে ভজন হওক, মুখৰিত হওক বতাহ আধ্যাত্মিক বন্দনাৰে।

ঘৰৰ অন্যান্য সদস্যই সকলোবোৰ মন কৰি থকা সত্বেও সকলো মৌন দৰ্শক হৈ ৰ'ল। আজি দেৱবালাৰ বয়স হৈছে। সন্তানহঁতক প্ৰতিষ্ঠিত হোৱাৰ ভেটি পাতি দিছে। কাকো আমনি নকৰাকৈ, কাৰো পৰা একো নিবিচৰাকৈ অকলেই কটাইছে তেওঁ দিন। অকলেই উদ্‌যাপন কৰিছে প্ৰতি মুহূৰ্তৰ হৰ্ষ-বিষাদ।

মিচিকিয়া হাঁহি বাগৰে দেৱবালাৰ ওঁঠেৰে। কি জীৱন এইটো! এনে জীৱনকনো উদ্‌যাপন কৰা বোলেনে? তেওঁতো এখন নৈ। ...সৰোবৰৰ বুকুত সোমাই আছিল ডায়'চেছনৰ পাঠ্যপুথি মেলি। খাল খান্দি বোৱাই আনিলে যাদৱপ্ৰসাদে, নেদেখা-নুবুজাকৈ বাগৰি আহিল, তাৰপাছত এক নতুন গতি, উখল-মাখল গতি আৰু এতিয়া তেওঁ এয়া মোহনাত-বিস্তাৰিত... বালিচৰ পৰিছে... সাৰুৱা হৈ উঠা কোনো খণ্ডত শস্য গজিছে, চৰাই পৰিছেহি... আৰু তেওঁ পখীৰ কলৰৱ শুনি শুনি বৈ গৈ আছে শ্লথতাৰে। ইয়াৰ মাজতে হয় নেকি জীৱন উদ্‌যাপন? তেওঁতো বৈ গৈ আছে সাগৰ খিয়াই, মৃত্যু লোকৰ সাগৰ। আঃ তাতেই আছে নেকি এতিয়াও বৈ যাদৱপ্ৰসাদ নামৰ বহল বুকুৰ মানুহজন?

দেৱবালা নিশ্চুপ হৈ বহি থাকে।

বহি থাকে তলমূৰকৈ।

তেওঁ নিৰুপমা দত্তক মতাই আনিলে। ছোৱালীজনীক তেওঁ 'বগী' বুলিয়ে মাতে। মাদ্ৰাজত মণ্টেছৰী ট্ৰেইনিং লৈ অহা ছোৱালী।

বগী আহিল আৰু দেৱবালাই যিটো প্ৰস্তাৱ আগবঢ়ালে, শুনিয়ে উচ্ছ্বসিত হৈ উঠিল। সাই মন্দিৰৰ ভিতৰত এখন স্কুল খোলা হ'ব। ইংৰাজী মাধ্যমৰ মণ্টেছৰী স্কুল। নাম হ'ব 'যাদৱপ্ৰসাদ মেম'ৰিয়েল মণ্টেছৰী স্কুল'।

# একচল্লিশ

১৯৬৮ চনৰ শেহৰফালে শিৱসাগৰ নাট্য মন্দিৰৰ দাঁতিত বেডমিণ্টন খেলা এখন হৈছিল। পুৰুষেই খেলি আছিল। তাত সেইসময়ত তেনে কোনো মহিলা খেলুৱৈ নাছিল। খেলিব জানিছিল যদিও ক'ৰ্টত তেনেদৰে নমাৰ কথা ভাবিব নোৱৰাৰ দিন আছিল সেয়া। আঁচলখন মুঠিয়াই ধৰি থমকি ৰৈ গৈছিল মহিলাবৃন্দ।

কিন্তু দেৱবালা তেওঁলোকতকৈ যেন সামান্য পৃথক। যাদৱপ্ৰসাদে কেতিয়াও দেৱবালাক হকাবাধা নকৰিছিল। এইটো আছিল প্ৰথম কাৰণ। তাতোকৈ ডাঙৰ কাৰণ আছিল যে যিটো কথাত বা কাণ্ডত খণ্ডিব নোৱৰা যুক্তি নিহিত হৈ থাকে, তেনেক্ষেত্ৰত সংকোচ-সংশয় একো নাথাকে দেৱবালাৰ। বৰঞ্চ তেওঁ হৈ উঠে নিৰ্ভীক আৰু উদ্যমী।

খেলুৱৈ কম হোৱাত হাতত বেট লৈ দেৱবালা নামি গ'ল ক'ৰ্টত। কানাই বৰুৱা, মুন বৰুৱাইঁতক হৰুৱালে। সকলোৱে চাই থাকিল, এইগৰাকীকে এসময়ত নিকুঞ্জলতা চলিহাই বৰজাপিৰে আঁৰ কৰি চুবুৰি ফুৰাবলৈ নিছিল...। কিন্তু লগতে মানুহবোৰে এইটো কথাও নাপাহৰিলে যে এইগৰাকীয়েই মেখেলাৰ তলত বুটজোতা পিন্ধি আৰু হাতত লাঠি লৈ কৰণ্ডাণীৰ মাজে মাজে ঘূৰি উৎপাদনৰ হাৰ কিমান ওপৰলৈ তুলিব পাৰিছিল!

কথাবোৰ মনলৈ আহিলে দেৱবালা বেডমিণ্টন ক'ৰ্টলৈ উৰা মাৰে। কলিকতাৰ কচম'পলিটান ক্লাবৰ সকলোবোৰ টুৰ্ণামেণ্টতে অংশগ্ৰহণ কৰি অহা মানুহ তেওঁ।

কলিকতা... কলিকতা... কলিকতা। কলিকতা নহৈ যেন তেওঁৰ জন্মভূমিহে। টালিগঞ্জ গল্‌ফ ক্লাব ৰ'ডৰ ঘৰ নহৈ যেন সেয়া তেওঁৰ মাকৰ ঘৰহে। তাতেই তেওঁৰ সপোনবোৰে ডেউকা মেলিছিল। গান গাইছিল, দবা খেলিছিল, বেডমিণ্টন ক্লাবলৈ গৈছিল, ল'ৰা-ছোৱালী আটাইকেইটাকে মাজত লৈ যাদৱপ্ৰসাদৰ মুখলৈ চাব পাৰিছিল।

জোতাযোৰ পিন্ধি দেৱবালা ঘৰৰ পৰা ওলাই গাড়ীত উঠেহি। আজিকালি ওৱেৰহাউছলৈ যাওঁতে সদায় মণ্টেছৰী স্কুলখনত এভুমুকি মৰাটো এটা অভ্যাসেই হৈ উঠিছে।

খিৰিকীৰ কাঁচেৰে দেৱবালাই গুৱাহাটীখন চাই গৈ থাকে। বহু সলনি হ'ল। নহ'বই বা কিয়। সকলো সলনি হয়। আৰু পৰিবৰ্তনশীলতাক সহজভাৱে গ্ৰহণ কৰিব পাৰিলেই জীৱন সাৱলীল গতিৰে গৈ থাকে বোঁৱতী নদীৰ মোহনালৈ...।

দীৰ্ঘনিশ্বাস এৰিলে দেৱবালাই। দুদিনমানৰ পৰা প্ৰদীপৰ হাঁহিটো তেওঁ স্কুলখনলৈ অহা ল'ৰা-ছোৱালীহঁতৰ মাজত দেখা পাবলৈ লৈছে। দীঘলীয়া সাই মন্দিৰৰ ভিতৰখন এতিয়া তিনি ভাগত বিভক্ত। শ্ৰেণী তিনিটা চলে। ল'ৰা-ছোৱালী বাঢ়িছে। চিৰিয়াখানা পথৰ এই অঞ্চলটোত এইখন ইংৰাজী মাধ্যমৰ প্ৰথম স্কুল হোৱাই দিনকদিনে নামভৰ্তি কৰোৱাৰ সংখ্যা বাঢ়ি গৈ আছে।

নিজৰ অজানিতে দেৱবালাৰ ওঁঠেৰে ভজন বাহিৰ হ'বলৈ ধৰিলে।

হঠাৎ দেৱবালাৰ মনলৈ ধাৰণা এটা আহিল। আজি অলপ দিনৰ পৰা বগীয়ে গুৰু প্ৰদক্ষিণ সংক্ৰান্তীয় কথা কিছুমান কৈ আছে, সেয়া যদি সাঁইমন্দিৰতে সুবিধা কৰি দিয়া যায়, কেনে হয়।

সোঁচকুটোত হঠাতে অস্বস্তি এটাই চিৰিঙনি পাৰি উঠা যেন পালে দেৱবালাই।

বুকুখনো যেন সামান্য কঁপি উঠিল।

আকৌ চকুৰ অস্বস্তি?

দেৱবালা চকুৰ ডাক্তৰৰ ওচৰ পালেগৈ। হয়, চকুৰ চাপ পুনৰ বাঢ়িছে। নাই, নাই আৰু বৈ থকাৰ সকাম নাই। কলিকতালৈ যাব লাগিল। ডাঃ অভিজিত সেন আছে তাত। তেওঁৰ ওপৰত দেৱবালাৰ ভীষণ আস্থা।

ওবেৰহাউছৰ পৰা ওভতোতে তেওঁ মণ্টেছৰীত সোমাল। আজিকালি বগী সাঁইমন্দিৰৰ পাছফালে সাজি দিয়া ঘৰটোতে থকাৰ বন্দৱস্ত। গাড়ীৰ পৰা নামি দেৱবালা মন্দিৰৰ বাৰাণ্ডাতে কিবা ভাবি বৈ থাকিল। বগীয়ে তেওঁক আইতা বোলে। এতিয়াও মাতিলে—

কি হ'ল আইতা? কি ভাবিছে ইমানকৈ?

চাইছো।

কি?

সেই মাটিডোখৰ।

দেৱবালাই চাই ৰোৱাৰ ফালে বগীয়েও চাই পঠিয়ালে। মন্দিৰৰ কাষতে উদং মাটি এডোখৰ।

গহীন মাতেৰে ক'লে দেৱবালাই—

মাটিডোখৰ মই ল'ব লাগিব।

দুদিন পাছত আকৌ আহিল। আহিয়েই ক'লেহি—

মাটিডোখৰ মোক নিদিয়ে বগী।

ৰ'ব আইতা, মই কথা পাতিম।

দেৱবালা ঘৰমুৱা হ'ল। আজি যাদৱপ্ৰসাদ থকা হ'লে দেৱবালাক বাঁহগছ কৰবলৈ কৈ জোকালেহেঁতেন।

আঃ নাজানেনে দেৱবালাই, এই নশ্বৰ জীৱনৰ সমুখত ধন-সম্পত্তি সকলো যে অৰ্থহীন। জানে। জানি-শুনিয়ে কৰি গৈ আছে কামবোৰ। শিৱসাগৰত ঘৰখন বন্ধালে বাবেইতো ৰণু সানন্দে থাকিব পাৰিছে। কলিকতাত দীপুৰ ঘৰ চাহৰ কাৰ্যালয় এতিয়া নাথাকিলেও সেইবোৰৰ বাবেইতো ঘৰখন উত্তম আশ্ৰয়থলী হৈ আছে। আৰু এতিয়া এডোখৰ মাটি লাগে তেওঁক। ভাৰাঘৰত সুন্দৰকৈ আছে, তথাপি তেওঁক মন্দিৰৰ কাষৰ মাটিডোখৰ লাগে। কিয়?

আঃ কিয়, এই কথাও নাজানেনে যাদৱপ্ৰসাদে?

হয়, যাদৱপ্ৰসাদেহে অনুভৱ কৰিব পাৰে এই কথা। যাদৱপ্ৰসাদ মেম'ৰিয়েল স্কুলৰ কাষতে দিবা-নিশা থাকিব খোজে দেৱবালা। পতিক প্ৰেমিকৰ দৰে ভবা দেৱবালা। যাৰ অৱচেতন মনে অহৰহ সকীয়াই থাকে— শৰীৰ পুৰি ছাই কৰি পেলালেও এই পৃথিৱীত প্ৰেমিক অমৰ। প্ৰেমিকৰ মৃত্যু নঘটে কাহানিও।

০ ০ ০ ০ ০ ০ ০

কলিকতাত দেৱবালাৰ চকু পৰীক্ষা কৰোৱা হৈ গ'ল। আইজনী নিউ আলিপুৰদুৱাৰত আছিল, ভাইয়াৰ মাদ্ৰাজলৈ বদলি হোৱাত তাই টালিগঞ্জৰ ঘৰলৈ গুচি আহে। ৰবীন্দ্ৰ ভাৰতীত তাই অধ্যাপনা কৰি আছে, তদুপৰি ইয়াত নাচৰ স্কুলো চলাই আছে। সাতে পাঁচে মিলাই আইজনী ইয়াতে বৈ গ'ল।

দেৱবালাই এইবাৰ চাহৰ কাৰ্যালয়টো অলপ থানথিত লগাই পুনৰ তলৰ মহলালৈ অনোৱাই ল'লে। কাৰণ বহল পৰিসৰ আৰু ব্যস্তমুখৰ স্থান বিচাৰি যদিও কাৰ্যালয়টো ডেলহাউছি স্কোৱাৰলৈ গুচি গৈছিল, তাত নানানটা অসুবিধাৰ সন্মুখীন হ'ল। ভাৰাও বাঢ়ি গৈছে। ভাবি-চিন্তি সেয়েহে দেৱবালাই সেইটো ইয়ালৈকে লৈ আনিলে। ডাঙৰ ডাঙৰ মেজ বহুৱাই দিলে। সিফালৰ কোঠাত সমানে চলি থাকিব দেৱযানী চলিহা এণ্ড এছ'চিয়েট্‌ছৰ কাম-কাজো।

সকলোবোৰৰ শৃংখলা লগাই পুনৰ গুৱাহাটী পালেহি তেওঁ। মন্দিৰৰ কাষৰ মাটিডোখৰ কিনি ল'ব পৰাৰ ব্যৱস্থা বগীয়ে কৰি ৰাখিছিল। কেতিয়াবা এনে হয়। চিধাই ক্ৰেতাৰ সমুখত আশা কৰা মূল্য দাঙি ধৰিবলৈ মালিক পক্ষই দ্বিধা অনুভৱ কৰে, তেতিয়া এজন 'মাজৰ মানুহ'ৰ প্ৰয়োজন হয়। দেৱবালাক খবৰটোৱে উৎসাহিত কৰি তুলিলে। কিন্তু ৰণুৱে তেওঁক শিৱসাগৰত বিচাৰিছিল বাবে তেওঁ তালৈ গ'ল। বাগিচা পালেগৈ।

আজিজবাগ-কৰঙাণী, নে কৰঙাণী আজিজবাগ?

ওহো, ভাবিব নোৱাৰে দেৱবালাই। এটি নয়ন অকামিলা হৈ গ'লেও দেখে মানুহে, তথাপি দুয়োটি চকুৰেই প্ৰয়োজন আছে। দুয়োখন বাগিচাই তেওঁৰ বাবে সমান আদৰৰ।

এতিয়া বাগিচাৰ হাজিৰা বঢ়োৱাৰ সিদ্ধান্ত লোৱা হ'ল। মতাৰ হাজিৰা পাঁচ টকা চল্লিশ আৰু মাইকীৰ চাৰি টকা চল্লিশ। আচলতে বাগিচাৰ মাটি চিলিঙত যায়, এনে অৱস্থা আহি পৰিছে। বাগিচা চলোৱা ৰণুইতৰ পিতৃ যাদৱপ্ৰসাদে পাতি থৈ যোৱা বাগিচা, ইয়াৰ মাটিৰ প্ৰতিটো ধূলিকণাতে পিতৃৰ অবৰ্তমানত দেৱবালাৰ হক আছে। তেৱেঁই কথা পাতি ঠিক কৰক, কোনডোখৰ এৰা যায় চিলিঙৰ নামত। চিলিং এক্ট অনুযায়ী এখন বাগিচাত যিমান মজদুৰ, সিমান মাটিহে ৰাখি বাকীখিনি এৰিব লাগিব। কলঘৰ চাবলৈ গৈহে দেৱবালা বিমোৰত পৰিল। গোটেই কলঘৰটোৱেই আস্তঃগাঁথনি সোলোক-ঢোলোক হৈ পৰিছে। ইফালে দিবৈ নৈয়ে আজিজবাগৰ মাজেৰে যেনিতেনি যোৱাৰ চেষ্টা চলাইছে। বাৰিষা ধল ভাঙি আহে...।

ক্লান্ত দেৱবালা কৰঙাণীৰ বঙলাত বহি থাকে। নহয়, যাদৱপ্ৰসাদৰ দৰে উদাসীন হৈ নবহে তেওঁ। দেৱবালাই উদাসীনতাক সদায় ভয় কৰি চলি আহিছে। এই সমগ্ৰ বিশ্ব সৃষ্টি কৰোঁতা এজন ক'ৰবাত নহয়, ক'ৰবাত নিশ্চয়কৈ আছে। মানুহে তেওঁক কৃষ্ণ বা সাই, যাৰ আকৃতিতে নিবিচাৰক, সেইটো ডাঙৰ কথা নহয়। এই বিশ্বব্ৰহ্মাণ্ড সৃষ্টিৰ নেপথ্যত থকা বিশাল শক্তিভাণ্ডাৰহে স্বীকৃতিৰ বিষয়। এই শক্তিৰ প্ৰতিয়ে দেৱবালা আস্থাশীল। এই শক্তিৰ নিয়ন্ত্ৰণতেই দিন গৈ ৰাতি অহাৰ দৰে প্ৰত্যেক জীৱৰে গতি নিৰ্ণীত হৈ গৈ থাকে। সময়েৰে নিৰ্ধাৰিত হয় সকলো। এই সময়ৰ হাতত নিজকে এৰি দিব খোজে দেৱবালাই। প্ৰতিটো দিন প্ৰাৰ্থনাৰে আৰম্ভ কৰি কৰ্মব্যস্ত হৈ ৰ'ব খোজে তেওঁ। সুখী আৰু আনন্দিত হৈ ৰ'ব খোজে।

আইতা।

সন্ধ্যা নামি আহো যেন কৰিছিল। আগন্তুকক চিনিব নোৱাৰিলে দেৱবালাই।

মই গৌতম আইতা।

মুহূৰ্ততে দেৱবালাৰ ওঁঠত হাঁহি খেলি গ'ল। এইবোৰ মানুহ! ইহঁতো বিশ্ব নিয়ন্তাৰ দ্বাৰা নিয়ন্ত্ৰিত তেওঁৰ দৰেই মানুহ। আদৰেৰে মাতিলে তেওঁ—

আহ। বহহি।

সি বহিল।

এই কোন আছ, গাখীৰ এগিলাচ আন, গৌতম আহিছে।

আইতাই মোক তেতিয়াৰ দিনৰ বাচ্ছাই বনাই ৰাখিছে।

বাচ্ছা নহৱ নেকি তই?

নাঃ ক'ত আৰু বাচ্ছা! ল'ৰা কিমান ডাঙৰ হৈ গ'ল।

পঢ়াশুনা কৰি আছেনে? ছোৱালীকো পঢ়ুৱাবি। ক'ৰ পৰা আহিলি?

ঘোষৰ দোকান গৈছিলো আইতা।

ঘোষৰ দোকান?

আজি শনিবৰীয়া হাট আছিল নহয়, ঘোষৰ দোকানটো ৰাতিহে সামৰে, মিঠাই খাই আহিলো।

আৰু কি খালি?

যমুনাৰ দোকানৰ ফুলৰি।

দেৱবালাৰ মুখত হাঁহিয়ে পুনৰ খেলা কৰি উঠে। দহৰম-মহৰমকৈ কলঘৰ চলি আছে। গাৰ্ধীৰ পি পি গৌতম ছিৰিতে বহি আছিল। দেৱবালাই দিবৈ নৈখনৰ কথা ভাবিবলৈ ধৰিলে।

গৌতমে মাত লগাই শুচি যোৱাৰ পাছতো দেৱবালা বহিয়ে থাকিল। অৱশেষত দেৱবালাই মত প্ৰকাশ কৰিলে যে দিবৈখনক আজিজবাগৰ কাষেৰে খাল খান্দি বোওৱা হওক। সলাই পেলোৱা হওক তাৰ গতিপথ।

গুৱাহাটীলৈ উভতিবৰ সময়ত তেওঁ ৰণুক ক'লে—

দিবৈ সলাবৰ বাবে তই ফৰেষ্টৰ পৰা পাৰ্মিছন উলিয়া।

গুৱাহাটীলৈ ওভতাৰ গোটেইছোৱা বাট দেৱবালাক কলঘৰৰ চিন্তাই আবৰি ৰাখিলে। দহ লাখ কেজি পাত মৰাৰ ব্যৱস্থা থকা কৰঙাণীৰ কলঘৰ। উন্নত কৰাৰ প্ৰক্ৰিয়া আৰম্ভ কৰাৰ দিহা দি থৈ আহিছে। অতি সোনকালেই কাম সমাধাও হ'ব।

পাৰিছেনে দেৱবালাই যাদৱপ্ৰসাদৰ যন্ত্ৰপাতিক সঠিক মৰ্যাদা দিব?

বাগিচাৰ মাটিত কুঁহিয়াৰ এইবাৰ ভাল নহ'ল। প্ৰদীপ বাগিচাও পৰি আহিছে। যাদৱপ্ৰসাদ থকাকালত কুঁহিয়াৰবোৰ লৰীত উঠাই দেৰগাঁৱৰ চেনিকললৈ পঠিয়াই দিয়া হৈছিল।

দেৱবালাই উশাহ সলায়।

দিন সলনি হ'ল। গুৱাহাটী আহি পোৱাৰ পাছত মিস্ত্ৰীয়েও তাকেই ক'লে—

দিন সলনি হ'ল আইতা। সাঁইমন্দিৰ সাজোতে কিমান সস্তাত আনিছিল ইটা-বালি-চিমেণ্ট। দুদিনতে দাম বাঢ়ি গ'ল। চব বস্তুৰে দাম বাঢ়ি গ'ল।

লগতে তোমাৰো।

লাহেকৈ ক'লে দেৱবালাই। লগে লগে মিস্ত্ৰীকে ধৰি ওচৰে-পাঁজৰে থকা আটাইবোৰে হাঁহি দিলে। হাঁহি হাঁহিয়ে আটাইবোৰ মানুহ কামত লাগিল। গুৱাহাটীৰ চিৰিয়াখানা পথত থকা সাই মন্দিৰৰ কাষতে এয়া নতুনকৈ কিনা মাটিডোখৰত সাজিবলৈ লোৱা হৈছে দেৱবালাৰ নতুন বাসগৃহ।

বগী স্কুলৰ ভিতৰৰ পৰা ওলাই আহিছিল, দেৱবালাৰ কাষ চাপি তাই ভুন্‌ভুন্‌কৈ ক'বলৈ ধৰিলে—

মন্দিৰতে গুৰু প্ৰশিক্ষণ দিয়া কাম হ'ল বাৰু। বাল বিকাশ শ্ৰেণীৰ কথা ভাবিবৰ হ'ল আইতা।

দেওবাৰবোৰতে নোৱাৰিলে? ল'ৰা-ছোৱালীহঁতো এনেই নাথাকিব।

হ'ব। ভালেই হ'ব। দুদিনীয়া-তিনিদিনীয়া গুৰু প্ৰশিক্ষণ দিয়া কামো চলি থাকিব। আইতা আৰু এটা কথা।

কি?

নিজৰা হাজৰিকা আৰু মই বাবাৰ ভজন গাবলৈ যাওঁ। মন কৰিলে আপুনিও পাৰে।

হয় নেকি?

একান্তমনে দেববালাই মিস্ত্ৰীৰ কাম চাই ৰ'ল। এটাৰ ওপৰত আন এটা ইটা তুলি দেৱাল গাঁথি গৈ আছে। এনেদৰেই চাৰিখন দেৱাল হৈ উঠিব এদিন, হৈ উঠিবগৈ সম্পূৰ্ণ এটা ঘৰ। এই ঘৰতে বাস কৰিব দেববালা। যাদৱপ্ৰসাদ মেম'ৰিয়েল স্কুলৰ নিচেই কাষতে থাকিব তেওঁ। পতিৰ নিচেই কাষতে থাকিব তেওঁ অকলশৰে।

ওৱেৰহাউছ চলাবলৈ তেওঁ ৰুবীক মাতি পঠিওৱাৰ কথা ভাবিলে। লখিমী বিদেশত, দীপু ৰ'লিং মিলত, অৰুণু কলিকতাৰ নিজা গৃহস্থী চম্ভালাত ব্যস্ত, আইজনী ৰবীন্দ্ৰ ভাৰতীৰ অধ্যাপিকা, ৰণু বাগিচাত, তেন্তে তেওঁৰ এই কামত হাত আগবঢ়াবলৈ ৰুবীৰ বাহিৰে আৰু উপযুক্ত অন্য কোন আছে? দিনকদিনে সাঁইবাবাৰ ভজন-কীৰ্তন, স্কুল পৰিচালনা, বাল বিকাশ কেন্দ্ৰৰ নানানটা কাম বাঢ়ি গৈ আছে। আজিকালি তেওঁ সদৌ অসম বাল বিকাশ আৰু সেৱাদল, দুয়োটাৰে আহ্বায়িকাৰ দায়িত্বতো আছে।

০ ০ ০ ০ ০ ০ ০

দেববালাৰ বাসগৃহ সম্পূৰ্ণ হৈ উঠিল। নাম থোৱা হ'ল আনন্দ কুটীৰ।

০ ০ ০ ০ ০ ০ ০

দিবৈৰ গতিপথ সলোৱা হ'ল। আজিজবাগ বাগিচাৰ কাষেৰে যোৱাখিনিত নৈখনক আজিজবাগ নৈ বুলিয়ে সকলোৱে জানে।

কলঘৰটোও নতুন হৈ উঠিল। ইয়াক আনুষ্ঠানিকভাৱে মুকলি কৰিবলৈ দেববালা বাগিচা পালেগৈ।

০ ০ ০ ০ ০ ০ ০

আজিকালি দেববালা আনন্দ কুটীৰত থাকে। পুৱাৰে পৰা ব্যস্ততাৰ অন্ত নাই। পুৱাতে মণ্টেছৰী স্কুলৰ প্ৰাৰ্থনাত তেওঁ পিয়ান' বজায়। ল'ৰা-ছোৱালীহঁতে ভাল পায়। ৯ বজাত ওৱেৰহাউছ পাবগৈয়ে লাগে। যাবলৈ বুলি চাদৰখন সলাইছে, কোনোবা এটাই ক'লেহি বোলে 'আইতা মিলিটেৰী এজন আহিছে।'

দেৱবালা আইনাৰ সমুখত আছিল। কথাবাৰ শুনি আইনাৰ মানুহজনীলৈ চাই খন্তেক বৈ গ'ল। কোন হ'ব পাৰে?

তেওঁ ওলাই আহিল।

প্ৰকাণ্ড মোছ আৰু বৃহৎ খতেৰে আৰ্মি অফিচাৰ এজন। দেৱবালাই তেওঁক বহিবলৈ দিলে।

হাতযোৰ কৰি অফিচাৰজনে ক'বলৈ ধৰিলে—

মই সিৰ্দ্ধিৰ সাইৰ ভক্ত। তেওঁৰ নাম নোলোৱাকৈ এটা কামো কৰা নহয়। ট্ৰেন্সফাৰ অৰ্ডাৰ আহিছে, গুৱাহাটীৰ পৰা যাবগৈ লাগিব মই। কিন্তু মোৰ ঘৰত তেওঁৰ ডাঙৰ মূৰ্তি এটা আছে, ট্ৰেন্সফাৰৰ বস্তুৰ লগত ইমানদূৰ নিলে ভাগি যাব। এইটোকে লৈ কেইবাদিনো চিন্তাত আছিলো। হঠাতে কালি ৰাতি এটা চমৎকাৰ ঘটি গ'ল।

চমৎকাৰ?

হয়, চমৎকাৰ। কালি ৰাতি সপোনত বাবাই দেখা দি ক'লে মোক, তুমি মোৰ বাবে চিন্তা নকৰিবা। গুৱাহাটীতে থৈ যাব পাৰিবা মোক। চিৰিয়াখানা ৰ'ডৰ গলি এটাত আছে সাই মন্দিৰ, সৰু ল'ৰাক পঢ়ুওৱা স্কুলো আছে, তাতে এগৰাকী ভক্ত আছে, তেওঁৰ হাতত থৈ যোৱা মোক।

দেৱবালা হিম হৈ গ'ল।

দেৱবালা শিল হৈ গ'ল।

এই অলৌকিকতা তেওঁৰ জীৱনতে ঘটিছেনে? সৌৱা, ডেকা অফিচাৰজনে গাড়ীৰ পৰা মূৰ্তিটো ধৰাধৰিকৈ নমাই আনিছে...।

দেৱবালাই মন্দিৰৰ বাট দেখুৱাই দিলে। সাইবাবাৰ বেদীতে বহুৱাই দিয়ালে এই মূৰ্তিকো। পুণ্যভূমি এই স্থান। ইয়াতে সাইবন্দনা কৰা হয়। চেতাৰ লৈ দৈনিক সন্ধিয়া অৰ্চনা কৰে দেৱবালাই।

# বিয়াল্লিশ

আজিকালি দেওবাৰে বাল বিকাশ কেন্দ্ৰৰ শিশুহঁতে নাটক কৰিবলৈও শিকিছে।... দেৱবালাই কাগজ-পত্ৰ মেলি বহিব ধৰিছে। যাদৱপ্ৰসাদ স্মৃতি ন্যাসৰ ফাইল মেলি বহিব ধৰিছে। মণ্টেছৰীখনতে সংগীত বিদ্যালয় এখনো খুলিছে তেওঁ। গান, তবলা, চেতাৰ, সত্ৰীয়া নৃত্য আদি শিকোৱা হয়। ফীজ একেবাৰে ন্যূনতম। ইমান কম ফীজৰ পৰা শিক্ষকক দৰমহা দিয়া নাযায়। দেৱবালাই জমা-খৰচ এখন দীঘলীয়াকৈ মেলি বহি থাকে।

দেৱবালা টহলিবলৈ ধৰে। বাল বিকাশৰ শিশুহঁতৰ আবৃত্তিৰ উপযোগীকৈ বাবাৰ নামত সৰল কবিতা কিছুমানো থকা হ'লে?

আঃ তেৱেঁই ৰচিব নোৱাৰেনে?

মেলাচকৰৰ ৰান্ধনিশালত গুণ্‌গুণাওঁতে যে মাখনীয়ে প্ৰায়ে জোকাইছিল তেওঁক—

এনে গান হ'লে আমি আগে-পাছে শুনা নাই দেই।

হাঁহি হাঁহি যে উত্তৰ দিছিল তেওঁ—

সুৰটোতো শুনিছা?

শুনিছো। কিন্তু কথাবোৰ...।

সেইবোৰ মোৰ নিজৰ। নিজে নিজে বনোৱা।

বনোৱা নহয় নবৌ, ৰচা।

আঃ সেই দিনবোৰ।

কাগজ-কলম লৈ বহি যায় দেৱবালা। লিখি-উলিয়ায় শিশুহঁতৰ উপযোগী কবিতা কিছুমান। 'পুষ্পাঞ্জলি' নামেৰে কিতাপৰ আকাৰত প্ৰকাশ কৰিও উলিয়ায়।

আকৌ দেৱবালাৰ চকুযুৰিত অস্বস্তি।

আকৌ কি হ'ল?

ততাতৈয়াকৈ ওৱেৰহাউছৰ কাম সামৰি দেৱবালা কলিকতা পালেগৈ। হয়, 'আইপ্ৰেছাৰ' পুনৰ বাঢ়িছে। পুনৰ ড্ৰপ কিছুমান আৰম্ভ হৈ যায়।

টালিগঞ্জৰ ঘৰত চকুত ড্ৰপ লৈ বহি থাকে তেওঁ। সমুখৰ ঘৰৰ পৰা পি এন ৰায়ৰ ভতিজীজনী আহি কাষতে বহেহি। চকু মুদিয়ে সোধে দেৱবালাই—

খুৰাৰ শৰীৰ কেনে?

আছে তেনেকৈয়ে।

দেৱবালা মনে মনে ৰয়। মধুমেহত আক্ৰান্ত পি এন ৰায়। হাৰ্টৰ অসুখো ধৰা পৰিছে। আজিকালি ঘৰতে থাকে। পৰিয়ালৰ মানুহে শুশ্ৰূষা কৰি ৰাখিছে।

ডেকাকালত বৰ সুন্দৰ চেহেৰা আছিল পি এন ৰায়ৰ। ৰাজহাড় পোন কৰি কেনিও নোচোৱাকৈ তলমূৰকৈ খোজকাঢ়িছিল। জোঙা নাক, উজ্জ্বল বৰ্ণ, দীৰ্ঘ শৰীৰেৰে এই মানুহজনৰ বাবে কইনাৰ কি আকাল পৰিলহেঁতেন। ...যাদৱপ্ৰসাদৰো মধুমেহ আছিল, গুচি গ'ল, কিন্তু সন্তানহঁত থাকি গ'ল। এই কথাবোৰ ৰায়চাহাবে নাভাবিছিলনে?

ছিৰি বগাই ওপৰমহলালৈ কোনোবা এজন উঠি অহাৰ উমান পোৱা গ'ল। কুলদা। তেওঁক দেখি ছোৱালীজনী গুচি গ'ল। দেৱবালাই কুলদাক বহুৱাই লৈ ক'বলৈ ধৰিলে—

আমাৰ সাই ভক্তসকলে মিলি বাবাৰ ওপৰত এখন চিনেমা উলিওৱাৰ কথা ভাবিছে। শ্বুটিং ছিলঙত হ'ব। গভৰ্ণৰ, ডাক্তৰ, গোপীনাথ বৰদলৈৰ পৰিয়াল, গীতিহঁতকে ধৰি চবেই চিনেমাখনৰ কথাকে পাতি আছে...।

টকা কোনে দিব, খৰচ-পাতি?

এই কথাৰ উত্তৰ হিচাপে হাঁহিলে দেৱবালাই, লাহেকৈ ক'লে—

আৰু কোনে দিব? ছিলং-গুৱাহাটী পুত্তাপুত্তিত শ্বুটিং হ'ব, তুমি ডিৰেক্টৰ...।

নাই, মই নোৱাৰিম।

দেৱবালাই ড্ৰুপ দি উঠা চকুযুৰি পুনৰ মুদি দিয়ে। কুলদা অসন্তুষ্ট। কিহৰ বাবে, তেওঁ বুজিছে। সকলোৱে মিলি তেওঁৰ ধন ভৰাবলৈ ওলোৱা চিনেমাৰ এই কাণ্ড ল'ৰাটোৱে সমূলি সহজভাৱে গ্ৰহণ কৰিব পৰা নাই।

চকুযুৰি মেলি কুলদালৈ চায় তেওঁ। বহাৰ পৰা গা-ধোৱা ঘৰৰ ফালে গুচি গৈছে ল'ৰাজন। চকু মেলি বহি থাকে দেৱবালা। ওপৰৰ নাচৰ স্কুলৰ পৰা কোলাহল ভাহি আহিছে। আইজনীয়ে সিহঁতৰ পৰীক্ষাৰ জাননী অৰাৰ কথা আজি।

দেৱবালা বেলকনিলৈ ওলাই আহে।

টেলিফোনৰ তাঁৰত ছিগা চিলা এখন ওলমি আছে। ৰ'দে-বতাহে বিবৰ্ণ হৈ পৰিছে সি। তলৰ গেৰেজৰ পৰা স্কুলীয়া ল'ৰা-ছোৱালীহঁত জঁপিয়াই জঁপিয়াই ওলাই গৈছে। ১৯৪৯ চনৰ পৰাই ৱাই ডব্লিউ চি এ অৰ্থাৎ ইয়ং ৱমেনছ খ্ৰীষ্টিয়ান এছ'চিয়েচনৰ তৰফৰ পৰা বস্তিৰ শিশুহঁতৰ বাবে স্কুল এখন ইয়াতে চলাই আছে। মানুহখিনিয়ে আহি কৰা অনুৰোধ দেৱবালাই সানন্দে গ্ৰহণ কৰিছিল। পুৱাতেই গাড়ী বাহিৰলৈ উলিয়াই গেৰেজ খালী কৰি দিয়ে। ...স্কুল চলি থাকে।

বেলকনিতে বৈ থাকে দেৱবালা। ওহো, প্ৰত্যেকবৰ্ষতে যোৱাৰ দৰে এইবাৰ তেওঁ পুত্তাপুত্তিলৈ নাযায়। তাত অনুষ্ঠিত হোৱা বিশ্ব সন্মিলনীত এইবাৰ অংশগ্ৰহণ নকৰে তেওঁ।

সায়ে যে তেওঁক ক'ৰপৰা ক'লৈ লৈ গৈ আছে।

কি বিমল হাঁহি ছটিয়াই ওলাই আহে সত্যসাই ভক্তবৃন্দৰ মাজলৈ। শূন্যতে হাত ঘূৰাই দেববালাক প্ৰদান কৰা স্ফটিকৰ মালাধাৰি তেওঁ আজিও পিন্ধি আছে।

স্ফটিক মালাত হাত দি চালে দেববালাই। ডিঙিত নীলম ৰত্নৰ লকেট পিন্ধা নাৰী আছিল তেওঁ। চকু মুদি প্ৰাণেৰে কৃষ্ণ নাম উচ্চাৰা নাৰী আছিল তেওঁ। কি হ'ল হঠাতে? টেলিফোনৰ তাঁৰত চিলাখন দুলি থাকে।

নাই নাই, কৃষ্ণনাম পাহৰা নাই তেওঁ, পৰিহাৰো কৰা নাই। তেওঁ কেৱল নাম এটা বিচাৰে। ইমানদিনে ফটোৰ মাজত দেখি অহা কৃষ্ণ মুখজ্যোতি জীৱিত এজনৰ মাজত দেখা পাই অভিভূত হৈ উঠিছে...।

পুত্ৰাপুত্ৰিত তেওঁৰ নামত কোঠা আছে। প্ৰত্যেক বছৰে অসমৰ পৰা দলেবলে গৈ তেওঁ তাতে উঠেগৈ। এইবছৰ নাযায়, শৰীৰে সামান্য অসহযোগ আৰম্ভ কৰিছে, দৃষ্টিশক্তিও যেন ক্ষীণ হৈ আহিছে।

জিকাৰ খাই উঠিল দেববালা।

বেলকনিৰ পৰা উভতিল তেওঁ। বাৰ বজাত দীপু অহাৰ কথা। তেওঁ চাহৰ কাৰ্যালয়লৈ বুলি ছিৰিৰে নামি গ'ল।

ৰ'লিং মিল চলি আছে। চৰকাৰে কণ্ট্ৰোল মূল্যত কেঁচামালৰ যোগান ধৰি আছে। দেববালাই পুতেকৰ মুখলৈ বেথাভৰা চেনেহেৰে চাই পঠিয়ালে। সি কৈ আছিল—

কণ্ট্ৰোলৰ পৰা লোৱা স্ক্ৰেপৰ ছাইজবোৰ বৰ সুবিধাজনক নহয়।

কিন্তু মাৰ্কেটতটো সেইবোৰৰ দাম বহুত হ'ব।

অ'পেন মাৰ্কেটৰ পৰা কিনাৰ কথা ভাবিবই নোৱাৰি।

তেন্তে বেলেগ উপায়তো নাই আৰু।

ওঁ নাই।

দীপু যেন চিন্তাতহে নিমগ্ন হ'ল। কণ্ট্ৰোল মূল্যত লোৱা কেঁচামাল কাটিকুটি জোখৰ আকৃতিলৈ আনোতেওতো কম খৰচ নপৰে। ইফালে খোলা বজাৰত কিনিলেও লাভ একো নাথাকেগৈ।

দেববালাই পুত্ৰৰ চিন্তিত মূৰ্তিলৈ খন্তেক চাই ৰোবাৰ অদ্ভুত হাঁহি দিয়ে।

দীপুৱে মূৰ তুলি চায়।

তেওঁ ক'বলৈ ধৰে—

পি এন ৰায়ে কালি ৰাতি বোলে আইজনীৰ ওচৰলৈ ভতিজাকক পঠিয়াইছে, কৈছে যে যোৱা, আইলীনৰ ঘৰত 'গোলমাল' আছে, এটা লৈ আহা, খাবৰ মন গৈছে।

গোলমাল? সেইটো কি কথা?

কথা নহয়, খোৱাবস্তু। আমি যে চেনিৰসত ডুবাই বনাও কৰ্দ্দে, সেইটোক বাংলাত এল'মেল' বুলি কয়। তেওঁ পাহৰি গোলমাল বুলি ক'লে।

দীপুৱে হাঁহি দিলে। দেৱবালায়ো।

কলিকতাত দুমাহ থাকি দেৱবালা গুৱাহাটীলৈ উভতিল। শিৱসাগৰত থকা কালত দুবছৰমান তেওঁ সেউজীয়া সমাজৰ দায়িত্বত আছিল। তাৰ পুৰণা ঘৰটো মেৰামতি কৰোৱাৰ উপৰিও নতুন এটাও নিৰ্মিত হৈছিল আৰু এইবোৰ সমাধা হৈছিল দেৱবালাৰ কাৰ্যকালতে।

আজি শিৱসাগৰৰ পৰা টুটু আহিছে। এইবোৰ কথাকে পাতি দেৱবালাৰ মন ভৰিছে। আনুষংগিক কথা কিছুমানো ওলাল। প্ৰদীপ টকীজ নচলা হৈ আহিছে। ৰাজগড় অঞ্চলৰ গোটেইবোৰ মানুহ প্ৰদীপ টকীজলৈ আহিলেও তিনিদিনতে চিনেমা চোৱা কাৰ্যৰ ওৰ পৰে। কিমান চিনেমা আনিব, কিমান ঘনে ঘনে আনিব? এতিয়া হলটো চলাবলৈ অন্যান্য কিছুমান অসুবিধাও আহি পৰিছে।

দেৱবালাই ক'লে—

সেইবোৰ কাম আৰম্ভ কৰোঁতে মই লাভ-লোকচানৰ কথা ভবা নাছিলো। মোৰ ল'ৰাৰ নামত ফলৰ বাগিচা খুলিছো, তাতো লাভৰ কথা ভবা নাই, কোনোদিন ভবা নাই। মণ্টেছৰী খুলিছো, সংগীত স্কুল খুলিছো, লাভৰ কথা ভবাতো নাযায়!

দেৱবালা যেন আৱেগিক হৈ উঠিছে।

আজি দেৱবালাই সম্বৰণ কৰিব পৰা নাই নিজকে। সঁচাকৈয়ে আৱেগিক হৈ উঠিছে তেওঁ। প্ৰদীপ টকীজ লীজত দিবলৈ ঠিক কৰা হৈছে। মৰাণৰ ৰঘুনাথ বেৰিয়াই ল'ব। শিৱসাগৰত যাদৱপ্ৰসাদ মেম'ৰিয়েল মণ্টেছৰী স্কুল খুলিলে, সেইখন বন্ধ হৈ গ'ল। এতিয়া গুৱাহাটীৰ মণ্টেছৰী চলি আছে কিন্তু সংগীত বিদ্যালয় বন্ধ হৈ যোৱাৰ উপক্ৰম ঘটিছে। কম মূল্যৰ ফীজ গোটাই শিক্ষকৰ দৰমহা পূৰণ কৰিব নোৱৰা অৱস্থা। নিজৰ ব্যৱসায়ৰ টকাৰো হিচাপ থাকে, যাদৱপ্ৰসাদ স্মৃতি ন্যাসৰ পৰাও হিচাপ নিমিলা অৱস্থা।

আৱেগিক নহ'বনে দেৱবালা? শুকাই যাব ধৰা দুচকু পানীৰে জল্‌মল্ হৈ আহে।

এইবাৰ কথাৰ প্ৰসংগ সলনি হয়। পাঠ্যপুথি এৰি ছাত্ৰইঁতে আন্দোলন আৰম্ভ কৰিছে। অসমলৈ বহিৰাগতৰ প্ৰব্ৰজন ঘটি আছে, বোধ কৰিব লাগে। চৰকাৰে ভোটৰ আশাত যাতে ইয়াত সংস্থাপিত হ'বলৈ নিদিয়ে, তাৰ বাবে ছাত্ৰইঁতৰ লগতে সমাজৰ সিংহভাগ মানুহেই সক্ৰিয় হৈ উঠিছে।

নতুনত্বৰ ৰূপত সদায়ে আকৃষ্ট হোৱা দেৱবালা এই প্ৰসংগত নিমাতে ৰ'ল। ফলিপুথি এৰি ল'ৰাইঁত দেশৰ চিন্তাত লাগিছে, কিমানখিনি গ্ৰহণযোগ্য এই নতুনত্ব, তেওঁ যেন

ঠিক ধৰিব নোৱাৰিলে। তথাপি বাতৰি কাকতৰ বিভিন্ন খবৰৰ আঁত ধৰি তেওঁ কথা পাতি গ'ল। কিছু দ্বিধাগ্ৰস্ততাৰে... কিছু অসন্তুষ্টিৰে...।

এটা সময়ত টুটু গ'লগৈ। দেৱবালাও ওলাই গ'ল মাতৃ সাবিত্ৰী দুৱৰাৰ কাষলৈ। আজি কিছুদিন ধৰি মানুহগৰাকী ৰোগশয্যাত। বৃদ্ধত্বৰ ৰোগ। মৃত্যুৰ ঘৰলৈ যোৱা বাট বন্ধা সমাপ্ত হৈ গৈছে, মন গ'লেই গুচি যাব পাৰে, যিকোনো মুহূৰ্তত।

গাড়ীখনে মাকৰ ঘৰৰ কেঁকুৰিটো ঘূৰোঁতেই দেৱবালাৰ বুকুখনত হাতুৰিৰ কোব এটা পৰিল। ইমান মানুহ! গাড়ীখন গৈ থাকিল... সৌৱা, তেওঁলোকৰে পদূলিমুখত ইমান মানুহ!

হয়, দেৱবালাৰ মাতৃ-বিয়োগ ঘটিছে। খন্তেক আগতে।

গাড়ীৰ পৰা কোনোমতে দেৱবালা ভিতৰ সোমালগৈ। আটায়ে বাট এৰি দিছে। বিছনাতে শুই আছে স্বৰ্গগতা মাতৃ।

দেৱবালা আৰু থিৰেৰে ৰ'ব নোৱাৰিলে। বগা চাদৰেৰে ডিঙিলৈকে ঢাকি ফুল ছটিয়াই থোৱা সেয়া মাকেইনে? নে যাদৱপ্ৰসাদ? নে প্ৰদীপ-ননী-বিমলী...?

কান্দিবলৈ ধৰিলে দেৱবালাই। টুটুক আপ্যায়ন কৰি থাকোঁতে সৰু ভায়েকে ফোন কৰি মাতিছিল, কৈছিল মায়ে বিচাৰিছে।

মাকে বিচাৰিয়ে থাকে দেৱবালাক। আনন্দ কুটীৰলৈ অহাৰ আগতে তেওঁ যেতিয়া ভাৰাঘৰত আছিল, মাক তেতিয়া কিছুদিন দেৱবালাৰ লগতে আছিল। তেওঁলোক তেতিয়া মাক-জীয়েক নহয়, দুগৰাকী নাৰী হৈ উঠিছিল। যাৰ সন্তান-সম্পত্তি সকলো থকাৰ পাছতো স্বামীহীনা আছিল, যি ডুবি বৈছিল অহৰহ নষ্টালজিয়াত। সেই মাতৃৰে আজি মৃত্যু ঘটিছে। সৰু ছোৱালী এজনীৰ দৰে দেৱবালাই কান্দিবলৈ ধৰিলে...।

০ ০ ০ ০ ০ ০ ০

দেৱবালাই সাইৰ ভজনত মনোযোগ দিবলৈ ধৰিলে। চকু মুদিলেই যাদৱপ্ৰসাদৰ হাতৰ গীতাখন চকুৰ সমুখত ভাহি উঠে।

যাদৱপ্ৰসাদ মেম'ৰিয়েল সংগীত বিদ্যালয় ক্ৰমশঃ অচল অৱস্থালৈ গৈ আছে। কেনে লাগে তেওঁৰ?

দেৱবালাৰ চকুৱে আমনি কৰে।

ততাতৈয়াকৈ কলিকতা পায়হি তেওঁ। ইয়াত যেন এটা 'চেঞ্জ'। এনেকৈ এবাৰ আহোঁতেতো ভয়ংকৰ 'চেঞ্জ'। পি এন ৰায়ৰ মৃত্যু। প্ৰিয় বন্ধু বুলি ভাবিব পৰা মানুহজনৰ মৃতদেহ চাবলৈ গৈছিল তেওঁ। বুকুৰ মাজৰ শিলাখণ্ডই ভৰ দি বহিছিল। হয়, কোনেও নেদেখাকৈ সংগোপনে চকুলো টুকিছিল দেৱবালাই। দবাখেলৰ সংগী আছিল মানুহজন।

তেওঁৰ পৰাই শিকিছিল দেৱবালাই, কেনেকৈ হাৰিলেও হাঁহিব পাৰি। এনেকৈয়ে নোহোৱা হৈ যায় মানুহ। আজি পি এন ৰায় গ'ল, কাইলৈ তেওঁ যাব, কিন্তু মাজৰ দবাখেলখন তেনেকৈয়ে চলি থাকিব অন্য কোনোবা খেলুৱৈৰ চিন্তাৰে। এয়াইতো জীৱন। জন্ম-মৃত্যুৰ মাজৰ সময়খিনিৰ ৰহস্যময়তা। মায়াময় আকৰ্ষণ।

চাহৰ কাৰ্যালয়ত বহিলগৈ দেৱবালা। কাগজ-পত্ৰ মুকলি কৰি চালে। আজিজবাগৰ বাবেও কলঘৰ এটা বহুওৱাৰ বিষয়ে চিন্তা-চৰ্চা কৰি থকা হৈছে।

তেওঁ ৰ'লিং মিলৰ ফালে ওলাই গ'ল। লগত অকণ্। তাই সৰ্বহাৰা শিশুতীৰ্থ নামৰ স্কুল এখন চলাই আছে। ঘূৰি আহোঁতে দুয়ো হিন্দুস্থান পাৰ্কৰ দেৱসেনৰ তাত এপাক সোমাই অহাৰ কথা।

ৰ'লিং মিল খুবসম্ভৱ আৰু চলাব পৰা নাযাব। চৰকাৰে কণ্ট্ৰোল মূল্য উঠাই লৈছে, বাহিৰত কেঁচামাল কিনিবলৈ লৈ এতিয়া হাহাকাৰপ্ৰায় অৱস্থা।

দেৱবালাৰ চকুৱে আকৌ আমনি কৰিবলৈ ধৰিলে। ধূলি-ধোঁৱা লাগিলে সেয়া যেন আৰু বাঢ়ি যায়। তেওঁৰ আৰু কেনিবা যোৱাৰ সমূলি ইচ্ছা নোহোৱা হ'ল।

তেওঁলোক উভতি আহিল।

কি হৈছে দেৱবালাৰ, ভাগিব খুজিছে নেকি সেই কৰ্মোদ্যম আৰু প্ৰবল দৃঢ়তাৰে গঢ়া দেৱবালাৰ সৌধ? অকণুৰো মন ভাল নহয়। পতি তৰুণ কুমাৰ বসু ব্যস্ত মানুহ। কিন্তু মধুমেহ আৰু উচ্চ ৰক্তচাপৰ কাৰণতে আজি ইটো, কালি সিটোকৈ মানুহজনৰ অসুখ নুগুচা হৈছে।

দেৱবালা চকুৰ ডাক্তৰৰ ওচৰ পালেগৈ। একেটাই ৰোগ। একেধৰণৰে ড্ৰপ কিছুমান পুনৰ আৰম্ভ হৈ গ'ল।

দেৱবালা গুৱাহাটীলৈ ঘূৰি আহিল। ওৱেৰহাউছলৈ গৈ থাকিল। গুৱাহাটীত এতিয়া আৰু দুই-এটা ওৱেৰহাউছে মূৰ তুলি উঠিছে। আজি এখন সভা আহ্বান কৰা হৈছে। ওৱেৰহাউছসমূহৰ সভা। চাহ নিলাম কেন্দ্ৰৰ ওৱেৰহাউছ কমিটীৰ পৰা দেৱবালাক ইতিমধ্যে সভাপতি হিচাপে গ্ৰহণ কৰা হৈছেই। আজি কেৱল আনুষ্ঠানিকতা পালন।

...সভা সুকলমে পাৰ হৈ গ'ল। ঘৰো সোমালহি তেওঁ। তেনেতে কলিকতাৰ পৰা তেওঁক বিচৰা ফোন। যাব পাৰিলে ভাল হয়, জোঁৱাই তৰুণৰ গা বেয়া।

# তিয়াল্লিশ

হয়, কথাটো সত্য। জোঁৱাই তৰুণৰ মৃত্যু ঘটিছে। কি হ'ল দেৱবালাৰ? খন্‌খন্‌কৰে ভাগি চূৰ্ণমৈ হৈ পৰিল যেন বুকুৰ শিলা?

বিবাহৰ দিন ধৰি আলফুলে বুকুৰ মাজত কঢ়িয়াই লৈ ফুৰা সংগোপন বিষাদৰ শিলা?

হিয়া ধুনি কান্দিলে দেৱবালাই। সন্তানৰ মৃত্যু ঘটিছে, প্ৰিয়জনৰ, মাতৃৰ, সকলোৰে মৃত্যু গ্ৰহণ কৰিব পাৰিছে। তৰপে তৰপে শোক প্ৰলেপ কিছুমান পৰি গৈছে সেই শিলাৰ ওপৰত, ওজন বাঢ়ি গৈছে, সহিছে তেওঁ। সহিব পাৰিবই যে লাগিব।

কিন্তু এনে মৃত্যু! ইয়াতকৈ অন্য কোনো শোকে যন্ত্ৰণা দিব নোৱাৰে। দুদিন হৈছে তেওঁ অহা, গা সামান্য বেয়া কৰাৰ পাছত ইফাল-সিফালো কৰিছিল তৰুণে, হঠাৎ কি হ'ল? হঠাতেই যে কি হৈ যায়! •

নাই নাই, আৰু একবিন্দু সময়ো জীয়াই থকাৰ ইচ্ছা নাই দেৱবালাৰ।

তেওঁ কথা কৈ কৈ কান্দিবলৈ ধৰিলে। কৰ্মোদ্যমী সাহসী, সময়ৰ সকলো খুন্দাক গ্ৰহণ কৰিব জনা দেৱবালা নহয় এইগৰাকী। এইগৰাকীতো মাতৃ দেৱবালা। অকণৰ মাতৃ, তৰুণৰ মাতৃ।

মুহূৰ্তে মুহূৰ্তে কান্দি ৰোৱা হ'ল দেৱবালাৰ প্ৰাণে। অকণৰ মুখলৈ মূৰ তুলি চাব নোৱৰা অৱস্থা। তেওঁহে যোৱাৰ কথা হ'ব লাগিছিল। এৰা, নিয়তিয়েতো গণিত নকৰে আৰু। ভিতৰি ভিতৰি দেৱবালা নামৰ মানুহগৰাকীৰ অস্থি-মজ্জা ভাগি-ছিগি পৰিছিল... জহি-খহি পৰিছিল বুকু... গুড়ি গুড়িকৈ সৰি পৰিছিল বুকুৰ মাজৰ শিলা।

কিন্তু শৰীৰৰ অংগ হেৰুৱায়ো জীয়াই থাকে মানুহ। আৰু জীয়াই থাকে মানুহৰ কিছুমান কৰ্ম। সকলো শেষ হোৱাৰ অনুভৱে চেপি-খুন্দি থকা দেৱবালাও জীয়াই আছে আৰু তেওঁৰ শেহতীয়া জীৱিকামূলক কৰ্ম ওৱেৰহাউছ জীয়াই ৰাখিবলৈকে ৰুবীক জোৰ দি গুৱাহাটীলৈ মাতি পঠিয়ায় তেওঁ। যাদৱপ্ৰসাদ-দেৱবালাৰ সকলো সম্পত্তিতে আটাইকেইটা সন্তানে হাত ফুৰোৱাৰ অধিকাৰ আছে। সেই অধিকাৰ দেৱবালাই দি থৈছে।

ৰুবীৰ জোঁৱাই বাবুল অসম পৰিবহণ বিভাগৰ মহাসঞ্চালক হৈ আছিল, ছিলঙতে ঘৰ-দুৱাৰ কৰি বৈ গৈছে। ল'ৰা সত্যজিতে ব্ৰ'কাৰ্ছ কোম্পানীত কাম পাইছে। নিশ্চয়কৈ ৰুবী গুচি আহিব পাৰে, হাত উজাবহি পাৰে দেৱবালাৰ কাম-কাজত।

কলিকতাৰ পৰা আইজনীয়ে দেৱবালাক সঘনাই বিচাৰি থকা হৈছে। দূৰদৰ্শনৰ নেচনেল অনুষ্ঠানত তাইৰ নৃত্যও উপভোগ কৰিছে তেওঁ। ফোন কৰি উৎসাহ জনাইছে। আইজনী উল্লসিত। সিহঁত আটাইবোৰেই ভিতৰি ভিতৰি কোঁচখাই থাকে তেওঁৰ দৃষ্টিশক্তিৰ দুশ্চিন্তাৰে।

দুশ্চিন্তা দেৱবালাৰো আছে। আইজনীৰ অৱয়বটোহে মনিব পাৰিছিল তেওঁ। চকুৰে জিল্‌মিল্ দেখিলে মাথোন।

বুকু কঁপিল দেৱবালাৰ। নেদেখাই হৈ যাব নেকি তেওঁ? হঠাতে ঘটে যে দুৰ্ঘটনাবোৰ! হঠাতে আহে যে মৃত্যু।

অকণ্ আহিছিল। শৰীৰ সামান্য অসুস্থ দেৱবালাৰ। আৰামী চকীত হেলান দি ধীৰকণ্ঠে কৈ গ'ল তেওঁ—

অকণ্! দেউতাৰাৰ নামত যিটো ট্ৰাষ্ট আছে, মোৰ মৃত্যুৰ পাছত তাতে মোৰ নামটোও সাঙুৰি দিবা। এইখন ট্ৰাষ্ট নতুন হ'ব।

অকণ্ নিশ্চুপ হৈ বহি ৰ'ল। কি ক'ব! কিয়েইবা কোৱা যায়। তৰুণ তাইৰ প্ৰেমাস্পদ আছিল। বিলাতত ব্যাৰিষ্টাৰী পঢ়ি অহা যুৱক তৰুণ কুমাৰ বসু পাছলৈ কলিকতা উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ হৈছিলগৈ। সেই প্ৰেমাস্পদৰে অস্থি ভস্ম নিজ চকুৰে দেখিছে তাই। ইয়াৰ পাছত আৰু কি জীৱন, কোনোবাই বুজাব লাগেনে?

মাকৰ কথাবোৰ ডায়েৰি এখনত টুকি লয় তাই। তাৰপাছতে কিন্তু অসন্তোষ কৰি উঠে—

কি হৈছে মা তোমাৰ, এনেকৈ ইয়াত থাকিবা কিয়?

ইতিমধ্যে ৰুবী গুৱাহাটী পাইছিলহি। ল'ৰাৰ লগত ভাৰাঘৰ এটাতে সোমালহি তাই। দেৱবালাই কাম-কাজ সঁপি কলিকতা পালেহি। প্ৰত্যেক বছৰৰে এনে সময়ত দেৱবালা কলিকতাত দুই-তিনিমাহ থকাকৈ আহে। এইবাৰ কিন্তু তেওঁৰ গুৱাহাটীলৈ উভতিবলৈ যেন মনেই যোৱা নাই।

কি হৈছে দেৱবালাৰ, মৃত্যুভয়?

প্ৰদীপক পাইছিল তেওঁ, যাদৱপ্ৰসাদ-বিমলী-মাতৃ-তৰুণ; সকলোকে পাইছে। কিন্তু ননী? চকামকা নিশাৰ জোন হৈ এভুমুকিৰ মুখ এখন মাথোন। কি থ'ব তাইৰ নামত, একোকে নকৰিলে তেওঁ। আইজনীৰ ওচৰলৈ নাচ শিকিবলৈ টিনা নামৰ আঠ বছৰীয়া ছোৱালীজনী আহে। চকুৰে নেদেখে তাই, অন্ধ। দেৱবালাই তাইৰ হাতত ধৰি থাকে... ননী বুলি মাতি দিব নেকি? প্ৰচণ্ড স্মৰণশক্তি দেৱবালাৰ, একো নাপাহৰে, টিনাক ৰবীন্দ্ৰ সংগীত শিকাবলৈ ধৰে।

এতিয়া আহিন মাহ। চৌপাশে দুৰ্গোৎসৱৰ আয়োজন। মেলাচকৰৰ ঘৰলৈ এতিয়া

আৰু পূজা বুলি যোৱাৰ হেঁপাহ নোহোৱা হৈ আহিছে। আইজনীৰ জোঁৱাই ভাইয়াই অৱসৰ লৈছে, এতিয়া যাদবপুৰ বিশ্ববিদ্যালয়ৰ ছাত্ৰাবাসত গৈ ছাত্ৰইঁতক তেওঁ বুৰঞ্জী আৰু ইংৰাজী পঢ়ুৱায়। তাৰ ভিতৰত দুটামান হেনো অন্ধ ছাত্ৰও আছে। দেৱবালাই সিহঁতৰ কথা মনোযোগেৰে শুনে। দুদিনৰ পাছতে তেৱোঁ কিজানি অন্ধ হ'বলৈ গৈ আছে।

গা জিকাৰ্ খাই আহে।

নিজৰ ভিতৰৰ পৰিবেশ সলাবলৈকে তেওঁ গুৱাহাটীলৈ ফোন কৰি ৰুবীক কয়—

তুমি ভাৰাঘৰত কিয় আছা? আনন্দ কুটীৰলৈ যোৱা। ছিলঙৰ পৰা বাবুলকো মাতি আনা। মই ইয়াত থকাৰ কথা ভাবিছো... ও, ঠিকেই ধৰিছা তুমি। চকুৰ চেক-আপ নিয়মিতভাৱে কৰাই থাকিব পাৰিম...।

ফোন থৈ চকু মোহাৰিলে দেৱবালাই। সকলোবোৰ যেন ধুঁৱলী-কুঁৱলী... অস্পষ্ট।

বুকুখন ঘনে ঘনে কঁপিবলৈ ধৰিলে।

অন্ধত্বৰ ফালে গৈ থকা নাইতো?

দেৱবালা ডাক্তৰৰ কাষ চাপিল। দিনত যেন-তেন, ৰাতি হ'লে সকলোবোৰ অনুমানতে চলে। কি হৈছে তেওঁৰ? সঁচাই অন্ধ হৈয়ে যাব নেকি?

ডাক্তৰে ক'লে—

লেজাৰ অপাৰেছন কৰালে হয়তো ইম্প্ৰুভ কৰিব পাৰে।

দিয়াচোন বাৰু। ভাল হ'বওতো পাৰো।

ডাঃ অভিজিত সেনেই যেন তেওঁৰ ভাৰসা।

যথাসময়ত অপাৰেছন হৈ গ'ল। এতিয়া দেৱবালাৰ লগত দুগৰাকী আয়া। দিনত উৰ্মিলা, ৰাতি ৰমা। দেৱবালাৰ চকুত ড্ৰপ দিয়া, ঔষধ খুওৱা, পৰিচৰ্যাকাৰিণী।

ডাঃ অভিজিতে সুধিলে—

কেনে দেখিছে?

দেৱবালা নিশ্চুপ। আকৌ সুধিছে ডাক্তৰে—

এতিয়া?

দেৱবালা শিশু হৈ উঠিল, উচ্ছ্বসিত হৈ উঠিল—

দেখিছো... দেখিছো... ভালকৈয়ে দেখিছো...।

সকলোৱে আনন্দ পালে।

কিন্তু দুদিনমানৰ পাছত পুনৰ নিষ্প্ৰভ হৈ আহিল দৃষ্টি।

নিষ্প্ৰভ হৈ আহিল দেৱবালাৰ জীৱন।

এনেকৈয়ে নিষ্প্ৰভ হৈ আহে উজ্জ্বল জ্যোতিৰে দগ্‌মগাই থকা চাকিৰ শলিতাও...।

আজিকালি হাতেৰে খেপিয়াই খেপিয়াই মুখত ক্ৰীম সানে দেৱবালাই, পাউডাৰ লয়, চুলি ফণিয়ায়। এতিয়া দেৱবালাৰ চুলি চুটি। লখিমীয়ে চুলি ভাঁজ কৰা ৰ'লাৰ পঠিয়াই দিছে, সেয়া ব্যৱহাৰ কৰে তেওঁ। মুখৰ হাঁহিটো লৈয়ে খেপিয়াই খেপিয়াই চাদৰত ব্ৰুছপিন মাৰে। দোকমোকালিতে উঠি গা ধুই পূজা-সেৱা কৰে, সাইভজন গায়। আয়াৰ সহায়ত বেলকনিত বহেগৈ।

বহি থাকে দেৱবালা। কি দেখে তেওঁ?

অন্ধকাৰ... সৰ্বত্ৰ মাথোন অন্ধকাৰ।

ননীলৈ মনত পেলাই নিশ্চুপ হৈ বহি থাকে। ননী, কিমান দিনৰ বাবেনো আহিছিলা তুমি, দেখিছিলানে পৃথিৱী?

পিছমুহূৰ্ততে ওঁঠেৰে হাঁহি খেলি যায় দেৱবালাৰ। কিনো দেখিব পাৰে অসুখীয়া ছোৱালীজনীয়ে? মেলিব পাৰেনে দুচকু?

আঃ চকু নেমেলিলেইতো অন্ধকাৰ সৰ্বত্ৰ!

মা!

হাঁহি দিয়ে দেৱবালাই। আইজনীৰ মাত এয়া। তাই নিচেই কাষতে থকাৰ অনুমানত হাত মেলি মুঠিয়াই ধৰিলে তাইৰ হাতৰ ঠাৰি।

এৰিয়ে নিদিব যেন। কেৱল আইজনীয়ে নহয়, হাতত ধৰা প্ৰত্যেকেই অনুভৱ কৰিবলৈ ল'লে দেৱবালাই এৰি দিব নোখোজে কাকো। তথাপি মানুহবোৰ আহে তেওঁকে বিচাৰি... হাঁহি হাঁহি কথা পাতে আৰু চকুলো টুকি টুকি যায়গৈ।

দেৱবালাৰ শৰীৰৰ যতন ল'বলৈ হেম্লী আছে। তাই নিয়মিত মালিচ কৰে তেওঁক। আশীৰ্বাদেৰে ওপচায় তাইৰ চৌপাশ— 'সুখী হোৱা... আৰু ডাঙৰ হোৱা তুমি... ভালে থাকা।'

হেম্লীৰ যঁজা এহাল উপজিল। সকলোৱে তাইক জোকালে—

যঁজা সন্তান আমাৰ পৰিয়ালত কাৰো নাই। চলিহা আইতাৰহে যঁজা সন্তান আছে, তুমি তেওঁৰ লগত লাগি থকাৰ কাৰণেই এনে হ'ল।

হেম্লীৰ মুখত এই কথা শুনি দেৱবালাই খোলাকৈ হাঁহে। খিল্‌খিল্... খিল্‌খিল্...।

তাই আঁকোৱালি ধৰে তেওঁৰ ডিঙিত। তেওঁ ফুচফুচায়— আইজনী নেকি?

যিয়েই নাহক কাষলৈ, স্পৰ্শ নকৰক দেৱবালাক— আইজনী নেকি?

মানুহবোৰৰ বুকু ভাগি যায়।

কি দেৱবালা, কি হৈ গ'ল।

তেওঁ কিন্তু প্ৰশান্ত হাঁহিৰে, বিমল চিত্তেৰে বহি থাকে। যেন জিৰাইছেহে এয়া।

অলপ পাছতে টালি-টোপোলা লৈ গুৱাহাটী পাবগৈ। তাৰপৰা বাগিচা। ওৰেনিশা থিয় হৈ ৰ'বগৈ কলঘৰৰ চেঁচা মজিয়াত 'যাদৱপ্ৰসাদ'ৰ কথা ভাবি...।

কিন্তু অত্যন্ত দুখৰ বিষয় যে কিবা ভাবিব পৰা বা অনুভৱ কৰিব পৰা অৱস্থাত নাই দেৱবালা। পাৰ্কিনছন আছিলেই, এতিয়া আলজহাইমাৰ ৰোগেও জপটিয়াই ধৰিছে তেওঁক। একো নাজানে-নুবুজে-নেদেখে... শিশুৰ দৰে অৱস্থা মাথোন। মেখেলা-চাদৰযোৰ সামৰিব নাজানে, খোৱাবস্তুও চোবাই খাব নাজানে।

নাইটী এটা পিন্ধাই দিয়েহি কোনোবাই। শিশুৰ দৰে হাঁহে তেওঁ, পিন্ধোৱাগৰাকীৰ হাতত ধৰি বহি থাকে।

এনেকৈ থাকেনে মানুহ?

মাটি-গাড়ী ক্ৰয় কৰা, ঘৰ সজা, সকলো কামৰ অকলেই সিদ্ধান্ত লোৱা, সকলো কাম অকলেই কৰি গৈ থকা দেৱবালা চলিহাইনে এয়া?

মানৱ জীৱনৰ প্ৰতি এয়া যে কি ভীষণ পৰিহাস!

...ৰিণি ৰিণি কেনিবাদি ভাহি আহে সাইভজনৰ ধ্বনি। মানুহবোৰে তেওঁক ক'ৰপৰা ক'লৈ লৈ আনি, ক'ত ৰাখিছেহি, তেওঁ একো নাজানে।

এইখন যে 'কছুমিক ছাৰ্জাৰী এণ্ড ৰিছাৰ্চ চেণ্টাৰ' তেওঁ তাকো নাজানে। নাজানে তেওঁক যে ভেণ্টিলেচনত ৰখা হৈছে, তাকো নাজানে। শুনি আছে তেওঁ কেৱল সাইভজনৰ ৰিণি ৰিণি ধ্বনি।

অন্ধকাৰ চকুযুৰি ঘূৰি ফুৰিছে ডায়'চেছন, দিখৌপাৰ, মেলাচকৰ, বনমালী-কৰণ্ডাণী, শিৱসাগৰ, গুৱাহাটী, কলিকতা...।

'দেৱবালা! শুনিছানে নাই দেৱবালা?'

আঃ কোনে মাতে?

চুটি-চাপৰ— বগাকৈ— শুৱনিকৈ কোন সেইগৰাকী কৰণ্ডাণীৰ বঙলাৰ পিয়ন'ৰ সমুখত?

কামজাৰিৰ বুট পিন্ধি, হাতত লাঠি লৈ বঙলাৰ বাহিৰ হৈ আকৌ মাতিছে— 'দেৱবালা, এতিয়াও কিয়? সামৰিবৰ হোৱা নাই?'

দেৱবালা চলিহাই শিশুৰ দৰে হাঁহে। দীৰ্ঘনিশ্বাস এৰে।

হয়, এতিয়া মাজনিশা। ১৯৯৯ চনৰ ১৫ ফেব্ৰুৱাৰী...।

সমাপ্ত

